# অক্ষয় কুমাৰ দাস স্মৃতিগ্ৰন্থ

সম্পাদক

**গোবৰ্ধন দাস**

অক্ষয় কুমাৰ দাস জন্ম-শতবাৰ্ষিকী উদ্‌যাপন সমিতি
বৰপেটা ঃ অসম

***AKSHAY KUMAR DAS SMRITI-GRANTHA ;***
*A commemoration volume in Assamese and English edited by Gobardhan Das and published by Manindra Das on behalf of Akshay Kumar Das Birth Centenary Celebration Committee, Barpeta, March, 1999.*

---

অক্ষয় কুমাৰ দাস স্মৃতিগ্ৰন্থ, মাৰ্চ, ১৯৯৯
সম্পাদক ঃ শ্ৰীগোবৰ্ধন দাস

প্ৰকাশক ঃ শ্ৰীমণীন্দ্ৰ দাস, সাধাৰণ সম্পাদক
অক্ষয় কুমাৰ দাস জন্ম-শতবাৰ্ষিকী
উদ্‌যাপন সমিতি, বৰপেটা

প্ৰচ্ছদ ঃ শ্ৰীজ্ঞানেন্দ্ৰ বৰকাকতী

মূল্য ঃ এক শ টকা মাত্ৰ

মুদ্ৰক ঃ শ্ৰীহিৰণ্য কুমাৰ ভূঞা, শ্ৰীদীপক কুমাৰ দাস
পূৰ্বশ্ৰী অফচেট প্ৰিণ্টাৰ্ছ, বি বি ৰোড, বৰপেটা।

বন্ধা ঃ ওৰিয়েণ্টেল বুক বাইণ্ডিং, বৰপেটা

# স্মৃতিগ্ৰন্থ উপ-সমিতিৰ সদস্য

১। শ্ৰীগোবৰ্ধন দাস (সম্পাদক)

২। এম ইলিম উদ্দিন দেৱান

৩। শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ

৪। শ্ৰীহীৰেণ দাস

৫। শ্ৰীশশীমোহন দাস

৬। শ্ৰীচিত্তৰঞ্জন চৌধুৰী

৭। শ্ৰীমণীন্দ্ৰ দাস

৮। শ্ৰীব্ৰজেন্দ্ৰ কুমাৰ দাস

# প্ৰকাশকৰ এষাৰ

অক্ষয় কুমাৰ দাসৰ জন্মশতবাৰ্ষিকী অহা ১৬ মাৰ্চত পালন কৰাৰ সিদ্ধান্ত তাৎপৰ্যপূৰ্ণ।

ৰাজনীতিৰ প্ৰাংগণত এইজনা মুক্তি-যোদ্ধা সদায় লোক চক্ষুৰ আঁৰত থাকি গ'ল। তেওঁৰ জীৱন-কাহিনী আত্মত্যাগৰ বিৰল কাহিনী। দেশ স্বাধীন হোৱাৰ পাছত স্বাধীনতা সংগ্ৰামৰ অংশগ্ৰহণকাৰীসকলৰ বেছিভাগেই যেতিয়া ব্যক্তিগত লাভালাভৰ হিচাপ-নিকাচত ব্যস্ত তেতিয়া অক্ষয় দাসে আপামৰ জনতাৰ হিতাৰ্থেহে গভীৰভাৱে চিন্তা-চৰ্চা কৰিছিল। শাসকদলৰ দুবাৰকৈ বিধায়ক হোৱা এই লোকজনক ওচৰৰ পৰা দেখাসকল পৰম বিস্মিত হৈছিল - তেওঁৰ মননশীলতা, তীক্ষ্ণমেধা, শালীনতা, সৰলতাসহ স্পষ্টবাদিতা, ত্যাগ আৰু ৰাজহুৱা জীৱনত দেখুওৱা পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ পৰিচয় পাই। তেওঁ আছিল অনন্য।

বৰ্তমান আমাৰ দেশ থান্‌বান্ হোৱাৰ পথত। আমাৰ ৰাজনৈতিক প্ৰাংগণৰ আঁহে আঁহে, ৰন্ধ্ৰে ৰন্ধ্ৰে মৃত্যুৰ বিভীষিকা। দেশৰ এই তচ্‌নচ্ অৱস্থাৰ আঁৰত আছে সম্পদৰ অসম-বিতৰণ আৰু তদ্‌জনিত কাৰণত যুগ যুগ ধৰি পুঞ্জীভূত হোৱা দাৰিদ্ৰ্য আৰু বিপুল নিৰক্ষৰতা। দেশৰ এই দুৰ্যোগপূৰ্ণ অৱস্থাত ৰাজনীতিত অক্ষয় দাসৰ দৰে নিৰ্মল ৰাজনীতিকৰ অতীৱ প্ৰয়োজন আৰু সেয়ে কোৱা হৈছে তেওঁৰ জন্মজয়ন্তী ৰাজহুৱাকৈ পতা তাৎপৰ্যপূৰ্ণ।

মুক্তিযোদ্ধাজনৰ জীৱনৰ বিভিন্ন দিশত আলোকপাত কৰি লিখা প্ৰবন্ধসমূহৰ বাবে লেখক আৰু দুই চাৰি প্ৰকাশকৰ ওচৰত আমি ঋণী। বিভিন্ন কাৰণত আৰু সতৰ্কতাৰ অভাৱ নোহোৱা সত্বেও কিতাপখনত ভুল-ত্ৰুটী বৈ গ'ল আৰু তাৰ বাবে আমি লেখক আৰু পাঠকৰ পৰা ক্ষমা বিচাৰিলোঁ।

বৰপেটাৰ পূৰ্বশ্ৰী অফচেট্ প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দ, বৰপেটাৰ ওৰিয়েণ্টাল বুক বাইণ্ডাৰ আৰু স্মৃতিগ্ৰন্থ উপসমিতিৰ সদস্যবৃন্দৰ ওচৰত প্ৰকাশক কৃতজ্ঞ থাকিল।

অক্ষয় কুমাৰ দাস জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ হকে

বৰপেটা
১৩ মাৰ্চ/৯৯

মণীন্দ্ৰ দাস
সাধাৰণ সম্পাদক

# সম্পাদনাৰ কথা

ভাৰতৰ স্বাধীনতা-সংগ্ৰামৰ অক্লান্ত সৈনিক, একান্ত গান্ধীবাদী, নিস্বাৰ্থ সমাজ-সেৱক, আত্মত্যাগী, কৰ্মযোগী, সত্ৰীয়া সংস্কৃতিৰ সেৱক, বিৰল আদৰ্শ আৰু আপোচবিহীন ব্যক্তিত্বৰ অধিকাৰী প্ৰয়াত অক্ষয় কুমাৰ দাসৰ জন্মৰ শতবৰ্ষ পূৰ্তিত শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰিবলৈ এই স্মৃতিগ্ৰন্থখনত নেতাগৰাকীৰ জীৱন-বৃত্ত, ব্যক্তিত্বৰ বিভিন্ন দিশ আৰু সমসাময়িক ঘটনাৰাজি সন্নিৱিষ্ট কৰা হৈছে। সাম্প্ৰতিক জন-মানসত ক্ৰমাৎ ক্ষীণ হৈ অহা অক্ষয় কুমাৰ দাসৰ অনেক কথাই বিস্ময়কৰ। তেওঁৰ প্ৰত্যক্ষ সান্নিধ্যলৈ অহা গুণমুগ্ধ ব্যক্তিসকলে সেইবোৰৰ স্মৃতিচাৰণ কৰি তেওঁৰ মহান ব্যক্তিত্বৰ বিভিন্ন দিশ উন্মোচন কৰিছে। আৰু বহু কথাই হয়তো অনুদ্‌ঘাটিত হৈ ৰৈছে। নিৰ্দিষ্ট সময়ৰ ভিতৰত গ্ৰন্থখন প্ৰস্তুত কৰিব লগা হোৱাত অসম বিধান সভা, বৰপেটা লোকেল বোৰ্ড, স্কুল বোৰ্ড আৰু কংগ্ৰেছৰ পুৰণি কাৰ্য-বিৱৰণি, চৰকাৰী মহাফেজখানা আদিত প্ৰয়োজনীয় তথ্যৰ অনুসন্ধান সম্ভৱ হৈ নুঠিল। তথাপি এই স্মৃতিগ্ৰন্থখনত বিভিন্নজনৰ অকুণ্ঠ সহযোগিতাত অক্ষয় কুমাৰ দাসৰ জীৱন-বৃত্তৰ বহু কথাই পোহৰলৈ আহিল আৰু তেওঁৰ সমসাময়িক প্ৰমূল্যসমূহ (যিবোৰৰ এতিয়া অৱক্ষয় ঘটিছে) ৰাইজৰ আগত দাঙি ধৰা হ'ল। লেখকসকলৰ পৰা আশাতীত সঁহাৰি পাই আমি পুলক অনুভৱ কৰিছোঁ। তেওঁলোকৰ লেখাত অক্ষয় কুমাৰ দাসৰ কিছুমান কথাৰ পুনৰাবৃত্তি ঘটিলেও সেইবোৰ শ্ৰদ্ধাঞ্জলিৰ চিনস্বৰূপে একেদৰে ৰখা হৈছে। ইতিপূৰ্বে প্ৰকাশিত কেইটামান প্ৰবন্ধও সন্নিৱিষ্ট কৰা হৈছে। ইয়াৰ কাৰণে আমি সংশ্লিষ্ট লেখক, তেওঁলোকৰ পৰিয়ালবৰ্গ আৰু প্ৰকাশকৰ ওচৰত কৃতজ্ঞ হৈ থাকিলোঁ। বিজয় চন্দ্ৰ ভাগৱতী আৰু ৰবীন কাকতীদেৱে দিয়া প্ৰবন্ধ দুটা তেওঁলোকৰ জীৱদ্দশাত প্ৰকাশ কৰিব নোৱাৰি আমি দুঃখিত। স্মৃতিগ্ৰন্থৰ কামত বিভিন্ন প্ৰকাৰে সহায় কৰা ব্যক্তিসকল হ'ল শ্ৰীকমললোচন দাস, শ্ৰীমৃণ্ময় দাস, জিলা গ্ৰন্থাগাৰিক শ্ৰীধ্বজেন তালুকদাৰ আৰু উক্ত গ্ৰন্থাগাৰৰ কৰ্মচাৰীবৃন্দ। স্মৃতিগ্ৰন্থত সন্নিৱিষ্ট কেইখনমান আলোকচিত্ৰ অক্ষয় কুমাৰ দাসৰ পৰিয়ালবৰ্গৰ পৰা পোৱা গৈছে। শতবাৰ্ষিকী অনুষ্ঠানৰ আলোকচিত্ৰসমূহৰ যোগান ধৰিছে দৈনিক অসম, দৈনিক অগ্ৰদূত আৰু আমাৰ অসমৰ স্থানীয় সংবাদদাতা যথাক্ৰমে শ্ৰীবিনয় দাস, শ্ৰীমহানন্দ পাঠক আৰু শ্ৰীকুন্তল কলিতাই। বৰপেটাৰ ডেকা উদ্যোগী পূৰ্বশ্ৰী অফচেট্ প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী শ্ৰীদীপক কুমাৰ দাস আৰু শ্ৰীহিৰণ্য কুমাৰ ভূঞা আৰু উক্ত ছপাশালৰ কম্পিউটাৰ অপাৰেটৰ শ্ৰীহিতেশ শৰ্মা, মিচ কল্পনা ওজা আৰু অফচেট্ অপাৰেটৰ শ্ৰীসতীশ দাসৰ যত্নত গ্ৰন্থখনৰ ছপাকাম সুকলমে সম্পূৰ্ণ হ'ল। সেই সকলোলৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

—সম্পাদক

# সূচী-পত্ৰ

## অক্ষয় কুমাৰ দাস স্মাৰক বক্তৃতা



## অক্ষয় কুমাৰ দাসৰ নিৰ্বাচিত ৰচনা

## English Section

# অক্ষয় - প্ৰশস্তি

শংকৰ - মাধৱ গুৰোঃ যত্ৰ পদৰেণুৰঞ্জিতঃ
বৰপেটা পুণ্যধামে জাতঃ শ্ৰীঅক্ষয় কুমাৰঃ ।।
ভাৰতী বোধনাৰ্থায় ব্ৰজন্তি সঃ কলিকতাম্ ।
পৰিত্যজতি তদাশাং পূজনাৰ্থং দেশমাতৰম্ ।।
যদা গান্ধীমহাভাগঃ আহ্বায়তি দেশবাসীনঃ ।
প্ৰক্ষিপ্যাত্মনং ক্ষিপ্ৰং স্বাতন্ত্ৰ্যগণবিপ্লৱে ।।
ৰোগাক্ৰান্তাং প্ৰিয়াং ভাৰ্যাং অপি চ প্ৰিয় সন্তানম্ ।
সৰ্ব পৰিত্যজ্য সঃ অগৃহ্লাৎ বন্দীজীৱনম্ ।।
সদা আসীৎ কৰ্মযোগী গান্ধীভক্তঃ কুমাৰ অক্ষয়ঃ ।
ন্যায়নিষ্ঠ ত্যাগবীৰঃ নীৰৱদেশসেৱকঃ ।।
শান্তি অহিংসাব্ৰতাৰঃ ঋজুজীৱনে ৰতঃ ।
স্বল্পব্যসনেতৃপ্তঃ নাসীৎ কিঞ্চিৎ ধনলোভঃ ।।
নাসীৎ কেশতৈলসিক্তং ৰিক্তংতস্য পদযুগলম্ ।
নাস্তি যথা সুখশয্যা ব্যৱসনং চ সুখকৰম্ ।।
খদ্দৰ বস্ত্ৰেণ যস্য আসীৎ শৰীৰমাচ্ছাদিতং ।
ভূত্বাপি শীতবিহ্বলঃ ন গৃহ্নাতি কিঞ্চিদধিকম্ ।।
কৃচ্ছ্ৰসাধনাভ্যস্তঃ স্থিতপ্ৰজ্ঞঃ শ্মশ্ৰুধাৰী ।
ভাৰতবৰ্ষস্য ঋষিণাং প্ৰতীকঃ ইতি প্ৰতিভাতি ।।
সৱৰমত্যাম্ গ্ৰামে যথা মহাত্মনাশ্ৰমং কৃতম্ ।
তথা স্থাপিত গিৰীশ বিদ্যাপীঠঃ চ গান্ধী আশ্ৰমঃ ।।
বহু গুণাকাৰঃ সোহপি দৃঢ়মতি অক্ষয় কুমাৰঃ ।
অকুতোভয়ঃ ক্ৰোধহীনং স্বল্পভাষী নিৰ্বিকাৰঃ ।।
নাসীৎ তস্য অল্পমতিঃ নেতৃত্বক্ষমতালোভঃ ।
অল্পেতুষ্টঃ মহামতিঃ নিস্বাৰ্থঃ নিৰহংকাৰঃ ।।
পৰজনস্য গুণং বেত্তি নাস্তি নিজগুণে ৰতি ।
সুখদুঃখে সমভাৱঃ ভৱেৎ স্বস্তি পৰহিতে ।।
অনন্যং পৌৰুষং তস্য সৰ্বেষাং ভক্তিভাজনম্ ।
অনেন সদৃশঃ নৰঃ ন কুত্ৰাপি পৰিলক্ষিতম্ ।।

– মফিৰ আলী

# अक्षय-तर्पण:

परार्थफलजन्मानो न स्युर्मार्गेद्रुमा यदि
तापच्छिदो महान्तश्चेज्जीर्णारण्यं जगत्भवेत्॥

अस्मिन् जगति यदि परार्थे फलजन्मदाता सुबिशाल: बृक्ष: न अस्थास्यत् तदा तापक्लिष्ट: इदं जगत् जीर्णारण्य इव अभविष्यत्।

ऊनविंशशतिकाय: शेषभागे असम-प्रदेशस्य बरपेटापूतस्थाने अक्षयकुमारदासमहाभागस्य जन्म अभवत्।

छात्रावस्थायामेव तीक्ष्णमेधाया: परिचयदाता भवान् भारतवर्षस्य स्वाधीनतासंग्रामस्य एक: निष्ठावान् सैनिक: आसीत्। स्वाधीनोत्तरस्य भारतवर्षस्य लोकेलबोर्डस्य,स्कुलबोर्डस्य च सभापतिरूपेण, सरभोगसमष्टे: बिधायकरूपेण च समाजानां प्रति, असंख्यजनानां प्रति भवत: कर्त्तव्यनिष्टया: पराकाष्ठा अद्यापि जना: अभिभूतमनसा संस्मरन्ति।

भवन्त: राजनैतिकजीवने सामाजिकजीवने च सदा व्यस्तोहपि सन् गिरीशविद्यापीठ न्यासरक्षासमिते: सभापतिरूपेन 1948 खृष्टाब्दात् आमृत्युपर्यन्तं अनुष्ठानहिते रता: आसन्। अनुष्ठानगतप्राणा: भवन्त: जड़ाजर्जरितेन अठर्वशरीरेणापि अनुष्ठानपरिचालनार्थं इहोपगता: इति स्मृत्वा आश्रमवासिन: चित्ता: इदानीमपि उद्वेलिता: भवन्ति।

विद्वान्-स्वल्पभाषी-निरभिमानी-विशालहृदययुक्त:, शक्तिशाली-ब्यक्तित्वसम्पन्न: भवान् एक: सुविशाल: महीरूह इव आसीत्,यस्य सुशीतलछाया तापक्लिष्टानां, दु:खपीड़ितानां, समास्याक्रान्तानां च जनानां परम: अवलम्बनस्वरूप: आसीत्।

जन्मशतवार्षिकी दिवसे भवत: चरणारविन्दे अस्माकं प्रणाम: निवेदयाम:।

— श्रीमामनि देवी

# অক্ষয় কুমাৰ দাসৰ
# স্মৃতিত

বিজয়চন্দ্ৰ ভাগৱতী

১৯১৯ চনৰ ৬ এপ্ৰিল তাৰিখে ৰাওলাট আইনৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ সমগ্ৰ ভাৰতত হৰতাল পালন কৰিবলৈ মোহনদাস কৰমচাঁদ গান্ধীয়ে দেশবাসীলৈ আহ্বান দিছিল। ইয়েই ভাৰতৰ ইতিহাসত এক নতুন অধ্যায় আৰম্ভ কৰে। এনে ধৰণৰ হৰতালৰ কথা ভাৰতত কোনেও তাৰ আগতে শুনা নাছিল। কেৱল প্ৰস্তাৱ গ্ৰহণ কৰি দাবী ডাঙি ধৰিয়েই ক্ষান্ত নাথাকি ভাৰতৰ জনসাধাৰণৰ ক্ষোভ প্ৰকাশ কৰিবলৈ সেই দিনা প্ৰথম এটা সক্ৰিয় কৰ্ম-পন্থা হাতত লোৱা হ'ল।

১৯২০ চনৰ যোল জুনত মহাত্মা গান্ধীযে তেওঁৰ সম্পাদনাত প্ৰকাশ হোৱা "ইয়ং ইণ্ডিয়া" কাকতত লিখিছিল —

'কষ্ট বৰণৰ অগ্নি পৰীক্ষাৰ মাজেদি শুদ্ধ-পৱিত্ৰ নোহোৱাকৈ কোনো দেশৰ কেতিয়াও উন্নতি হোৱা নাই। সন্তান জীযাই থাকিবলৈ, জন্মদাত্ৰী মাতৃৰ কষ্ট বৰণ অনিবাৰ্য। বীজৰপৰা অংকুৰ ওলোৱা চৰ্তই হৈছে যে বীজে নিজে নিজক বিসৰ্জন দিয়া। মৃত্যুৰ পৰাই জীৱন। কষ্ট বৰণৰ মাজেদি শুদ্ধ-পৱিত্ৰ হোৱাৰ যুগ যুগান্তৰৰ আইনখনৰ চৰ্ত পূৰণ নকৰাকৈ নিজৰ দাসত্ব মোচন কৰিব পাৰিবনে?'

১৯২১ চনত অসহযোগ আন্দোলনৰ আহ্বান আহিল। কংগ্ৰেছৰ সিদ্ধান্ত অনুসৰি মহাত্মা গান্ধীয়ে এই আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰিলে। সেইদিনা তেওঁৰ বাণী সমগ্ৰ ভাৰততে, নগৰে-চহৰে, গাঁৱে-ভূঞে প্ৰচাৰিত হ'ল। তেওঁ মৃদু স্বৰত, শান্তভাৱে তেওঁৰ কথাখিনি কৈছিল। কিন্তু সমগ্ৰ দেশতে তাৰ ধ্বনি-প্ৰতিধ্বনি উঠিছিল। ভাৰতৰ জনসাধাৰণৰ প্ৰাণৰো প্ৰাণত সেইদিনা এনে এটা আলোড়ন হৈছিল যে তাৰে ফলত আচম্বিতে বিভিন্ন প্ৰদেশ, জিলা আৰু অঞ্চলত যেন স্বয়ংক্ৰিয়ভাৱেহে স্বাধীনতাৰ যুদ্ধত নিজক আহুতি দিবলৈ দলে দলে কৰ্মীসকল ওলাই আহিছিল।

এনে এটা ক্ষণতে আত্মত্যাগী নেতা অক্ষয় কুমাৰ দাস, এনেকৈয়ে এদিন জাতীয় যজ্ঞত তেওঁ অৰিহণা দিবলৈ আগবাঢ়ি আহিছিল। অতি সহজ সৰল আছিল তেওঁৰ জীৱন প্ৰণালী। বেছি কথা কোৱা, নিজক ব্যক্তিগতভাৱে প্ৰকাশ কৰা কথা তেওঁৰ চৰিত্ৰত খাপ খোৱা কথা নাছিল। তেওঁ নীৰবে তেওঁৰ কৰ্তব্য কৰি গৈছিল।

মই অক্ষয় কুমাৰ দাস মানুহজনক যেনেকৈ ওচৰৰ পৰা দেখিছিলোঁ, তাৰপৰা ইযাকে ক'ব পাৰোঁ যে বিশেষ প্ৰতিভাশালী এজন লোকে নিজকে যেন সমূহত বিলাই দিছিল। অসম এছেম্বলীত মেম্বাৰ হৈ থাকোঁতে হওক বা তাৰ আগৰ কালৰ স্বাধীনতা যুদ্ধতে হওক, তেওঁ নিজৰ কৰ্তব্য নিৰ্যাৰিকৈ কৰি যোৱাতেই তেওঁ সন্তুষ্টি লাভ কৰিছিল। তেওঁ তেওঁৰ কামৰ কোনোদিনে কোনো প্ৰতিদান বিচৰা নাছিল।

অক্ষয় কুমাৰ দাস অসমত স্বাধীনতা যুদ্ধৰ এজন অগ্ৰণী নেতা। স্বাধীনতাৰ যুদ্ধত তেওঁৰ বৰঙণি তেওঁৰ ত্যাগ সদায় এটা আদৰ্শৰ দৃষ্টান্ত হৈ আছে আৰু থাকিব। কংগ্ৰেছৰ সভা সমিতিবিলাকত তেওঁ যেতিয়া নিজৰ মতামত প্ৰকাশ কৰিছিল, তেতিয়া সকলোৱেই সেই কথা বিশেষ ধ্যান দি শুনিছিল। তেওঁৰ কথা সদায়েই বিশেষ গুৰুত্বপূৰ্ণ আছিল কাৰণে সকলোৱেই সেই কথা মনযোগ দি শুনিছিল আৰু গুৰুত্বও দিছিল।

ব্যক্তিগতভাৱে অক্ষয় কুমাৰ দাস মোৰ কাৰণে আছিল বিশেষ সন্মানিত ব্যক্তি। তেওঁৰ আচৰণ, কামকাজ আৰু ধ্যান ধাৰণা আদৰ্শ স্থানীয় আছিল।

দেশকৰ্মী অক্ষয় কুমাৰ দাসৰ জীৱনী এখন লিখি প্ৰকাশ কৰা নিতান্ত প্ৰয়োজনীয় কথা। কিযনো, তেওঁৰ জীৱনীৰ পৰা উঠি অহা পুৰুষে বহুত কথা শিকিব লগা আছে।

অক্ষয় কুমাৰ দাসৰ স্মৃতিৰ প্ৰতি মই মোৰ শ্ৰদ্ধাৰ অৰ্ঘ্য নিবেদন কৰোঁ। ●

# অক্ষয় কুমাৰ দাস

ৰবীন কাকতী

১৯২০/২১ চনৰ পৰা গান্ধীজীৰ নেতৃত্বত আৰম্ভ হোৱা স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰোঁতাসকলৰ সংগ্ৰামী জীৱনৰ কথা আজি অতীত যুগৰ কথাৰ দৰে হৈ পৰিছে। বৰ্তমান অসমতে নহয়, গোটেই ভাৰততে ১৯২০/২১ চনৰপৰা একেৰেখাৰিয়ে স্বাধীনতা সংগ্ৰামত ব্ৰতী হোৱা লোক হাতৰ আঙুলিৰ মূৰত লেখিব পৰা, যি কেইজনমান জীবিত আছে তেওঁলোকেও নিজৰ জীৱনবেই স্বাধীনতা সংগ্ৰামৰ বহুতো কথা আজি পাহৰিলে।

অক্ষয় কুমাৰ দাস অসমৰ সেই যুগৰ অন্যতম স্বাধীনতা সংগ্ৰামী পুৰুষ। স্বাধীনতা সংগ্ৰামৰ দিনত কংগ্ৰেছৰ বিভিন্ন সভা সমিতি, আলোচনা ইত্যাদিত সঘনে আমাৰ বিভিন্ন জিলাৰ কৰ্মীসকলৰ লগত লগা-লগি হৈছিল, পৰস্পৰৰ বিষয়ে জনাৰ সুযোগ ঘটিছিল আৰু এটা ঐক্য সম্প্ৰীতিৰ ভাব গঢ়ি উঠিছিল। মৰম, স্নেহ, সহায় সহানুভূতিৰে এডাল এনাজৰীৰে আমি বান্ধ খাই পৰিছিলোঁ। যিহেতু আমি একে পথৰে পথিক।

দেশ স্বাধীন হ'ল। প্ৰাদেশিক কংগ্ৰেছ কমিটি, ৱৰ্কিং কমিটি, বিধান সভা আদিত আমাৰ কৰ্মীবিলাকক আৰু সঘনে লগ পোৱা হ'লো। কিন্তু বছৰৰ পাছত বছৰ বাগৰি যোৱাৰ লগে লগে আমাৰ আগৰ বিশ্বাস, মৰম, স্নেহ, শ্ৰদ্ধা ভাবৰ অতীতৰ এনাজৰীডাল ক্ৰমে মৰহি গ'ল। নিজৰ জীৱনৰ কথাই ক্ৰমে আজি ইটো-সিটো কৰি পাহৰি যাব ধৰিছোঁ। অক্ষয় কুমাৰ দাস আমাৰ ভলণ্টিয়াৰ শ্ৰেণীৰ প্ৰধান সংগী আছিল। বৰপেটাৰ গোলোক চন্দ্ৰ পাঠকৰ লগত মাজে-মাজে বৰপেটা কংগ্ৰেছৰ সংগঠনৰ বিষয়ে আলোচনা কৰোঁতে বৰপেটাৰ অন্যান্য নেতাসকলৰ লগত অক্ষয় কুমাৰ দাসৰ বিষয়েও উল্লেখ কৰিছিল ' বৰপেটা অঞ্চলত গণ্য-মান্য ব্যক্তিসকলে 'বাবু' বুলি সম্বোধন কৰিছিল। গতিকে অসমৰ সকলোৱে তেওঁকো 'অক্ষয় বাবু' বুলি মাতিছিল।

১৯২০ চনত বেনাৰচত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সিদ্ধান্ত অনুসৰি

গান্ধীজীৰ অসহযোগ আন্দোলন প্ৰস্তাৱৰ বিষয়ে আলোচনাৰ কাৰণে কলিকতাত কংগ্ৰেছৰ এখন বিশেষ অধিৱেশন বহে। সেই সভাত কৰ্মবীৰ চন্দ্ৰ নাথ শৰ্মাৰ প্ৰচেষ্টাত কলিকতাত পঢ়া সৰহ সংখ্যক ছাত্ৰই কংগ্ৰেছৰ ভলণ্টিয়াৰ হৈছিল আৰু অসমৰ হৈ তেওঁলোক কংগ্ৰেছৰ প্ৰতিনিধি হৈছিল। কাৰণ সেই সময়ত ভাৰতৰ যিকোনো ৰাজহুৱা অনুষ্ঠানৰ প্ৰতিনিধিয়েই দহ টকা বৰঙণি দিয়েই কংগ্ৰেছ অধিৱেশনৰ প্ৰতিনিধি হ'ব পাৰিছিল। অক্ষয় বাবু সেই সময়ত কলিকতাৰ প্ৰেচিডেন্সি কলেজত এম. এ পঢ়ি আছিল। অমিয় কুমাৰ দাসৰ 'অসমৰ অসহযোগ আন্দোলন আৰু অসম' পুস্তিকাত কলিকতাৰ অন্যান্য ছাত্ৰৰ লগতে অক্ষয় কুমাৰ দাসৰ নামটো ভলণ্টিয়াৰৰ তালিকাত দেখা যায়। কলিকতা কংগ্ৰেছত গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হ'ল। যিহেতু এই প্ৰস্তাৱত কংগ্ৰেছৰ মুখ্য উদ্দেশ্য-নীতিৰ আমূল পৰিৱৰ্তন সাধন কৰা হৈছে, গতিকে কংগ্ৰেছৰ বছৰেকীয়া অধিৱেশনত গৃহীত হ'ব লাগিব বুলি সাংবিধানিক আপত্তি অহাত নাগপুৰৰ কংগ্ৰেছৰ বছৰেকীয়া অধিৱেশনত গৃহীত হ'ব লাগিব বুলি বিসম্বাদীসকলে দাবী কৰে। নাগপুৰত কংগ্ৰেছৰ অধিৱেশনৰ লগতে নিখিল ভাৰত ছাত্ৰ ফেডাৰেচনৰো এখন সন্মিলনৰ আয়োজন কৰা হৈছিল। কৰ্মবীৰ চন্দ্ৰ নাথ শৰ্মাই কংগ্ৰেছৰ প্ৰতিনিধিৰ লগতে ১৫ জন, অসমৰ পৰা ৫ জন আৰু কলিকতাৰ পৰা ১০ জন ছাত্ৰ উক্ত ছাত্ৰ ফেডাৰেচনলৈ লৈ গৈছিল।

১৯২১ চনৰ জানুৱাৰী মাহত গুৱাহাটীত এখন ছাত্ৰ সন্মিলন চন্দ্ৰ নাথ শৰ্মাৰ সভাপতিত্বত বহে আৰু ছাত্ৰসকলে স্কুল-কলেজ বৰ্জন কৰি এটা প্ৰস্তাৱ বহুতো তৰ্ক-বিতৰ্কৰ অন্তত গ্ৰহণ কৰে। কলিকতাৰ পৰা অক্ষয় কুমাৰ দাস সহ ৮ জন ছাত্ৰই কলেজ বৰ্জন কৰি অসমলৈ আহি আন্দোলনৰ কামত আত্মনিয়োগ কৰে। কটন কলেজৰ পৰা প্ৰথমতে তেজপুৰৰ ৮ জন মেধাৱী ছাত্ৰই কলেজ বৰ্জন কৰি ওলাই যোৱাত ক্ৰমে বুজন সংখ্যক কটন কলেজৰ ছাত্ৰ আৰু অসম সুৰমা উপত্যকাৰ হাইস্কুলৰ ছাত্ৰই স্কুল বৰ্জন কৰি আন্দোলনত যোগ দিয়ে। কলেজ বৰ্জন কৰা ছাত্ৰ সকলৰ কাৰণে দেশ সেৱক ডাঃ হৰিকৃষ্ণ দাসৰ ঘৰতে থকাৰ ব্যৱস্থা কৰা হৈছে। কলিকতা আৰু কটন কলেজৰ ছাত্ৰসকলক সংগঠন আৰু প্ৰচাৰ কাৰ্যৰ কাৰণে নিজ নিজ জিলা বা মহকুমাৰ দায়িত্ব দি পঠাই দিছিল। অক্ষয় কুমাৰ দাসে বৰপেটালৈ গৈ অম্বিকাগিৰী ৰায়চৌধুৰী, ধনীৰাম তালুকদাৰ প্ৰমুখ্যে নেতাসকলৰ লগত আলোচনা কৰি সংগঠনৰ কামত আত্মনিয়োগ কৰে। বৰপেটা জিলা কংগ্ৰেছৰ সহকাৰী সম্পাদক আৰু লগতে নগৰ কমিটিৰ সম্পাদকৰ দায়িত্বত আছিল। অসহযোগ আন্দোলন স্থগিত হোৱাত অক্ষয় কুমাৰ দাসে গুৱাহাটীৰ 'আৰ্লে ল কলেজৰপৰা ১৯২৫ চনত ওকালতি পাছ কৰে আৰু

বৰপেটাত ওকালতি আৰম্ভ কৰে। তেওঁ ১৯২৬ চনত পাণ্ডু কংগ্রেছ অধিৱেশনৰ কামতো আত্ম-নিয়োগ কৰিছিল। ১৯২৮ চনত বৰপেটা জিলা কংগ্রেছৰ সম্পাদক নিৰ্বাচিত হয়।

১৯৩০ চনত আইন অমান্য আন্দোলনত তেওঁৰ ৬ মাহ জেল হয়। তেওঁ ১৯২৩ চনত গঠন হোৱা স্বৰাজ্য দলক সমৰ্থন কৰা নাছিল — গঠনমূলক কাৰ্যপদ্ধতি যোগে জনসংযোগ কৰাতহে বেছি গুৰুত্ব দিছিল। তেওঁ ১৯৩০/৩৪ চনত গান্ধীজীয়ে আৰম্ভ কৰা অস্পৃশ্যাতা বৰ্জন আন্দোলনত বৰপেটা হৰিজন সংঘৰ সভাপতিৰ দায়িত্ব লৈ অস্পৃশ্যাতা আন্দোলনত আত্ম-নিয়োগ কৰিছিল। ১৯৩৪ চনত বৰপেটাৰ পৌৰসভাৰ সভাপতি হয়। ইয়াৰ পাছত তেওঁ বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি হৈ কংগ্ৰেছৰ সংগঠন আৰু গঠনমূলক কামত আত্ম-নিয়োগ কৰে। ব্যক্তিগত সত্যগ্ৰহ আন্দোলন, সংগঠন আৰু পৰিচালনাৰ কাৰণে ওকালতি সম্পূৰ্ণভাৱে বৰ্জন কৰি কামত আত্মনিয়োগ কৰে।

সত্যাগ্ৰহ কৰাত তেওঁৰ এবছৰ কাৰাদণ্ড হয়। দ্বিতীয় মহাসমৰত অসম হৈ পৰিল জাপানৰ বিৰুদ্ধে মিত্ৰ শক্তিৰ প্ৰধান সমৰ ঘাটি। আমেৰিকান সৈন্যই অসম ছাটি পেলালে। অসমৰ জনসাধাৰণৰ মাজত ভয় আতংকৰ সৃষ্টি — ব্ৰহ্ম আদিৰ পৰা ভাৰতীয়সকল পাহাৰ-পৰ্বতৰ দুৰ্যোগপূৰ্ণ গিৰি-পথেদি অসম সোমালহি। আনহাতে অসমত বাস কৰা অন্য ৰাজ্যৰ লোকসকল আতংকিত হৈ অসম ত্যাগ কৰিলে। গাঁৱে-ভূঞে আমেৰিকান বগা আৰু নিগ্ৰো সৈন্য পিয়াপি দি ফুৰিছে। অসমৰ মুখ্য কংগ্ৰেছ নেতা-কৰ্মী জেলত। গান্ধীজীৰ নিৰ্দেশত দেশ ব্যাপি শান্তি-সেনা আৰম্ভ হ'ল। জেলৰ পৰা মুক্ত হৈ অক্ষয় কুমাৰ দাসে এই শান্তি-সেনাৰ প্ৰশিক্ষণ আৰু সংগঠনৰ কামত পূৰ্ণভাৱে আত্মনিয়োগ কৰে।

১৯৪১ চনত সৰভোগৰ ওচৰত বেঁকী নৈৰ পাৰত এটা সামৰিক বিমান কোঠ নিৰ্মাণৰ কাম আৰম্ভ হৈছিল। এই সামৰিক বিমান কোঠৰ পৰা ৰাইজৰ বিপদৰ আশংকাত শান্তি-সেনাই সভা-সমিতি পাতি, প্ৰতিবাদ-পিকেটিং আদি কৰি বিফল হোৱাত ডেকা দলে এই বিমান কোঠ ধ্বংস কৰাৰ সিদ্ধান্ত কৰে। ১৯৪২ চনৰ ২৬ আগষ্টত ব্ৰজ নাথ শৰ্মা প্ৰমুখ্যে ডেকা দলৰ নেতৃত্বত হাজাৰ হাজাৰ ৰাইজে সংঘবদ্ধ হৈ ৰাতি জুই দি এই বিমান ঘাটি ভস্মীভূত কৰে। ৩০ আগষ্টৰ পৰা ব্যাপক ভাৱে তালাচী, গ্ৰেপ্তাৰ আৰম্ভ হয়। কিছু গাঁৱৰ ওপৰত পাইকাৰী জৰিমনা বহুৱায়। অক্ষয় দাসে জেলৰ পৰা ওলাই পুলিছ, মিলিটেৰীৰ দ্বাৰা নিৰ্যাতিত গাঁওবিলাকত গঠনমূলক কামত আত্মনিয়োগ কৰে। বৰনগৰৰ কামাৰগাওঁৰ মোহন চন্দ্ৰ ভকতে ১০ বিঘা মাটি

দান কৰাত তাত অক্ষয় কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধাৰী প্ৰমুখ্যে নেতাসকলে কমাৰগাৱঁত গান্ধী আশ্ৰম নামদি এখন আশ্ৰম খুলি গঠনমূলক কামৰ প্ৰসাৰতাৰ কাৰণে যত্ন কৰে। ১৯৪৫ চনত তেওঁ বৰপেটা লোকেল বোৰ্ডৰ চেয়াৰমেন হয় আৰু ৰাইজৰ আলি-পদুলি, প্ৰাথমিক স্কুল, চিকিৎসা আদি বিভিন্ন সেৱা-কামত আত্ম-নিয়োগ কৰিছিল। ১৯৫২ চন আৰু ১৯৬২ চনত তেওঁ দুবাৰ বিধান সভাৰ সদস্য হৈছিল। ১৯৫২ চনৰ পৰা ১৯৫৭ চনলৈকে বিধান সভাৰ সদস্য হিচাপে তেওঁৰ সৈতে অতি ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল। বিধান সভাৰ সদস্যৰ কালত তেওঁ বৰপেটা মহকুমাৰ যাতায়তৰ উন্নয়ন, খোৱাপানী, শিক্ষা, স্বাস্থ্য, বানপানী ৰোধকৰা আদি বিষয়ে যত্ন কৰিছিল। তেওঁৰ আশাশুধীয়া যত্নতে বৰপেটা মহকুমাত বহুতো উন্নয়নমূলক কাম হোৱা কথা মই জানো। তেওঁ বৰপেটা কংগ্ৰেছৰ সভাপতি, সম্পাদক কেবাবাৰো হৈছিল। অসম প্ৰাদেশিক কংগ্ৰেছৰ বহুবছৰ কাৰ্যকৰী কমিটিৰ সদস্য আছিল। গৱৰ্ণমেণ্টৰ বহুতো দায়িত্বপূৰ্ণ কমিটিৰো সদস্য আছিল। কেবাবাৰো তেওঁৰ লগত আমি দল বান্ধি কংগ্ৰেছৰ বিভিন্ন অধিৱেশনলৈ গৈছিলোঁ আৰু ঘূৰি আঁহোতে প্ৰতিবাৰে আমি বিভিন্ন প্ৰদেশৰ প্ৰধান নগৰ, মন্দিৰ আদিলৈ গৈছিলোঁ।

অক্ষয় বাবু গহীন, কথা কম কোৱা স্বভাৱৰ আছিল। গান্ধীজীৰ অহিংসা আৰু গঠনমূলক কামত তেওঁ অগাধ বিশ্বাসী আছিল।

তেওঁ অতি সৰলভাৱে জীৱন যাপন কৰিছিল। এজন ধাৰ্মিক পুৰুষ আছিল। বৰপেটা কীৰ্ত্তন ঘৰ তেওঁৰ আছিল এখন শান্তি ধামৰ দৰে। তেওঁ এজন চিন্তাশীল আৰু অভিজ্ঞ ব্যক্তি আছিল। অসমৰ পমুৱা, ভগনীয়া আৰু সামাজিক, অৰ্থনৈতিক ঔদ্যোগীকৰণ, বানপানী, খহনীয়া, শক্তি উৎপাদন, জলসিঞ্চন, শিক্ষা, চিকিৎসা আদি বিভিন্ন সমস্যাৰ বিষয়ে তেওঁ চিন্তা কৰিছিল। তেওঁ প্ৰাদেশিক ৱৰ্কিং কমিটি, কংগ্ৰেছ বিধায়িনী দলৰ সভা আৰু বিধান সভাৰ মজিয়াত এই সমস্যাবিলাক সততে দাঙি ধৰিছিল আৰু তেওঁৰ পৰামৰ্শসমূহত ৰাজিক চৰকাৰে বিশেষ গুৰুত্ব দিছিল। ●

# সতীৰ্থৰ দৃষ্টিত অক্ষয় কুমাৰ দাস

গৌৰীশংকৰ ভট্টাচাৰ্য

পাঁচ বছৰ কাল মই অক্ষয় কুমাৰ দাসৰ লগত অসম বিধান সভাৰ সদস্য আছিলোঁ। সেই কালছোৱাত মই তেওঁক ঘনিষ্ঠভাৱে পাইছিলোঁ। প্ৰথমৰে পৰা তেওঁৰ কিছুমান বিশেষ গুণ, কাম-কাজ, বেশভূষা আৰু কথা-বতৰাই মোৰ সশ্ৰদ্ধ দৃষ্টি আকৰ্ষণ কৰিছিল। সেই সময়ৰ বিধান সভাৰ সদস্যৰ সংখ্যা আছিল ১০৮ জন। তাৰ ভিতৰত নগা পৰ্বত জিলাৰ তিনিখন আসন খালী পৰা হেতুকে কাৰ্যকৰী সদস্য সংখ্যা মাথোন ১০৫ জন আছিল।

অক্ষয় বাবুৰ বিষয়ে পূৰ্বৰে পৰা মই ভালেমান কথা জানিছিলোঁ। বিশেষকৈ অনাড়ম্বৰ, সদাচাৰী, সাধু প্ৰকৃতিৰ চৰিত্ৰ আৰু স্বদেশ আৰু স্বাদেশিকতাক জীৱনৰ একমাত্ৰ লক্ষ্য হিচাপে গ্ৰহণ কৰা, নিস্বাৰ্থ দেশ-সেৱক, মুক্তি-যুঁজাৰু আৰু গান্ধীজীৰ একান্ত অনুসৰণকাৰী গঠনমূলক কৰ্মী হিচাপে তেওঁৰ সুখ্যাতি কেৱল বৰপেটাতেই নহয়, সমগ্ৰ অবিভক্ত কামৰূপতে বিয়পি পৰিছিল। মই পাছত জানিব পৰা মতে বিধান সভাৰ  সদস্য পদৰ প্ৰতিও তেওঁৰ কোনো হাবিলাস নাছিল। কিন্তু ওপৰত উল্লেখ কৰা গুণৰাজিত বিমুগ্ধ ইতিহাস প্ৰসিদ্ধ বৰনগৰৰ ৰাইজৰ একান্ত আগ্ৰহক আওকাণ কৰিব নোৱাৰি তেওঁ সৰভোগ সমষ্টিৰপৰা অসম বিধান সভাৰ নিৰ্বাচনত অৱতীৰ্ণ হ'বলৈ সন্মতি প্ৰদান কৰিবলৈ বাধ্য হৈছিল।

মই ১৯৫২ চনৰ পৰা ১৯৭৮ চনলৈকে, এটা বিৰতি বাদ দি সুদীৰ্ঘকাল অসম বিধান সভাৰ সদস্য আছিলোঁ। তাৰপৰা অৱসৰ লোৱাৰ পাছতো এতিয়ালৈকে মই বিধান সভাৰ কাম-কাজ আৰু সদস্যসকলৰ গতিবিধি আৰু আচৰণ আগ্ৰহেৰে লক্ষ্য কৰি আহিছোঁ। সময় আৰু পৰিস্থিতিৰ পৰিবৰ্তনৰ কাৰণেই নেকি সেই সময়ৰ সাংসদ আৰু বিধায়কৰ লগত আজিৰ যুগৰ সাংসদ আৰু বিধায়কৰ বেছিভাগৰ ভিতৰত ব্যাপক পাৰ্থক্য লক্ষ্য কৰিছোঁ। তাহানিখনত সাংসদ আৰু বিধায়কসকলৰ মাজত তেওঁলোকৰ

নীতি আৰু আদৰ্শৰ বহুত পাৰ্থক্য আছিল। ব্যক্তিগত পাৰ্থক্য তেতিয়াও আছিল, এতিয়াও আছে ; কিন্তু এনেকুৱা পাৰ্থক্য সত্ত্বেও সেই দিনত তেওঁলোকৰ প্ৰায় ভাগৰেই এটা নিষ্ঠা, সততা আৰু পৰস্পৰৰ প্ৰতি শ্ৰদ্ধা লক্ষ্য কৰিছিলোঁ। তেওঁলোকৰ প্ৰায়ভাগেই আছিল আদৰ্শনিষ্ঠ লোকসেৱক (missionary)। তেওঁলোকৰ সেৱাধৰ্ম প্ৰকৃতি (mission)ৰ পাৰ্থক্য নিশ্চয় আছিল ; তেওঁলোকৰ নিশ্চিতভাৱে একোটা নীতি-নিষ্ঠা আছিল। সাংসদ আৰু বিধায়কৰ কামটো তেওঁলোকে সেৱামূলক কৰ্ম হিচাপেহে সাদৰি লৈছিল ; ব্যক্তিগত লাভৰ বৃত্তি হিচাপে লোৱা নাছিল। ব্যতিক্ৰম অৱশ্যে আছিল, কিন্তু সকলোৱে জানে যে ব্যতিক্ৰম সাধাৰণ নিয়ম নহয়, ব্যতিক্ৰমে সাধাৰণ নিয়মৰ সাৰ্থকতাহে প্ৰমাণ কৰে। অতি দুখ, বেদনা আৰু লজ্জাৰে ক'বলগীয়া হৈছে যে বৰ্তমানৰ পৰিস্থিতিটো সম্পূৰ্ণ বেলেগ আৰু বিপৰীত প্ৰকৃতিৰ হোৱা দেখা গৈছে। এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি যে সেই সময়ত অসম বিধান সভা বহিছিল অবিভক্ত অসমৰ ব্যয় বহুল ৰাজধানী চিলং চহৰত। তথাপি এজন বিধান সভাৰ সদস্যৰ মাহেকীয়া বেতন আছিল ১০০ টকা আৰু বিদান সভা আৰু তাৰ কমিটিসমূহৰ সদস্য হিচাপে কাম কৰা প্ৰতিটো দিনৰ বাবে দৈনিক ভাট্টা মাত্ৰ ৭.৫০ টকা। আজিৰ দিনত একোজন বিধায়কে সেই তুলনাত কিমান গুণ বেছি পায় সেইটো সকলোৱে জানে। বৰ্তমান বিধায়কসকলে আইন প্ৰণয়ন কৰি তেওঁলোকৰ কামটো 'বৃত্তি' হিচাপে স্বীকৃতি দিয়াইছে আৰু কেনেবাকৈ এবাৰ বিধায়ক হিচাপে নিৰ্বাচিত হ'লেই সদস্য পদ যোৱাৰ পাছতো মাহে কেবা হাজাৰকৈ টকা পেঞ্চন হিচাপে পোৱাৰ ব্যৱস্থা কৰিছে। ইয়াৰ পাছতো যদি ৰাইজে আজিৰ দিনত বিধায়কক তাহানিৰ বিধায়কৰ লেখীয়াকৈ গণ্য নকৰে তেতিয়া বোধহয় আচৰিত হ'ব লগা একো নাই।

কিন্তু তাহানিৰ দিনৰ হিচাপতো অক্ষয় বাবুৰ বিধায়ক জীৱনটো কৃচ্ছ্ৰ-সাধনৰ ব্ৰত বুলিলে অত্যুক্তি কৰা নহ'ব। তেওঁ অতি সাধাৰণ খদ্দৰৰ সাজ-পাৰহে পৰিধান কৰিছিল। অৱশ্যে তেওঁ প্ৰতিদিনে ব্যৱহাৰ কৰা কাপোৰ কানি নিজ হাতে ধুই চাফ-চিকুণ কৰি লৈছিল। তেওঁ নাপিতৰ হতুৱাই নালাগে, নিজেও দাঢ়ি নুখুৰাইছিল। তেওঁৰ এখন কেঁচী আছিল আৰু মাজে মাজে সেই কেঁচীৰে নিজে দাঢ়ি কাটি চুটি কৰি লৈছিল। খোৱা বোৱা ইত্যাদিতো তেওঁ মিতব্যয়ী আছিল। এনেকুৱা কৃচ্ছ্ৰ-সাধনৰ বাবে কোনোৱে তেওঁক সমালোচনা কৰিছিল। তেওঁ সমিধান হিচাপে মিচিকিয়া হাঁহি মাৰি কৈছিল ঃ "মহাত্মা গান্ধীয়ে যদি দিনে ৬ অনা খৰচ কৰি জীৱন নিৰ্বাহ কৰিব পাৰে, তেন্তে তেওঁৰ শিষ্য আৰু অনুগামী বুলি দাবী কৰা আমাৰ দৰে লোকৰ অভাৱ ৭.৫০ টকাত কিয় পূৰণ নহ'ব ?"

অক্ষয় বাবু অল্পভাষী লোক আছিল, কিন্তু তেওঁ বিধান সভাৰ বৈঠক আৰম্ভ হোৱাৰ লগে লগে তেওঁ আসন গ্ৰহণ কৰিছিল আৰু অধিৱেশন সামৰণি পৰাতহে তাৰপৰা ওলাই আহিছিল। সকলো পক্ষৰ বক্তব্য তেওঁ মন দি শুনিছিল। মোৰ যিমান দূৰ মনত পৰে তেওঁ কেৱল দুটা বিষয়ত ভাষণ উত্থাপন কৰিছিল। তাৰে এটা হৈছে বন্ধা ধৰা সময়ৰ ভিতৰতে সংবিধানৰ চতুৰ্থ খণ্ডত উল্লেখ কৰা বিনামূলীয়া আৰু প্ৰাথমিক শিক্ষাৰ আঁচনিখন সম্পূৰ্ণ কৰি তুলিব লাগে আৰু সেই শিক্ষা হ'ব লাগে গান্ধীজী প্ৰৱৰ্তিত বুনিয়াদী শিক্ষা। দ্বিতীয় বিষয়টো আছিল অসমত বিশেষকৈ বৰপেটা মহকুমাত বহিৰাগতৰ প্ৰবল হেঁচা। মই লক্ষ্য কৰিছিলোঁ যে তেওঁ এই সমস্যাটো সামাজিক আৰু অৰ্থনৈতিক দৃষ্টিকোণৰ পৰাহে নিৰীক্ষণ কৰিছিল। তেওঁ কৈছিল যে যদিও ভাৰতবৰ্ষ এটা অবিচ্ছেদ্য মহাজাতি ইয়াৰ ভিন ভিন অঞ্চলত বহু জাতি, উপজাতি, জনগোষ্ঠী আছে। এই সকলৰ সংৰক্ষণ, সংবৰ্ধন আৰু আৰ্থ-ৰাজনৈতিক অস্তিত্বৰ স্বীকৃতিৰ জৰিয়তেহে ভাৰতৰ মহা জাতিয়তাৰ শক্তি বৃদ্ধি হ'ব। অসম এখন বহু জাতি উপজাতি জনগোষ্ঠীৰ বাবে ৰহণীয়া মিশ্ৰ সমাজ। এই সত্যৰ স্বীকৃতি স্বৰূপে অসমলৈ নতুন জনস্ৰোত ৰোধ কৰিব লাগে আৰু ইয়াত স্থায়ীভাৱে বসবাস কৰি থকা সকলো লোককেই প্ৰগতিৰ পথত আগবঢ়াই নি এখন শান্তি সম্প্ৰীতি আৰু সমন্বয়ৰ সমাজ গঢ়ি তুলিব লাগে।

অক্ষয় বাবুৱে তেওঁৰ উত্তৰাধিকাৰীসকলৰ কাৰণে ধন-দৌলত একোৱে এৰি যোৱা নাই। কিন্তু তেওঁ এটা আপুৰুগীয়া সম্পদ এৰি থৈ গৈছে। সেইটো হৈছে সত্য আৰু সদাচাৰী জীৱনাদৰ্শ। তেওঁৰ অনুগামী আৰু উত্তৰাধিকাৰীসকলে তেওঁৰ কথা স্মৰণ কৰি ভক্তি আৰু শ্ৰদ্ধাত মূৰ নোদোৱাকৈ থাকিব নোৱাৰে। তেওঁৰ মহত্বক লৈ গৌৰৱান্বিত হোৱাৰ সম্পূৰ্ণ অধিকাৰ অক্ষয় বাবুৱে তেওঁলোকৰ কাৰণে এৰি থৈ গৈছে। ●

# মুক্তি-যোদ্ধা
# অক্ষয় কুমাৰ দাসৰ স্মৃতিত

সতীশ চন্দ্ৰ কাকতী

ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ ভূমিকা বৰ গৌৰৱময় আছিল। অসমৰ সকলো সম্প্ৰদায় আৰু অঞ্চলৰ লোকে ১৯২১ চনত অসহযোগ আৰু তাৰ পৰৱৰ্তী দুটা আন্দোলন ১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় ভূমিকা লৈছিল। কিন্তু বৰ আচৰিত যে স্বাধীনতা আন্দোলন সম্পৰ্কত সৰ্বভাৰতীয় লেখকৰ গ্ৰন্থ বা চৰকাৰৰ দ্বাৰা প্ৰকাশিত বিৱৰণত অসমৰ ভূমিকাৰ বিষয়ে সম্পূৰ্ণ তথ্য প্ৰকাশিত হোৱা নাই। সি যি নহওক, অসমীয়া মানুহখিনিয়ে তাৰ বাবে খেদ নকৰে, কিয়নো ভাৰতৰ স্বাধীনতাৰ কাৰণে অসমবাসীয়ে নিজৰ কৰ্তব্য পালন কৰিছিল।

ৰাজ্যৰ আন অঞ্চলৰ দৰে বৰপেটা অঞ্চলৰ লোকে দেশৰ স্বাধীনতা ৰণত যোগ দি দেশপ্ৰেমসুলভ পৰিচয় দিছিল। তাৰ ভিতৰত উল্লেখ কৰিব পাৰি হৰিপ্ৰসাদ ব্ৰহ্মচাৰী, ধনীৰাম তালুকদাৰ, কামেশ্বৰ দাস, উপেন্দ্ৰ নাথ দাস, মহেন্দ্ৰমোহন চৌধুৰী, অক্ষয় কুমাৰ দাস আৰু বহুতো। স্বাধীনতা যুঁজত বৰপেটা অঞ্চলৰ ভিতৰুৱা গাঁৱত বাস কৰা কেবাখনো গাঁৱৰ খেতিয়ক আৰু জনজাতীয় লোকে অংশ গ্ৰহণ কৰিছিল; সেই দৰে অংশ গ্ৰহণ কৰি জেললৈ গৈছিল নাৰীসকলেও। তাৰ জলন্ত প্ৰমাণ আছিল চন্দ্ৰপ্ৰভা শইকীয়ানী। ১৯৪২ চনত সৰভোগত যিখন বিমান কোঠ আছিল, সেই কোঠ ব্ৰজনাথ শৰ্মা আৰু তেওঁৰ সতীৰ্থসকলে ধ্বংস কৰি এটা ৰোমাঞ্চকৰ ঘটনাৰ সৃষ্টি কৰিছিল। এইদৰে বৰপেটা অঞ্চলৰ মানুহখিনিয়ে ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি নানা ধৰণৰ শাস্তি ভোগ কৰিছিল।

প্ৰয়াত অক্ষয় কুমাৰ দাস আছিল তেনে ত্যাগ কৰা ব্যক্তি। সৰুৰে পৰা দেশপ্ৰেমত উদ্বুদ্ধ হৈ তেওঁ ১৯২১-২২ চনৰ অসহযোগ আন্দোলনত যোগ দিয়ে

আৰু কংগ্ৰেছৰ সংগঠনৰ কামত ব্ৰতী হৈ পৰে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনতো তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰে। ১৯৩০ চনৰ ২৬ জানুৱাৰীত বৰপেটাত 'স্বাধীনতা দিবস'ত জাতীয় পতাকা উত্তোলন কৰে বৰপেটাৰ কীৰ্ত্তন ঘৰৰ সম্মুখত। তাৰ কাৰণে চৰকাৰে তেওঁক গ্ৰেপ্তাৰ কৰে; বিচাৰত তেওঁৰ ছমাহ কাৰাদণ্ড হয় লগতে ২০ টকা জৰিমনা ভৰিব লগা হয়। ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনতো অক্ষয় কুমাৰ দাসে এবছৰ কাৰাদণ্ড ভোগ কৰে।

উল্লেখ কৰা প্ৰয়োজন, অক্ষয় কুমাৰ দাসৰ ত্যাগ আৰু কংগ্ৰেছৰ আদৰ্শৰ প্ৰতি থকা একাগ্ৰতাৰ কাৰণে তেওঁ বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ সভাপতি আৰু বৰপেটা লোকেল বোৰ্ডৰ সভাপতি নিৰ্বাচিত হৈছিল। ১৯৫২ আৰু ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচন দুটাত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে তেওঁ অসম বিধান সভালৈ সৰভোগ সমষ্টিৰপৰা নিৰ্বাচিত হৈ ১০ বছৰ বিধায়ক আছিল। কিন্তু তেওঁ মন্ত্ৰীৰ দৰে পদৰ বাবে আকাংক্ষী নাছিল। কংগ্ৰেছ নেতৃত্বই যি আদৰ্শ দিছিল অক্ষয় কুমাৰ দাসে তাক নিয়াৰিকৈ পালন কৰিছিল আৰু সেই কাৰণে এজন গান্ধীবাদী বুলি জনসাধাৰণৰ মাজত জনপ্ৰিয় আছিল।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ সোণালী জয়ন্তীৰ সময়ত আজি জনসাধাৰণে প্ৰয়াত অক্ষয় কুমাৰ দাসৰ দৰে ত্যাগী, গান্ধীবাদী ব্যক্তিৰ নাম স্মৰণ কৰিছে। তেওঁক ৰাইজে অক্ষয় বাবু বুলিয়ে সম্বোধন কৰা দেখিছিলোঁ। এই আড়ম্বৰবিহীন, সৰল আৰু সদা খদ্দৰ কাপোৰ পৰিধান কৰা ব্যক্তিজনক ময়ো অক্ষয় বাবু বুলি মাতিছিলোঁ, যদিও তেওঁ মোতকৈ বয়সত বহুত জ্যেষ্ঠ আছিল। অমায়িক ব্যৱহাৰ আছিল অক্ষয় কুমাৰ দাসৰ অন্যতম গুণ।

প্ৰয়াত দাসৰ শতবৰ্ষৰ জন্ম-জয়ন্তী উপলক্ষ্যে এই গান্ধীবাদী ব্যক্তিজনৰ প্ৰতি মই শ্ৰদ্ধা আগ বঢ়ালোঁ। ●

# অক্ষয় কুমাৰ দাসৰ স্মৃতিত

শৰৎ চন্দ্ৰ সিংহ

ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসৰ সুদীৰ্ঘ কালৰ ভিতৰত ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰা ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনলৈ এই কালছোৱাই আছিল স্বাধীনতা সংগ্ৰামৰ শেহতীয়া গতি নিৰ্ণায়ক কাল। এই কালছোৱাতেই স্বাধীনতাৰ বাবে যুঁজ দিয়াসকলে সত্যাগ্ৰহ, অসহযোগ আৰু আইন অমান্য কৰি যুঁজ দি সূৰ্য অস্ত নোযোৱা বৃটিছ সাম্ৰাজ্যক কঁপাই তুলিছিল। বিশ্বৰ আটাইতকৈ শক্তিশালী বৃটিছৰ সামৰিক শক্তিৰ বিৰুদ্ধে স্বাধীনতা যুঁজাৰুসকলে যুঁজ দিছিল নিৰস্ত্ৰ হৈ, অহিংসভাৱে, নৈতিক বলেৰে। স্বাধীনতা যুঁজাৰুসকলৰ আছিল অদম্য নৈতিক শক্তি। প্ৰতিপক্ষ বৃটিছৰ আছিল বিশ্ব জয় কৰিব পৰা বিশাল সামৰিক শক্তি। অৱশেষত নৈতিক শক্তিৰ ওচৰত সামৰিক শক্তি সেও মানিব লগা হৈছিল। ১৯৪২ চনৰ ৮ আগষ্টত বৃটিছক অবিলম্বে ভাৰত ত্যাগ কৰিবলৈ নিৰ্দেশ দিয়া হৈছিল। তাৰ পাছত দ্ৰুত ঘটি যোৱা এলানি ঘটনা ইতিহাসত লিপিবদ্ধ হৈ আছে। ৰাজনৈতিক আলোচনা হ'ল। সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। কৰ্মপন্থা নিৰ্ধাৰণ কৰা হ'ল। ভাৰত ত্যাগ কৰি বৃটিছ গুচি গ'ল। ভাৰতবৰ্ষ স্বাধীত হ'ল।

এই কালছোৱাতেই মহামতি অক্ষয় কুমাৰ দাসে কৈশোৰ পাৰ হৈ যৌৱনত ভৰি দিয়েই স্বাধীনতা সংগ্ৰামত অৱতীৰ্ণ হৈছিল। সেই সময়ত মহাত্মা গান্ধীয়ে ছাত্ৰসকলক বাৰুকৈ প্ৰভাৱান্বিত কৰিছিল। ছাত্ৰ অৱস্থাতেই 'গান্ধীৰ ভলণ্টিয়াৰ' হৈ মহামতি দাসেও যুঁজত যোগ দিছিল। নিৰ্যাতন ভোগ কৰিছিল। কাৰাবৰণ কৰিছিল। গাঁৱে-ভূঞে ঘূৰি ঘূৰি জনগণক স্বাধীনতাৰ বাবে জগাই তুলিছিল। 'বিলাতী বৰ্জন, স্বদেশী গ্ৰহণ' ৰ বাৰ্তা ঘৰে ঘৰে কঢ়িয়াই নিছিল। সূতা কাটিছিল, খাদী প্ৰচলন কৰিছিল। মদৰ দোকানত পিকেটিং, কানি বৰ্জন আন্দোলন আৰু পিকেটিং কৰি স্বদেশী ভাৱনা -চেতনা জগাই তুলিছিল। দেশাত্মবোধত জনগণক উদ্বুদ্ধ কৰিছিল। জনগণৰ লগত নিজক সৰ্বতোভাৱে বিলীন কৰি দিছিল। অক্ষয় কুমাৰ দাসৰ জীৱন ইতিহাসৰ লগত সেই সময়ৰ দেশাত্মবোধৰ

ইতিহাস সম্পৃক্ত।

অক্ষয় কুমাৰ দাস সততাৰ এগৰাকী অৱতাৰী পুৰুষ সদৃশ ব্যক্তি আছিল। তেওঁৰ জীৱনাদৰ্শ, দেশপ্ৰেম, ৰাজনৈতিক, ৰাজহুৱা আৰু ব্যক্তিগত জীৱন কিমান নিকা, নিৰ্মল আৰু পবিত্ৰ আছিল, সেইকথা আজি অতিশয় কলুষিত পৰিৱেশত আমি যিসকলে উশাহ নিশাহ লৈ আছোঁহক, সেই সকলে সেই কথাৰ তাত্ত্বিক মূল্যাংকন, অনুবাবন আৰু উপলব্ধি কৰা সঁচাকৈ টান। তেওঁৰ জীৱন তত্ত্ব বুজা আমাৰ কাৰণে কিমান টান, দুটামান উদাহৰণ দিলেই বুজিব পৰা হ'ব।

এটা জাতিৰ যুৱক-যুৱতীসকলৰ চাৰিত্ৰিক শক্তিয়েই সেই জাতিৰ প্ৰকৃত শক্তি। সেয়ে স্বাধীনতাৰ সংগ্ৰামৰ কালত যুৱক যুৱতীসকলৰ চাৰিত্ৰ গঠনৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হৈছিল। মদ, ভাং, কানিয়ে যুৱকসকলক পথভ্ৰষ্ট কৰি তেওঁলোকৰ নৈতিক চিন্তাশক্তি, সাহস আৰু মনোবল বিনষ্ট কৰে। সেয়ে স্বাধীনতা যুঁজৰ অগ্নি পৰীক্ষাৰ কালছোৱাত যুৱকসকলক ৰাগীযাল বস্তু বৰ্জন কৰাই তেওঁলোকক চৰিত্ৰবান কৰি গঢ়ি তোলা স্বাধীনতা সংগ্ৰামৰ অন্যতম মূল কথা আছিল। সেই কাৰণে মদৰ দোকানত পিকেটিং কৰা স্বাধীনতা সংগ্ৰামৰ অন্যতম প্ৰধান কাৰ্যসূচী আছিল। মহামতি অক্ষয় কুমাৰ দাস আৰু তেওঁৰ সতীৰ্থসকলে মদৰ দোকানত পিকেটিং কৰি কাৰাবৰণ কৰিছিল। আৰু আজি? আজি আমি পদুলিয়ে পদুলিয়ে মদৰ পোহাৰ মেলি দিছোঁ। গাওঁ - চহৰ নিৰ্বিশেষে সৰ্বত্ৰ মদৰ দোকান খুলি ৰাখিছোঁ। অক্ষয় কুমাৰ দাস আৰু সহযোদ্ধাসকলে বিলাতী বৰ্জন আন্দোলন কৰি বিলাতী বস্ত্ৰ দাহ কৰিছিল। আজি আমি স্বদেশী বৰ্জন কৰি বিদেশী গ্ৰহণত উন্মত্ত হৈ পৰিছোঁ। এই পৰিস্থিতিত আজি আমি মহামতি দাস আৰু তেওঁৰ সহযোগীসকলৰ জীৱনাদৰ্শ মূল্যাংকন কৰিম কেনেকৈ?

অক্ষয় কুমাৰ দাস সুদীৰ্ঘকাল স্বাধীনতা সংগ্ৰামত লিপ্ত আছিল। সেই কথাখিনি সংক্ষেপে বৰ্ণনা কৰি ক'ব পাৰি যে তেওঁ ১৯২১ চনত অসহযোগ আন্দোলনত, ১৯৩০ চনত আইন অমান্য আন্দোলনত আৰু ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। ১৯৩০ চনৰ ২৬ জানুৱাৰীত বৰপেটা কীৰ্ত্তন ঘৰৰ সমুখত জাতীয় পতাকা উত্তোলন কৰি ভাৰতবৰ্ষৰ স্বাধীনতা ঘোষণা কৰিছিল। পতাকাৰ তলত জনগণক সমৱেত কৰাই স্বাধীনতাৰ সংকল্প গ্ৰহণ কৰিছিল। তাৰ বাবে তেওঁক ৬ মাহৰ কাৰাদণ্ড দিয়া হৈছিল। সংশ্লিষ্ট আন এটি অভিযোগত এদিনৰ কাৰাবাস আৰু ২০ টকা জৰিমনা দণ্ড বিহা হৈছিল। সেই সময়ত দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হৈছিল। সেই যুদ্ধত ধন-জন দি বৃটিছক কোনো সহায় নকৰিবলৈ কংগ্ৰেছে ভাৰতৰ জনগণক আহ্বান জনাইছিল। সেই আহ্বান কাৰ্যকৰী কৰোঁতে মহামতি অক্ষয় কুমাৰ দাসে 'বৃটিছক ধনজন

দি সহায় নকৰিব' বুলি কওঁতে এবছৰ কাৰাদণ্ড ভুগিব লগা হৈছিল।

সেই সময়ত অভিজাত পৰিয়ালৰ লোকক বিশেষ মৰ্যদা দিছিল। মহামতি অক্ষয় কুমাৰ দাসক আমি 'অক্ষয় বাবু' বুলি মাতিছিলোঁ। উপেন্দ্ৰ দাসক 'উপেন বাবু' বুলি সম্বোধন কৰিছিলোঁ। সেয়া আছিল — আভিজাত্যৰ পৰিচিতি। বৰপেটাৰ নগৰীয়া পৰিয়ালৰ লোকক বাবু বুলি মতা ৰীতি আছিল। অক্ষয় বাবুৰ কিন্তু আভিজাত্যৰ কোনো অহংকাৰ নাছিল। তেনে ভাবো নাছিল। নিৰহংকাৰ, অমায়িক, দিব্যপুৰুষ অক্ষয় বাবুৱে তেতিয়াৰ লোকেল বোৰ্ডৰ চেয়াৰমেন, পৌৰসভাৰ চেয়াৰমেন, জিলা কংগ্ৰেছৰ সভাপতি, বিধান সভাৰ বিধায়ক আদি পদ অলংকৃত কৰিছিল। সেইবোৰ পদাধিকাৰী হৈ নিষ্ঠাৰে কাৰ্যনিৰ্বাহ কৰোঁতে জনসাধাৰণৰ লগত অতিকৈ ঘনিষ্ঠ হৈ জনজীৱনৰ লগত একাত্ম হৈ পৰিছিল। অক্ষয় বাবু অল্পভাষী আছিল। কিন্তু যেতিয়াই যি কৈছিল, জনসাধাৰক মুহিব পৰাকৈ কৈছিল। তেওঁ সৰ্বসাধাৰণ ৰাইজৰ লগত ওতপ্ৰোত আছিল।

এসময়ত নিবন্ধ লেখক বিধান সভাৰ সদস্য হৈ থাকোঁতে অক্ষয় বাবুও বিধান সভাৰ সদস্য আছিল। তেওঁৰ ৰাজনীতিত বিচক্ষণতা, কথা-বতৰাত গম্ভীৰতা, আৰু সংকল্পৰ দৃঢ়তাই আমাক বিশেষভাবে অভিভূত কৰিছিল। তেওঁ মন্ত্ৰী হোৱা নাছিল কিন্তু জনসেৱাত এজন মন্ত্ৰীতকৈ বিধায়ক অক্ষয় বাবু কোনো গুণে কম নাছিল। অক্ষয় বাবুৱে কিবা এটা ক'লে, মন্ত্ৰীয়েই হওক, বিষয়াই হওক বা অন্য কোনোবাই হওক সকলোৱে সেই কথা শ্ৰদ্ধাৰে প্ৰতিপালন কৰিছিল। অক্ষয় বাবু সকলোৰে আন্তৰিক শ্ৰদ্ধাৰ পাত্ৰ আছিল। তেওঁ সৎ আদৰ্শনিষ্ঠ জীৱন, সৎ কৰ্মধাৰা, সামাজিক ন্যায়পৰায়ণতাৰ কাৰণে সকলোৰে পৰা শ্ৰদ্ধা লাভ কৰিছিল।

মন্ত্ৰীসভাত নাথাকিলেও সংকট কালত অক্ষয় বাবুৱে মন্ত্ৰীসভাত থকা মন্ত্ৰীসকলক সৎ পৰামৰ্শ দান কৰি আহিছিল। তেতিয়াৰ দিন কাল বেলেগ আছিল। নিজৰ কথা কোনেও সিমানকৈ ভবা নাছিল। জনস্বাৰ্থই আগ আছিল। সকলোৰে লক্ষ্য আছিল — জনকল্যাণ সাধন। সেইকাৰণে বৰকৈ ব্যক্তি-সংঘাত নহৈছিল। সততা, নীতি, আদৰ্শ ৰক্ষা কৰাত অক্ষয় বাবু আছিল আগ ৰণুৱা। যি পথেদি নিজে চলিছিল, সেই পথেৰে আনকো আকৰ্ষিত কৰি আনিব পাৰিছিল। আমি যি সময়ৰ কথা আলোচনা কৰিছোঁ, সেই সময়ৰ মন্ত্ৰী-বিধায়ক, ৰাজনৈতিক কৰ্মী, সমাজ আৰু অৰ্থনীতিৰ ক্ষেত্ৰত কাৰ্যনিৰ্বাহ কৰা ব্যক্তিসকলৰ চৰিত্ৰৰ মানদণ্ড আছিল অতি উচ্চ। তেওঁলোকৰ কাৰ্য সম্পাদন পদ্ধতি আছিল — কেৱল জনসেৱা, জনকল্যাণমুখী। অক্ষয় বাবু আছিল সত্য, নিষ্ঠা আৰু সততাৰ প্ৰতীক। অক্ষয় বাবুৰ কথা আলোচনা কৰোঁতে বৰপেটা আৰু ওচৰ-চবুৰীয়া অঞ্চলৰ বহুত নেতাৰ কথা আমাৰ মনলৈ আহে। মহেন্দ্ৰমোহন

চৌধুৰী কংগ্ৰেছৰ একনিষ্ঠ সেৱক আৰু স্বাধীনতা সংগ্ৰামৰ সংগ্ৰামী বীৰ। তেওঁ সুদক্ষ প্ৰশাসক, বহুত অনুষ্ঠান-প্ৰতিষ্ঠানৰ প্ৰতিষ্ঠাতা, নিৰ্মাতা আৰু মহা সংগঠক। গতিশীল ৰাজনীতিৰ তেওঁ এক দুৰন্ত শক্তি আছিল। কামেশ্বৰ দাস এগৰাকী বিজ্ঞ শিক্ষাবিদ, ৰাজনীতিৰ এজন আদৰ্শ পুৰুষ। ধনীৰাম তালুকদাৰ বিশাল ব্যক্তিত্বৰ এক কিংবদন্তী। মধুসূদন দাসৰ তেজস্বী ভাষণে জনসভাবোৰত হেন্দোলনি তুলিছিল। জয়মতী, মূলাগাভৰুৰ দেশত নাৰীক তেতিয়াও ৰক্ষণশীলতাৰ আঁৰত ৰখা হৈছিল। সেই সময়তেই ৰাজনীতি আৰু স্বাধীনতা যুঁজৰ ৰণভূমিত অৱতীৰ্ণা হৈছিল অনন্যা এক নাৰী — চন্দ্ৰপ্ৰভা শইকীয়ানী। আজিৰ দিনৰ কথা নহয়। তেতিয়াৰ প্ৰতিকূল পৰিস্থিতিত ৰক্ষণশীলতাৰ আঁৰবেৰ ভাঙি চন্দ্ৰপ্ৰভা শইকীয়ানী ওলাই আহিছিল -- নাৰী মুক্তি, দেশ মুক্তিৰ ধ্বজা উৰুৱাই। ডাঃ জিনাৰাম দাস প্ৰমুখ্যে বৰপেটাৰ আৰু বহুতো স্বাধীনতা যুঁজাৰুৱে বৰপেটাৰ নাম উজলাই ৰাখিছে। এই ক্ষুদ্ৰ নিবন্ধত তেওঁলোকৰ আলোচনাৰ বাবে পৰিসৰ নিতান্ত সীমিত হোৱাত তেওঁলোকৰ আলোচনা স্থানান্তৰত কৰিব লাগিব। ইয়াৰ উপৰি প্ৰাতঃস্মৰণীয় নবীন চন্দ্ৰ বৰদলৈ, গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন প্ৰমুখ্যে অসমৰ প্ৰৱীণ, প্ৰধান স্বাধীনতা যুঁজাৰুসকলৰ ভিতৰত অক্ষয় বাবু অন্যতম।

ভাৰতৰ স্বাধীনতাৰ বাবে মহাত্মা গান্ধীৰ সত্য অহিংসা অনুসৰণ কৰাসকলে অহিংসভাৱে সেই যুঁজ চলাইছিল। আনফালে অহিংসা পন্থাত আস্থা নথকা বিপ্লৱী যুৱকসকলে হিংসাত্মক পন্থাৰে সেই যুঁজত লিপ্ত হৈছিল। তেতিয়া বিয়াল্লিছৰ গণ আন্দোলন। মহাত্মা গান্ধী প্ৰমুখ্যে নেতৃবৃন্দ কাৰাগাৰত। ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত ভয়ংকৰ হিংসাত্মক কাৰ্যবোৰ সংঘটিত হৈছিল। সেই সময়ত বৃটিছৰ যুদ্ধৰ আয়োজন আঁচনি মতে বৰপেটাৰ বৰনগৰত বিমানঘাটি নিৰ্মাণ হৈ আছিল। 'যুদ্ধ চলাবলৈ বৃটিছক কোনো সুযোগ-সুবিধা দিব নালাগে' এই বাণীত উদ্বুদ্ধ হৈ ব্ৰজনাথ শৰ্মা, নৱদ্বীপ ৰঞ্জন পাটগিৰি প্ৰমুখ্যে ডেকাদলে অগ্নি সংযোগ কৰি সেই বিমানঘাটি ধ্বংস কৰি পেলালে। তাৰ পাছত ৰাইজৰ ওপৰত সেনা, পুলিচৰ জুলুম আৰম্ভ হ'ল। সেই জুলুমৰ প্ৰতিবাদ কৰিবলৈ মহেন্দ্ৰমোহন চৌধুৰী আৰু অক্ষয় বাবু ওলাই আহিছিল। অহিংস পন্থী হ'লেও হিংসাৰ আশ্ৰয় লোৱা যুৱক দলটোক বিপদত সহায় কৰিবলৈ তেওঁলোকে যত্নৰ ত্ৰুটি কৰা নাছিল। আদৰ্শৰ সংঘাত আছিল। কিন্তু ভাৰতৰ স্বাধীনতা মূল লক্ষ্য হোৱা বাবে সেই সংঘাতে কোনো বাধাৰ সৃষ্টি কৰা নাছিল।

অক্ষয় বাবুৰ সূতাকটা, খদ্দৰ পিন্ধা, বিলাতী বৰ্জন কৰা, স্বদেশী গ্ৰহণ কৰা, কানি বৰ্জন আন্দোলন কৰা, মদৰ দোকানত পিকেটিং কৰা, সত্যাগ্ৰহ, অসহযোগ, আইন অমান্য আন্দোলন কৰা, কাৰাবৰণ কৰা, নিৰ্যাতন ভোগ কৰা আদি ত্যাগনিষ্ঠ

কাৰ্যবোৰত অক্ষয় বাবুৰ যি জীৱনাদৰ্শ ফুটি উঠিছে, তেওঁৰ জন্ম শতবৰ্ষত তেওঁক শ্ৰদ্ধা জনাবলৈ, আহক, সেই আদৰ্শ আমি আমাৰ জীৱনত পালন কৰোঁ। ●

# আপোচবিহীন সংগ্ৰামী অক্ষয় কুমাৰ দাস

গোলাপ বৰবৰা

বৰপেটাৰ সূত্ৰধাৰ পৰিয়াল এটাত অক্ষয় কুমাৰ দাসৰ জন্ম ১৮৯৯ চনত। তেখেতৰ পিতৃ বৰপেটা সত্ৰৰ এগৰাকী সন্মানিত ব্যক্তি আছিল। মাতৃৰ পৰাই সৰুতে কীৰ্ত্তন পুথি আৰু নামঘোষা সুৰ লগাই পঢ়িবলৈ শিকিছিল। ছাত্ৰজীৱন বৰপেটাতে আৰম্ভ কৰি তাৰপৰাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তাৰ পাছত গুৱাহাটীলৈ আহি কটন কলেজৰ পৰা সুখ্যাতিৰে বি-এ পাছ কৰে ১৯২০ চনত। এম-এ পঢ়িবৰ কাৰণে কলিকতালৈ গৈ ভৰ্ত্তি হৈছিলগৈ প্ৰেছিডেন্সি কলেজত আৰু আইন পঢ়িবৰ কাৰণে লগতে নাম লিখাইছিল ৰিপন কলেজত। সেই কলেজৰ নাম আজিকালি সুৰেন্দ্ৰ নাথ কলেজ। এম-এ আৰু আইনৰ ডিগ্ৰী লোৱা কিন্তু তেখেতৰ হৈ নুঠিল। ইতিমধ্যে মহাত্মা গান্ধীৰ নেতৃত্বত ইংৰাজ চৰকাৰৰ সৈতে অসহযোগ আন্দোলনৰ ৰণশিঙা বাজি উঠিছিল। মহাত্মা গান্ধীয়ে চৌকত আলি আৰু মহম্মদ আলিক লগত লৈ আন্দোলনৰ কাৰণে দেশজোৰা প্ৰচাৰত নামিছিল।

চেঙেলীয়া বয়সৰপৰা স্বাধীনচিতীয়া অক্ষয় কুমাৰ দাসে দেশ আৰু জাতিৰ আহ্বান উপেক্ষা কৰি কেৱল পাঠ্যপুথি লৈ বহি থাকিব নোৱাৰিলে। কলিকতাৰ ছাত্ৰজীৱন সিমানতে সামৰি ঘূৰি আহিল অসমলৈ। বৰপেটা জিলাৰ ভিতৰুৱা গাৱেঁ-ভূঞে ঘূৰি সভা-সমিতি পাতি সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰিব ধৰিলে, জিলাৰ বাহিৰৰো নানা ঠাইলৈ গ'ল। ইংৰাজ চৰকাৰৰ শাসন-শোষণৰ বিৰুদ্ধে প্ৰচাৰ কৰিবলৈ ধৰিলে। কাৰাৰুদ্ধও হ'ল।

অতি সহজ-সৰল জীৱন যাপন কৰিছিল অক্ষয় কুমাৰে। কাৰাবৰণ কৰিছিল ১৯৩০ চনৰ আইন অমান্য আন্দোলনত আৰু আকৌ এবাৰ ১৯৪১ চনৰ ব্যক্তিগত

সত্যাগ্ৰহত, যিটো সত্যাগ্ৰহৰ কাৰণে গান্ধীজীয়ে গোটেই দেশৰ বচা বচা লোককহে সত্যাগ্ৰহ কৰিবলৈ অনুমতি দিছিল। গোটেই ভাৰতৰ প্ৰথমজন সত্যাগ্ৰহী হিচাপেও জবাহৰলালক মানোনীত কৰিব বুলি সকলোৱে ভাবিছিল, কিন্তু গান্ধীজীৰ বাছনিত উঠিল দেশৰ প্ৰথমজন সত্যাগ্ৰহী হিচাপে বিনোবা ভাৱেৰ নাম, যাক তেতিয়ালৈকে খুব কম মানুহেহে চিনি পাইছিল। এই বাছনিত জবাহৰলালো কিছু ক্ষুন্ন হৈছিল। গান্ধীজীৰ তালিকা মতে অসমৰ প্ৰথমজন সত্যাগ্ৰহী আছিল গোপীনাথ বৰদলৈ। ইতিমধ্যে ১৯৩৯ চনৰ ছেপ্তেম্বৰ মাহৰ পৰাই ইউৰোপত ২য় মহাযুদ্ধৰ সূত্ৰপাত হয়। ভাৰতত ইংৰাজ চৰকাৰে জোৰ-জুলুমকৈ সৈন্যবাহিনীৰ কাৰণে জোৱান ভৰ্তি আৰু ৰচদ-পাতি সংগ্ৰহ কৰিছিল। জনসাধাৰণ ক্ষুব্ধ হৈছিল। ডেকা কংগ্ৰেছ কৰ্মী বহুতেই গান্ধীজীক হেঁচা দিছিল দেশজুৰি ব্যাপক আন্দোলনৰ আহ্বান দিবলৈ। গান্ধীজীয়ে তেনে এটা ব্যাপক আন্দোলনৰ প্ৰথম পদক্ষেপ হিচাপে বচা বচা সত্যাগ্ৰহী লৈ তেখেতৰ অহিংসা নীতিত যিমানে অবিচল হৈ থাকিব পাৰে তাৰ পৰীক্ষা ল'বৰ কাৰণে আৰম্ভ কৰিছিল। ১৯৪১ চনৰ ব্যক্তিগত সত্যাগ্ৰহ। আমাৰ প্ৰথমজন সত্যাগ্ৰহী গোপীনাথ বৰদলৈয়ে তেতিয়াৰ জুবিলি পাৰ্কৰ পৰা পাণবজাৰৰ ঘাইপথেদি শ্লোগান দি দি আগবাঢ়ি গৈছিল গুৱাহাটীৰ কাছাৰীলৈ - 'Not a man, not a pie to the imperialist war'। পিছে পিছে অগণন জনতা। বৰপেটাৰ পৰা গান্ধীজীয়ে নিজে বচা তেনে এখন তালিকাত অক্ষয় কুমাৰ দাসে স্থান পোৱাটো জিলাখনৰ বাইজে গৌৰৱৰ কথা বুলি ভাবিছিল। ১৯৪১ চনতে তেখেতৰ পত্নী বিয়োগ ঘটিছিল। ১৯৪২ ৰ গণ আন্দোলনতো অংশ গ্ৰহণ কৰি কাৰাবৰণ কৰিছিল।

স্বাধীনচিতীয়া লোক কাৰণেই যি যুগত ইংৰাজ চৰকাৰে কোনোবাই বি-এ পাছ কৰিলেই মাটি নি চাকৰি যাঁচিছিল, তেনে অৱস্থাতো তেওঁ তেখেতে কোনো চৰকাৰী চাকৰিত নোসোমাল। অসহযোগ আন্দোলন সাম কাটি অহাৰ পাছত গুৱাহাটীৰ আৰ্ল-ল কলেজত ভৰ্তি হৈ তেতিয়াৰ বি-এল পৰীক্ষা পাছ কৰি বৰপেটাতে ওকালতি আৰম্ভ কৰে স্বাধীন ব্যৱসায় হিচাপে। এনেয়েও বৰপেটাৰ সচেতন লোক প্ৰায়বিলাকেই আছিল ব্যৱসায়ী, অসমৰ বিভিন্ন জিলালৈ গৈ বৰপেটাৰ বহুতো লোকে স্থায়ীভাৱে বসবাস কৰি বেপাৰ কৰিছিল। কোনো কোনো কলিকতা, দাৰ্জিলিং, কালিমপং আদিলৈ গৈ দোকান খুলি বহিছিল। ইংৰাজ শাসন কালত অসমত চৰকাৰী চাকৰি কৰা সৰহভাগ লোক আছিল ছিলেট জিলাৰ, তাৰ পিছতে শিৱসাগৰ, যোৰহাট, গোলাঘাট, নগাঁও আদিৰ। ডিব্ৰুগড়-তিনিচুকীয়া আদিৰ মানুহে তাতে চাহবাগান, ডিগবৈৰ তেল কোম্পানী, লিডু-মাৰ্ঘেৰিটাৰ কয়লা খনি আদিত সহজে চাকৰিত সোমাব পাৰিছিল। আন জিলালৈ

বৰকৈ নাছিছিল।

চল্লিছৰ দশকতে অক্ষয় কুমাৰ দাস বৰপেটা লোকেল বোৰ্ডৰ সভাপতি হৈছিল। তেতিয়াই গাঁৱলীয়া অঞ্চলত বহুতো প্ৰাথমিক বিদ্যালয়, স্বাস্থ্যকেন্দ্ৰ আদি খুলিছিল। এটা কথা মই বিশেষভাৱে অনুভৱ কৰোঁ যে ইংৰাজ শাসন কালত স্বাধীনতা সংগ্ৰামীসকলক যদিও গ্ৰেপ্তাৰ কৰি জেলত ভৰাইছিল, দেশৰ সাধাৰণ প্ৰশাসন স্বাধীনোত্তৰ কালতকৈ - বিশেষকৈ যোৱা ১৫ টামান বছৰৰ তুলনাত বহুতো নিকা আছিল, দুৰ্নীতিৰ নাম গোন্ধ নাছিল। সেইযুগতে গাঁৱলীয়া অঞ্চলত প্ৰাথমিক শিক্ষা, স্বাস্থ্যসেৱা, পানীযোগান আদিৰ দায়িত্ব আছিল লোকেল বোৰ্ডৰ হাতত, নগৰ অঞ্চল মিউনিচিপালিটিৰ হাতত। সক্ৰিয় ৰাজনৈতিক কৰ্মী হিচাপে ঘূৰি ফুৰোঁতে ষাঠিৰ দশকতে দেখিছিলোঁ, ডিব্ৰুগড় লোকেল বোৰ্ডে বৃটিছ যুগতে বছৰি মাত্ৰ একলাখ টকাৰ বাজেটেৰে কৰা প্ৰাথমিক বিদ্যালয়, স্বাস্থ্যকেন্দ্ৰ, পকী নাদ আৰু দুই এটা শিলগুটি দিয়া ৰাস্তা। আজিকালি বিকেন্দ্ৰীকৰণৰ বক্তৃতা দিয়া হয়, কিন্তু গাঁও অঞ্চলৰ এনে সৰুসুৰা কামৰ ক্ষেত্ৰতো ৰাজ্যিক স্তৰৰ পৰা মন্ত্ৰী বিধায়কে হেতা-ওপৰা কৰে। মোৰ স্পষ্ট অভিমত প্ৰাথমিক শিক্ষা, প্ৰাথমিক চিকিৎসা, খোৱাপানী যোগান, গাঁৱলীয়া অঞ্চলৰ ৰাস্তা-ঘাট আদি বিষয়বিলাক নিৰ্বাচিত জিলা পৰিষদবিলাকৰ হাতত আৰু চহৰ অঞ্চলৰ তেনেবিলাক বিষয় নিৰ্বাচিত পৌৰসভাৰ হাতত সম্পূৰ্ণ গটাই দিব লাগে - ৰাজ্যিক বাজেটৰ সেইবিলাক শিতানৰ ধন অনুপাতত ভাগ কৰি দি। সেয়ে হ'লে ৰাজ্যখনত দুৰ্নীতি অনেক কমিব। প্ৰশাসনৰ প্ৰাথমিক অভিজ্ঞতা থকা এচাম সমাজ কৰ্মীৰো সৃষ্টি হ'ব।

দেশ স্বাধীন হোৱাৰ আগতে কেবিনেট মিশ্যনৰ গ্ৰুপিং প্ৰস্তাৱ সম্বন্ধে অসম প্ৰদেশ কংগ্ৰেছ (এ-পি-চি-চি) ৰ এখন সভাত অক্ষয় কুমাৰ দাসে দিয়া তথ্যপূৰ্ণ ভাষণে গোপীনাথ বৰদলৈ সহ ৰাজ্যিক নেতৃবৃন্দ আৰু উপস্থিত সকলোকে মুগ্ধ কৰিছিল। ইংৰাজী ভাষাৰ ওপৰত তেখেতৰ ভাল দখল থকাৰ কাৰণে অনেক সময়ত প্ৰদেশ কংগ্ৰেছৰ প্ৰস্তাৱ আদিৰো তেখেতে খচৰা তৈয়াৰ কৰিবলগীয়া হৈছিল। আজিৰ যুগৰ বহুতো শিক্ষিত লোকেও নাজানে 'গ্ৰুপিং' প্ৰস্তাৱটো প্ৰকৃততে আছিল কি? অসমে কিয় তাৰ বিৰোধ কৰিবলগীয়া হৈছিল? কেবিনেট্ মিছনৰ সেই প্ৰস্তাৱ অনুসৰি দেখাত ভাৰতবৰ্ষখন দ্বিখণ্ডিত নকৰাকৈ নামত এটা ফেডাৰেল গাঁথনি বজাই ৰাখিবৰ কাৰণে হিন্দু আৰু মুছলমান এই দুটা প্ৰধান ধৰ্মাৱলম্বী লোকৰ জনসংখ্যাৰ ভেটিতে দেশখনত তিনিটা গ্ৰুপ কৰা হ'ব - উত্তৰ পশ্চিম অঞ্চলত অবিভক্ত পঞ্জাব, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, বেলুচিস্তান আৰু সিন্ধু প্ৰদেশক লৈ এটা গ্ৰুপ - পশ্চিম, দক্ষিণ আৰু মধ্য

খণ্ডৰ তেতিয়াৰ বোম্বে প্ৰেছিডেন্সি (বৰ্তমানৰ মহাৰাষ্ট্ৰ আৰু গুজৰাট), মাদ্ৰাজ প্ৰেছিডেন্সি (বৰ্তমানৰ তামিলনাডু, অন্ধ্ৰপ্ৰদেশ, কৰ্ণাটক, কেৰেলা আদিক ধৰি), উৰিষ্যা, বিহাৰ, উত্তৰ প্ৰদেশ, ৰাজস্থান, মধ্যপ্ৰদেশ আদিকলৈ এটা গ্ৰুপ আৰু দেশৰ পূবফালে অবিভক্ত বংগদেশ আৰু অসমক লৈ এটা গ্ৰুপ। প্ৰস্তাৱটোত এই প্ৰলোভনো দিয়া হৈছিল যে তেতিয়াৰ বিভিন্ন প্ৰদেশক লৈ গঠিত হ'ব লগা প্ৰতিটো গ্ৰুপৰ সন্মিলিত বিধান সভাৰ সদস্যসকলৰ অনুমোদন সাপেক্ষে কোনোবা এটা অঞ্চল বা এখন প্ৰদেশ গ্ৰুপৰ পৰা ওলাই যাবও পাৰিব। অসমৰ কাৰণে বিপদ আছিল এইখিনিতেই। কাৰণ অসম বিধান সভাত হিন্দু সদস্যৰ সংখ্যা বেছি আছিল যদিও অবিভক্ত বংগদেশৰ বিধায়কসকলকো লৈ যদি একেলগে ভোট লোৱা হয় তেন্তে মুছলিম প্ৰধান বংগদেশৰ মুছলিম বিধায়কসকলৰ মতামতেই জয়ী হ'ব। গতিকে অসমৰ গ্ৰুপিঙৰপৰা ওলাই অহাৰ কোনো পথ নাথাকিব।

অসম কংগ্ৰেছে সৰ্বসন্মতিক্ৰমে কেবিনেট মিশ্যনৰ এই প্ৰস্তাৱৰ বিৰোধিতা কৰিলে। গোপীনাথ বৰদলৈ গ'ল দিল্লীলৈ। জৱাহৰলাল, পেটেল, ৰাজেন্দ্ৰপ্ৰসাদ আদি সকলোকে লগ ধৰিলে। লগ ধৰিলে ভাইচৰয় লৰ্ড মাউণ্টবেটেনকো। কাৰোপৰাই অসমৰ ভবিষ্যত সম্বন্ধে ভাল সঁহাৰি নাপালে। জৱাহৰলালে হেনো মন্তব্য কৰিছিল, বৰদলৈয়ে প্ৰস্তাৱটোৰ ইংৰাজী ভালকৈ বুজা নাই। মৌলানা আজাদে যদিও মুছলিম লীগৰ পাকিস্তানৰ দাবী সমৰ্থন কৰা নাছিল তথাপি প্ৰস্তাৱিত তিনিটা গ্ৰুপলৈ যথেষ্ট ক্ষমতা হস্তান্তৰৰ মাজেদি ভাৰতৰ তথাকথিত ফেডাৰেল এটা ৰক্ষা কৰাটোকে বেয়াৰ ভাল বুলি মানি লৈছিল বুলি অনুমান হয় দ্বিখণ্ডিত ভাৰতৰ স্বাধীনতাৰ পাছত প্ৰকাশিত তেখেতৰ আত্মজীৱনীমূলক গ্ৰন্থ 'India Wins Freedom' খন পঢ়িলে। দিল্লীৰ পৰা নিৰাশ হৈ ঘূৰি অহা গোপীনাথ বৰদলৈৰ কাৰণে শেষ আশাৰ প্ৰদীপ আছিল মহাত্মা গান্ধী। গান্ধী তেতিয়া নোৱাখালীত, ব্যাপক হিন্দু-মুছলমান সংঘৰ্ষ হৈ যোৱাৰ পাছত জনসাধাৰণৰ মাজত শান্তি আৰু বিশ্বাস ঘূৰাই আনিবৰ কাৰণে গাঁৱে গাঁৱে ভ্ৰমণ কৰিছিল। বৰদলৈৰ পত্ৰ লৈ নোৱাখালীলৈ পঠোৱা হ'ল মহেন্দ্ৰমোহন চৌধুৰী আৰু বিজয় চন্দ্ৰ ভাগৱতীক, গান্ধীজীক লগ ধৰি অসমৰ সমস্যাৰ বিষয়ে আলোচনা কৰিবলৈ। গান্ধীজীয়ে তেওঁবিলাকৰ হাতত বৰদলৈলৈ এটা সৰু টোকা লিখি পঠিয়ালে -' If the people of Assam are man and not manikins' - তেন্তে তেওঁবিলাকে এই ষড়যন্ত্ৰ কেতিয়াও মানি নলয়। গান্ধীজীৰ মন্তব্য দেশজুৰি কাগজে পত্ৰই প্ৰকাশ হ'ল। মনত বল পালে বৰদলৈয়ে, বল পালে অসমৰ জনসাধাৰণে। গ্ৰুপিংবিৰোধী বিক্ষোভত অসমৰ পুৰুষ-মহিলা, ছাত্ৰ-যুৱক সকলো জঁপিয়াই পৰিল।

প্ৰস্তাৱ বানচাল হৈ গ'ল। অসমক পাকিস্তানৰ অন্তৰ্ভুক্ত কৰাৰ কৌশল ব্যৰ্থ হ'ল। এয়া ১৯৪৬ চনৰ শেষৰ পৰা ১৯৪৭ ৰ প্ৰথম কেইমাহমানৰ ঘটনা। দেশ স্বাধীন হ'ল ভাৰত আৰু পাকিস্তান দুটুকুৰা হৈ '৪৭ ৰ ১৪-১৫ আগষ্টৰ মাজনিশা।

মুঠতে ১৯৪০ চনত মুছলিম লীগৰ লাহোৰ অধিৱেশনত পৃথক পাকিস্তানৰ দাবীত মুছলিম লীগ আৰু মহম্মদ আলি জিন্নাৰ বাঢি অহা প্ৰভাৱ দেখি আৰু ১৯৪৬ চনৰ আগষ্ট মাহত কলিকতাত হিন্দু-মুছলমানৰ বিৰাট সংঘৰ্ষ, তাৰ পাছতে পূৰ্ব বংগৰ নোৱাখালীত আৰু বিহাৰত ব্যাপক সাম্প্ৰদায়িক সংঘৰ্ষ দেখি কংগ্ৰেছৰ ভাগৰুৱা নেতাসকল নিৰাশ হৈছিল। মাউণ্টবেটেনৰ সৈতে ক্ৰমাগত চলি অহা ব্যাপক আলোচনাত নেহৰু, পেটেল, ৰাজেন্দ্ৰ প্ৰসাদ সকলোৱেই দেশ বিভাজনৰ বিষয়ে মনে মনে সন্মত হৈছিল। মাউণ্টবেটেনে এদিন গান্ধীজীক কৈছিল - 'Gandhi, your congress is with me'। গান্ধীয়ে কৈছিল ' But the people are with me'। তেখেতে এইটোও কৈছিল 'Partition will come only over my dead body'। কিন্তু দুখৰ কথা যে এই দুযোটা কথা প্ৰমাণ কৰিবলৈ দেশ বিভাজনৰ বিৰুদ্ধে আকৌ এটা ব্যাপক জন আন্দোলনৰ আহ্বান দিবলৈ গান্ধী আগবাঢি নাহিল। তাকে কৰাহেঁতেন জনসাধাৰণ তেখেতৰ পক্ষেই থাকিলহেঁতেন। কিন্তু গান্ধীজীয়ে সেই সময়ত নিতান্ত অকলশৰীয়া অনুভৱ কৰিছিল। সেই কাৰণেই বোধকৰোঁ ১৯৪৬ চনত জয়প্ৰকাশ নাৰায়ণ আৰু ডাঃ ৰামমনোহৰ লোহিয়াক তেখেতে জোৰ দি কংগ্ৰেছ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য কৰাইছিল। তেখেতে সেই সময়ত কৈছিল 'সুভাষ যদি এতিয়া ভাৰতত থাকিলহেঁতেন, মই ইমান অকলশৰীয়া নহ'লোহেঁতেন।' কংগ্ৰেছ কাৰ্যনিৰ্বাহকত দেশ বিভাজন সম্পৰ্কে প্ৰস্তাৱৰ বিৰুদ্ধে ভোট দিছিল মাত্ৰ ৩ জনে - জয়প্ৰকাশ, লোহিয়া আৰু খান আব্দুল গফুৰ খান।

দেশবিভাজন কিন্তু মাউণ্টবেটেন, নেহৰু আৰু পেটেল আদিয়ে ভবা দৰে সহজ নহ'ল। পঞ্জাব আৰু বংগদেশত স্বাধীনতা ঘোষণাৰ লগে লগে হিংসাৰ দাবানল আকৌ জ্বলি উঠিল। তাৰ লগে লগে লাখ লাখ ছিন্নমূল মানুহৰ ইপাৰৰ পৰা সিপাৰলৈ আৰু সিপাৰৰ পৰা ইপাৰলৈ প্ৰব্ৰজন। সেই সময়তো পূৰ্ব বংগ আৰু কলিকতাত শান্তিৰ কাৰণে কাম কৰি যোৱা গান্ধী সম্বন্ধে মাউণ্টবেটেনে ক'বলৈ বাধ্য হ'ল 'মোৰ হাতত দিল্লীৰ আশে পাশে ৫০,০০০ হাজাৰ গোড়া সৈনিক থকা সত্বেও মই পঞ্জাৱত শান্তি ৰক্ষাৰ কাৰণে একো কৰিব নোৱাৰিলোঁ। কিন্তু বিভাজিত বংগদেশত গান্ধীৰ 'One Man Brigade' এ বহুখিনি কাম কৰিলে।

এইদৰেই ৪৭ ৰ ১৫ আগষ্টত ভাৰত স্বাধীন হ'ল। সেই সময়ত চলি থকা

সংবিধান সভাই ১৯৪৯ চনত ভাৰতৰ নতুন সংবিধান গ্ৰহণ কৰিলে। সেই সংবিধানৰ নিৰ্দেশনা অনুসৰি প্ৰথম বাৰৰ বাবে গণভোটৰ ভিত্তিত হ'বলগীয়া লোকসভা আৰু বিধান সভাসমূহৰ নিৰ্বাচন আহি পৰিল ১৯৫২ চনত। অক্ষয় কুমাৰ দাস প্ৰথম বাৰৰ কাৰণে বৰপেটা অঞ্চলৰ পৰা অসম বিধান সভালৈ নিৰ্বাচিত হৈ আহিল। তেতিয়াই তেখেত কেবাখনো কলেজ, হাইস্কুল আদিৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। ১৯৫৫ চনতে বৰপেটা চহৰৰ বিজুলী যোগান ব্যৱস্থাৰ গুৰি ধৰিছিল। বৰপেটাৰ পৰা নলবাৰী, দৌলাশাল, হাজো হৈ গুৱাহাটীলৈ বিকল্প পথছোৱা আৰু তাৰ দলং আদিৰ উন্নয়নৰ কাৰণে অবিৰত চেষ্টা কৰিছিল যাতে পোনপটীয়া বাছ চলাচলৰ দ্বাৰা যাত্ৰীসকলৰ সুবিধা হয়। ১৯৬২ চনত তেখেত দ্বিতীয়বাৰ বিধানসভালৈ নিৰ্বাচিত হৈছিল।

অক্ষয় কুমাৰ দাস পদলোলুপ নাছিল। তাৰোপৰি আছিল নীতি-আদৰ্শত অবিচল, জনস্বাৰ্থ ৰক্ষাৰ কাৰণে এজন আপোচহীন সংগ্ৰামী। ১৯৪৮ চনত বহুতে তেখেতক অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি পাতিব খুজিছিল। কিন্তু বৰপেটাৰ কোনো বিশিষ্ট লোকৰ দ্বাৰা প্ৰভাৱিত হৈ দেৱেশ্বৰ শৰ্মাই তেখেতক পৰামৰ্শ দিলে সভাপতি পদৰ প্ৰাৰ্থী নহ'বলৈ। অনাহক তিক্ততা সৃষ্টি নহওক বুলিয়েই তেখেত প্ৰাৰ্থী নহ'ল। আন এটা কথা মন কৰিবলগীয়া - ১৯২১ চনৰ পৰা প্ৰতিটো আন্দোলনত অংশ গ্ৰহণ কৰা, কংগ্ৰেছৰ কামত দেহেকেহে লাগি থকা অক্ষয় কুমাৰ দাসক ১৯৩৭ আৰু ৪৬ ৰ দুটাকে নিৰ্বাচনত কংগ্ৰেছৰ প্ৰাৰ্থী কৰা নহ'ল। ১৯৫২ চনৰ নিৰ্বাচনত প্ৰাৰ্থী হৈ জয়লাভ কৰাৰ পাছতো তেখেতক মন্ত্ৰী পদ দিয়া নহ'ল। ১৯৬২ ৰ নিৰ্বাচনত জয়ী হোৱাৰ পাছত মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই তেখেতক মন্ত্ৰীপদ যাচিছিল যদিও তেখেতে গ্ৰহণ নকৰিলে।

এইবিলাক কথাই প্ৰমাণ কৰে, - ৰাজনীতিত একোজনৰ উত্থান-পতনত একোটা দলৰ ভিতৰত গোপনে চলা কূটনৈতিক ষড়যন্ত্ৰয়ো বহুতো কাম কৰে। সেই কাৰণেই অসমত একালত তৰুণৰাম ফুকনৰ দৰে জনপ্ৰিয় নেতাও কংগ্ৰেছ সংগঠনৰ পৰা আঁতৰি থাকিবলগীয়া হৈছিল। অথচ সেইজন তৰুণৰাম ফুকনেই ১৯৩৮ চনত অসম বিধান সভাত কংগ্ৰেছৰ সম্পূৰ্ণ বহুমত নথকা সত্বেও নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ নৱ-নিৰ্বাচিত সভাপতি সুভাষ চন্দ্ৰ বসুৰ লগ লাগি নানান কৌশল অৱলম্বন কৰি অসমত গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ কোৱালিশ্যন মন্ত্ৰী সভা গঠনত বৰগুণি যোগাইছিল। একেদৰেই ৪৬ চনৰ নিৰ্বাচনত যোৰহাটৰ কুলধৰ চলিহাক প্ৰাৰ্থীত্বৰ পৰা বঞ্চিত কৰা হৈছিল। একেদৰেই শিৱসাগৰত তাৰ কেইবছৰমানৰ আগতে হ'বলগীয়া এটা উপনিৰ্বাচনত জিলা কংগ্ৰেছৰ সৰহভাগৰ সমৰ্থন থকা সত্বেও ঠানুৰাম গগৈক

অফিচ দখল কৰি থকাসকলে প্ৰাৰ্থীত্ব নিদিয়াত বহুতো কংগ্ৰেছ কৰ্মীয়ে কংগ্ৰেছ ত্যাগ কৰি বেলেগে আহোম সভা গঠন কৰিছিল। সৰ্বভাৰতীয় ক্ষেত্ৰতো সেইদৰেই বহু আগতে গুজৰাটৰ ক্ষমতাশালী পেটেল গোষ্ঠীৰ নেতা বল্লভ ভাই পেটেলৰ স্বাৰ্থতে বম্বে চহৰৰ সেই সময়ৰ অতি জনপ্ৰিয় নেতা কে.এফ. নাৰিমেনক কৌশলেৰে অপসাৰিত কৰা হৈছিল।

এনেবিলাক ভিতৰুৱাকীয়া খেল কেৱল কংগ্ৰেছৰ নহয়, আন দল বিলাকতো চলে। অসমত ১৯৭৮ চনৰ বিধান সভা নিৰ্বাচনৰ সময়ত অসমত জনতা পাৰ্টিৰ সভাপতি হিচাপে মই যাইকে উজনী অসমতে নিৰ্বাচনী প্ৰচাৰত ব্যস্ত আছিলোঁ। গুৱাহাটীৰ অফিচত বহি কোনো কোনো বিষয় ববীয়াই আলোচনা কৰিছিল - গোলাপ বৰবৰাই বড়োসকলৰ দল পি.টি.চি. ৰ লগত মিত্ৰতা কৰি ভুল কৰিলে, ৰাজ্যখনত প্ৰাৰ্থী বছাত বহুতো ভুল কৰিছে, নিৰ্বাচনত ৬জন জিকাই আনিব পাৰিলেও বহুত ইত্যাদি। অথচ আমাৰ চৰকাৰ গঠনৰ পাছতো তেনে দুই-এজনক ৰাজ্যসভালৈ জয় কৰি পঠোৱাত ময়েই বিশেষ চেষ্টা কৰিব লগীয়া হৈছিল। সেইদৰেই জ্যোতি বসুক সংযুক্ত মৰ্চাই ভাৰতৰ প্ৰধান মন্ত্ৰী পাতিব খোজোঁতে তেওঁৰ দলৰে গণভিত্তি নোহোৱা নেতা কেইজনমানে সেই চেষ্টা ব্যৰ্থ কৰিলে। ●

# অক্ষয় কুমাৰ দাসৰ সোঁৱৰণত শ্ৰদ্ধাঞ্জলি

বিপিনপাল দাস

অক্ষয় কুমাৰ দাস ডাঙৰীয়াক মই প্ৰথম দেখিছিলোঁ ১৯৩৫/৩৬ চনত বৰপেটা চহৰত। পিতাদেউ সেই সময়ত বৰপেটা মহকুমাত শিক্ষা বিভাগৰ দায়িত্বত থকা বাবে মোৰ দুবছৰকাল বৰপেটা চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অষ্টম আৰু নৱম শ্ৰেণীৰ ছাত্ৰ হোৱাৰ সৌভাগ্য ঘটিছিল। আমি আছিলোঁ ধনীৰাম তালুকদাৰ ডাঙৰীয়াৰ ভাড়াঘৰত আৰু অক্ষয় কুমাৰ দাস ডাঙৰীয়াৰ ঘৰটো আছিল নিচেই ওচৰতে। দাড়িয়ে চুলিয়ে জপৰা হৈ থকা আৰু অতি সাধাৰণ খাদী পোছাক পৰিধান কৰা এইগৰাকী অতি নম্ৰ-ভদ্ৰ-সদাচাৰী গান্ধীবাদী নেতাৰ ভৰিত আমি কোনোদিনে জোতা দেখা নাছিলোঁ। জাৰকালি মাত্ৰ এটা ছুৰেটাৰ আৰু কেতিয়াবা লগতে এখন কপাহী চাদৰে তেখেতক শীতৰ পৰা ৰক্ষা কৰিছিল। থকা-মেলা, কথা-বতৰা, চলন-ফুৰণ, আচাৰ ব্যৱহাৰ সকলোতে ফুটি উঠিছিল তেওঁৰ সৰলতা আৰু বিনয়ী মনোভাৱ, গান্ধীবাদী আদৰ্শৰ এখন স্পষ্ট ছবি। অসম বিধান সভাৰ সদস্য হোৱাৰ পাছতো সকলোৱে তেখেতক সেই একেটা ৰূপতে দেখিছিল। এই বাবেই তেখেত আছিল সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ।

বৰপেটাৰ সকলো মানুহে তেখেতক অক্ষয় বাবু বুলি মাতিছিল। বৰপেটাৰ এটা বিশেষত্ব হ'ল এই 'বাবু' শব্দটো। সকলো বয়সস্থ শ্ৰদ্ধাভাজন ব্যক্তিক মানুহে বাবু শব্দটোৰে অলংকৃত কৰিছিল। যেনে অধ্যাপক বাণীকান্ত কাকতিক বাণী বাবু, অধ্যাপক ৰাধাকান্ত দাসক ৰাধা বাবু, কামেশ্বৰ দাসক কামেশ্বৰ বাবু ইত্যাদি। অক্ষয় বাবুক মই পাছত দীঘলীয়াকৈ আৰু বেছি ওচৰৰ পৰা পাইছিলোঁ গুৱাহাটী জেলত। জেলৰ

ভিতৰতো তেখেত সৎ আৰু সবল আচৰণৰ কাৰণে সকলোৰে মাজত হৈ পৰিছিল গভীৰ শ্ৰদ্ধাৰ পাত্ৰ। তেখেত আছিল এজন বৰ ভাল গায়ক। তেখেতৰ কণ্ঠস্বৰ ইমান মধুৰ আছিল যে তেখেতৰ গীতে জেলত থকা সকলো মুক্তি সংগ্ৰামীকে মুহি পেলাইছিল। আমি তেখেতৰ কণ্ঠত শুনিছিলোঁ বিশেষকৈ বৰগীত আৰু দেশপ্ৰেমমূলক গীত। মোৰ যিমানদূৰ মনত পৰে তেখেতৰ নিচিনাকৈ বৰগীত গাব পৰা মানুহ মই আন কাকো লগ পোৱা নাই। মই মোৰ প্ৰাক্তন প্ৰধান শিক্ষক (বৰপেটাত থাকোঁতে) গিৰীশ চন্দ্ৰ ৰায়চৌধুৰী ডাঙৰীয়াৰ মুখতো শুনিছিলোঁ অতি মধুৰ বৰগীত। দুয়োজনৰে সুৰ, ছন্দ আৰু ৰাগ বিশুদ্ধ আছিল আৰু শ্ৰোতাসকলৰ অন্তৰ মুহিব পাৰিছিল। কিন্তু অক্ষয় বাবুৰ কণ্ঠস্বৰ আছিল বেছি কোমল আৰু শ্ৰুতিমধুৰ। ইমান ভক্তিৰে আৰু ধ্যান মগ্ন হৈ এজন সাধকৰ দৰে বৰগীত গাব পৰা মানুহ বিৰল।

অক্ষয় বাবু আছিল এজন শুদ্ধ অৰ্থত গান্ধীবাদী দেশসেৱক। অহিংস সত্যাগ্ৰহৰ বিশেষত্ব এয়ে যে এইপাট বৈপ্লৱিক অস্ত্ৰই অকল অশুদ্ধ আৰু অসৎ ব্যৱস্থাকে ধ্বংস কৰাই নহয়, লগে লগে শুভ আৰু সৎ ব্যৱস্থাৰ সৃষ্টিও কৰে। একেটা পদ্ধতি, একেটা প্ৰণালীৰে উদ্দেশ্য সাধন কৰিবলৈ চেষ্টা কৰে। আনবোৰ বিপ্লৱে বিশ্বাস কৰে প্ৰথমে ধ্বংস আৰু তাৰ পাছতহে সৃষ্টি। হিংসা আৰু অহিংসা পদ্ধতিৰ মাজত এই পাৰ্থক্যৰ তাৎপৰ্য অতি গভীৰ। অহিংস বিপ্লৱৰ আনটো বিশেষত্ব হ'ল এই যে সামাজিক ব্যৱস্থাৰ পৰিৱৰ্তনৰ লগে লগে ব্যক্তি অৰ্থাৎ বিপ্লৱীসকলৰ চাৰিত্ৰিক পৰিৱৰ্তনতো সমান গুৰুত্ব আৰোপ কৰা হয়। হিংস্ৰ বিপ্লৱে ব্যক্তিক গঢ়ি তোলা কথাটোত কোনো গুৰুত্ব নিদিয়ে। সমাজ ব্যৱস্থা সলনি হৈ গ'লে ব্যক্তিও আপোনা-আপুনি সলনি হৈ যাব বুলি বিশ্বাস কৰে। কিন্তু ইতিহাসে দেখুৱাই আহিছে যে সেইটো নহয়গৈ। হিংস্ৰ বিপ্লৱৰ দ্বাৰা ক্ষমতা দখল কৰাৰ পাছত বিপ্লৱী সকলে প্ৰায়েই বিপ্লৱৰ আদৰ্শ পাহৰি যায় আৰু ক্ষমতাৰ অপব্যৱহাৰ কৰি অত্যাচাৰী ৰাজত্ব স্থাপন কৰে। ভাৰত স্বাধীন হোৱাৰ পাছতো নেতাসকলে গান্ধীজীৰ আদৰ্শ ৰক্ষা কৰা নাই বা কৰিব পৰা নাই। কিন্তু তেখেতে গঢ়ি থৈ যোৱা কিছু মানুহ আদৰ্শচ্যুত হৈ নগ'ল আৰু নেতাসকলক প্ৰত্যেক খোজতে সতৰ্ক কৰি গৈ থাকে। সেইসকলৰ ভিতৰত এজন আছিল অক্ষয় কুমাৰ দাস ডাঙৰীয়া। বিধান সভাত তেখেত আৰু তেখেতৰ নিচিনা দুই চাৰিজনৰ উপস্থিতিয়ে সকলো নেতাক গান্ধীজীৰ আদৰ্শৰ কথা সোঁৱৰাই আছিল। সেইটো প্ৰজন্ম পাৰ হৈ গ'ল আৰু নতুন পুৰুষৰ মন মুক্তি সংগ্ৰামৰ আদৰ্শই স্পৰ্শ কৰিব পৰা নাই। তথাপি অক্ষয় বাবুৰ নিচিনা একোজন গান্ধীবাদী দেশপ্ৰেমিকৰ স্মৃতিয়ে নতুন পুৰুষকো সোঁৱৰাই থাকিব গান্ধীবাদী আদৰ্শৰ কথা। হিংসাবাদী বিপ্লৱৰ পাছত এনে উদাহৰণ পাবলৈ বৰ টান,

অসম্ভৱ বুলিয়ে ক'ব পাৰি।

ভাৰতৰ স্বাধীনতা সংগ্ৰাম আছিল মানৱ ইতিহাসত এক অভিনৱ, অভূতপূৰ্ব আৰু অতুলনীয় বিপ্লৱ। এই বিপ্লৱে অকল আটাইতকৈ পৰাক্ৰমী সাম্ৰাজ্যবাদী ব্যৱস্থাটোৰে অৱসান ঘটোৱা নাই; এই বিপ্লৱে বিশ্বৰ সকলো উপনিৱেশতে মুক্তিৰ প্ৰতিধ্বনি তুলি বিভিন্ন পৰাধীন জাতিক জাগ্ৰত কৰিছিল, তেওঁলোকৰ মাজত প্ৰেৰণাৰ ঢৌ সৃষ্টি কৰিছিল। তাৰ ফলতে সকলো উপনিৱেশ এখন এখনকৈ শান্তিপূৰ্ণভাৱে স্বাধীন হৈ গৈ থাকিল ভাৰত স্বাধীন হোৱাৰ পাছ মুহূৰ্তৰে পৰা। ভাৰতীয় বিপ্লৱৰ আদৰ্শ আৰু আধ্যাত্মিক শক্তিয়ে আটাইবোৰ সাম্ৰাজ্যবাদী ব্যৱস্থাক পৃথিৱীৰ বুকুৰপৰা পুলিয়ে-পোখাই উভালি পেলোৱাত সহায় কৰিলে।

গতিকে গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা ভাৰতৰ অহিংস মুক্তি সংগ্ৰামৰ সৈনিকসকল বিশ্বমুক্তিৰ গৌৰৱৰ ধ্বজাবাহক আছিল বুলি ক'লে একো ভুল নহ'ব। সেই সৈনিক সকলৰ এজন হিচাপে অক্ষয় কুমাৰ দাস ডাঙৰীয়া আছিল সম্পূৰ্ণ অৰ্থত এজন বিশ্বমুক্তিৰ নীৰৱ ধ্বজাবাহক। ●

# গান্ধীবাদী নেতা অক্ষয় কুমাৰ দাস

ধৰণীধৰ দাস

প্ৰখ্যাত গান্ধীবাদী নেতা প্ৰয়াত অক্ষয় কুমাৰ দাস আছিল কংগ্ৰেছৰ গান্ধী-নেহৰু আদৰ্শবাদৰ পথ-প্ৰদৰ্শক। 'জয় কিম্বা মৃত্যু' মন্ত্ৰেৰে বৃটিছ চৰকাৰক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কৰোৱা বিয়াল্লিছৰ বিপ্লৱত তেওঁ আছিল বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি। উল্লেখনীয় যে বৰপেটা জিলা কংগ্ৰেছৰ অন্তৰ্গত বজালীত বৃটিছ চৰকাৰৰ বিৰুদ্ধে বিভিন্ন অঞ্চলত গঠন কৰা শিবিৰৰ জৰিয়তে অসাধাৰণ কৃতিত্বৰে 'সমান্তৰাল চৰকাৰ' চলোৱা হৈছিল সৰ্বশেষলৈকে। তাৰ আগলৈকে সমান্তৰাল চৰকাৰ চলোৱাৰ আন দুটা ঘাটি আছিল মহাৰাষ্ট্ৰৰ ছাতাৰা আৰু উত্তৰ প্ৰদেশৰ বালিয়া। বজালীৰ এনে কৃতকাৰ্যতাৰ কাৰণে জিলা কংগ্ৰেছৰ সভাপতিৰ দিহা-পৰামৰ্শৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছিল। এইখিনিতে উনুকিওৱা উচিত হ'ব যে বৰপেটা জিলা কংগ্ৰেছৰ সভাপতিৰ সোঁ-হাত স্বৰূপ মহেন্দ্ৰমোহন চৌধুৰীয়ে গান্ধী-নেহৰু আদৰ্শবাদক বাস্তৱায়িত কৰাত আৰু গণ-ভিত্তি দিয়াত বিশেষৰূপে কৃতকাৰ্য হৈছিল। ইয়াত বিশেষ অৱদান যোগাইছিল গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি ৰূপে জনপ্ৰিয় প্ৰভাৱশালী নেতা ডাঃ ভুৱনেশ্বৰ বৰুৱাই।

বিয়াল্লিছৰ বিপ্লৱত গুৱাহাটী কাৰাগাৰত একেটা বি ডিভিজন কোঠাতে অক্ষয় কুমাৰ দাসৰ সৈতে থাকি আদৰ্শবাদৰ বিভিন্ন চৰ্চা কৰাৰ মোৰ সুযোগ ঘটিছিল। সেই একেটা কোঠাতে থকা আন আন নেতাসকল আছিল জগদীশ চন্দ্ৰ মেধি, দীননাথ মেধি, মধুসূদন দাস, জয়চন্দ্ৰ চৌধুৰী, লক্ষ্মীধৰ বৰা আৰু ৰবীন নবীশ। কাৰাগাৰতে এটি উচ্চ স্তৰীয় আদৰ্শবাদ বিশ্লেষণৰ আলোচনা-চক্ৰ চলোৱা হৈছিল। তাত গান্ধী-নেহৰু সমাজবাদ আৰু ধৰ্ম নিৰপেক্ষ গণতন্ত্ৰৰ লগতে মাৰ্ক্স-এংগেলচ্-লেনিনৰ দৰ্শন, ছোভিয়েট সমাজবাদী প্লেনিং, বৃটিছ সমাজবাদী নেতা,G. H. Cole, ৰবাৰ্ট ওৱেন, এইচ. জি. ওৱেলচ্ আদিৰ লগে লগে ফৰাচী বিপ্লৱ আৰু বিভিন্ন দেশত হোৱা সমাজবাদী

দৰ্শন আৰু বিপ্লব সম্পৰ্কে বিশ্লেষণ আৰু বিতৰ্ক হৈছিল। এই বিতৰ্কত অংশ লৈছিল বিশেষকৈ আৰ-চি-পি-আই নেতা গোবিন্দ কলিতা আৰু তেওঁৰ সহকৰ্মীসকলে। উল্লেখনীয় যে ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে 'জন-যুদ্ধ' শ্লোগানেৰে ভাৰতৰ স্বাধীনতা বিপ্লবৰ বিৰোধিতা কৰিছিল আৰু ছোভিয়েট ৰুছিয়াই দ্বিতীয় মহাসমৰত অংশ লোৱাৰ যুক্তি দেখুৱাই বৃটিছ চৰকাৰক সমৰ্থন আৰু সহায় কৰিছিল।

এই আলোচনা-চক্ৰৰ জৰিয়তে তথ্য-পাতিৰে বোধগম্য হৈছিল কেনেকৈ কংগ্ৰেছক এটা দৰ্খাস্তকাৰী অতি নৰমপন্থী সৰু-সুৰা শাসন সংস্কাৰ পন্থী দলৰ পৰিবৰ্তে গান্ধীজীৰ নেতৃত্বত এটা গণ-বিপ্লবৰ দললৈ পৰিবৰ্তন কৰা হৈছিল। আলোচনা-চক্ৰত জেষ্ঠ্য নেতাসকলৰ যোগদান আৰু পৰ্যালোচনাই অধিক গুৰুত্ব দিছিল কেনেকৈ অকল গান্ধীজীৰ নেতৃত্বত 'ৰাওলাট আইন'ৰ বিৰুদ্ধে মুষ্টিমেয় কেইজনমান সত্যাগ্ৰহীৰ দ্বাৰা ১৯১৯ চনৰ ৬ এপ্ৰিলত দেশব্যাপি অসাধাৰণ সাফল্য লাভ কৰা হৰতালেই ১৩ এপ্ৰিলত জালিৱানাৱালাবাগ হত্যাকাণ্ডত পৰিণত হৈছিল আৰু গান্ধীয়ে তাঁলৈ গৈ এনে হত্যাকাণ্ডৰ বাবে বৃটিছ চৰকাৰক জগৰীয়া কৰি কংগ্ৰেছত নতুন নেতৃত্বৰ জন্ম দিছিল। পণ্ডিত জৱাহৰলাল নেহৰুৱে অতিশয় অনুপ্ৰাণিত হৈ গান্ধীজীৰ নেতৃত্ব মানি লৈছিল। তেতিয়াৰ পৰাহে কংগ্ৰেছত গাঁৱৰ গৰীব কৃষক-শ্ৰমিক শ্ৰেণীৰ দৰে সৰ্বসাধাৰণ জনতাৰ বিপুল সমাৱেশ হৈছিল। পণ্ডিত নেহৰুৰ ভাষাত, দেশ ব্যাপি কাৰ্যতঃ কংগ্ৰেছ হৈ পৰিছিল এটা বিপ্লৱী শক্তি – revolutionary force in action.

১৯৩০ চনৰ ৬ এপ্ৰিলত নিমখৰ ওপৰত লগোৱা কৰ আইন ভংগ আন্দোলন। গান্ধীজীৰ নেতৃত্বত সৱৰমতী আশ্ৰমৰ পৰা ৪১ দিনত ২৪১ মাইল খোজ কাঢ়ি প্ৰায় ৭০০০০ ৰাইজৰ মাজত সাগৰৰ পাৰৰ দাণ্ডিত নিমখ বিতৰণ কৰি দৈনিক ছয় পইছা আয়ৰ গৰীব খেতিয়কৰ ওপৰত বৃটিছ চৰকাৰে জাপি দিয়া কৰ আইন উলংঘা কৰা হৈছিল।

১৯৩১ চনত লণ্ডনত সম্ৰাট পঞ্চম জৰ্জৰ নেতৃত্বত বহা গোল টেবুল বৈঠকত গান্ধীজীয়ে উদং শৰীৰত আঁঠুৰ ওপৰলৈ থকা খদ্দৰৰ পোছাকলৈ আঙুলিয়াই কৈছিল – 'কংগ্ৰেছে দেশৰ এমূৰৰ পৰা সিমূৰলৈ কৌটি কৌটি অৰ্ধাহাৰে থকা মূক জন-গণৰ প্ৰতিনিধিত্ব কৰে। এই বৈঠকত যি ভিন ভিন স্বাৰ্থৰ কথা কোৱা হৈছে, সেই সকলোৰে স্বাৰ্থ ত্যাগ কৰিব লাগিব এনে অৰ্ধাহাৰে থকা মূক জন-গণৰ স্বাৰ্থৰ কাৰণে।'

সেয়ে গান্ধীজীয়ে ১৯৪২ চনৰ ৮ আগষ্টত বোম্বাইত দাঙি ধৰা 'ভাৰত ত্যাগ' প্ৰস্তাৱত থকা মৌলিক দাবীটো ঘোষণা কৰি কৈছিল – 'দৰাচলতে সকলো ক্ষমতা দিব লাগিব খেতি-পথাৰত আৰু কল-ঘৰত বা অন্যত কাম কৰা শ্ৰমিকসকলৰ হাতত

তেওঁলোকৰ সমৃদ্ধি আৰু প্ৰগতিৰ কাৰণে।' ইয়াৰ আগতে ১৯৩৪ চনৰ ৩ আগষ্টতে গান্ধীজীয়ে ঘোষণা কৰিছিল — 'দুটা কাম — ৰাজনৈতিক স্বৰাজ আৰু সম্পূৰ্ণৰূপে বৈপ্লৱিক আৰু আৰ্থ-সামাজিক (Reordering) পৰিৱৰ্তন (অৰ্থাৎ পঞ্চায়ত আৰু সমবায়ৰ জৰিয়তে হোৱা সমাজবাদ) হ'ব লাগিব একেলগে একে সময়তে। সেই সময়তে পণ্ডিত জৱাহৰলাল নেহৰুৱে কৈছিল — 'ভাৰতৰ জাতীয় স্বাধীনতাৰ লক্ষ্য হৈছে একেলগে একে সময়তে স্বাধীনতাৰ সমাজবাদ — উভয়ে অংগাংগীভাৱে জড়িত।'

এনে আদৰ্শগত অভিজ্ঞতা লৈ কাৰাগাৰৰ পৰা মুক্ত হৈ মই উত্তৰ-পূৰ অঞ্চলৰ প্ৰতিনিধি হিচাপে দেৰাডুনত এমাহৰ বাবে আচাৰ্য নৰেন্দ্ৰদেৱৰ নেতৃত্বত আৰম্ভ হোৱা নিখিল ভাৰত সমাজবাদী শিবিৰত যোগদান কৰিছিলোঁ। এই শিবিৰৰ উদ্দেশ্য আছিল বৃটিছ চৰকাৰৰ লগত ক্ষমতা হস্তান্তৰৰ আপোচ-আলোচনাৰ বিৰোধিতা কৰা আৰু সাম্প্ৰদায়িক বিভাজনৰ বিৰুদ্ধে দেশক উদ্ধাৰ কৰাৰ উদ্দেশ্যে 'ভাৰত ত্যাগ' বিপ্লৱ পুনৰুজ্জীৱিত কৰি বৃটিছ চৰকাৰক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কৰোৱা।

শিবিৰ চলি থাকোঁতে শেষৰ ফালে দেৰাডুনত মহাত্মা গান্ধীৰ সংবৰ্ধনাৰ কাৰণে হোৱা এখন বিৰাট ৰাজহুৱা সভাত গান্ধীজীৰ ভাষণে পৰোক্ষভাৱে শিবিৰৰ কামত অধিক শক্তি যোগাইছিল। সভাৰ আৰম্ভণিতেই শিবিৰত থকা সৰ্বভাৰতীয় নেতা, কৰ্মী, আৰু সমৰ্থকসকলে এটা সুদীৰ্ঘ শোভাযাত্ৰা কৰি গান্ধীজীক সংবৰ্ধনা জনাইছিল।

গান্ধীজীয়ে ১৯৪৬ চনৰ ৭ নৱেম্বৰৰ পৰা ১৯৪৭ চনৰ ২ মাৰ্চলৈ নোৱাখালীত থাকি ঐতিহাসিক 'অৰ্থনৈতিক চাৰ্ভে'ৰ জৰিয়তে ধৰ্ম-ভাষা- জাতিৰ মাজত সংঘৰ্ষৰ ভেটিত চলা পুঁজিবাদী ব্যৱস্থা অন্ত কৰি তাৰ ঠাইত ধৰ্ম-জাতি নিৰ্বিশেষে সমুদায় কৃষক ৰাইজক লৈ সমবায় সমাজ-ব্যৱস্থা গঢ়াৰ আহ্বান দিছিল।

অসমৰ শীৰ্ষ-স্থানীয় গান্ধীবাদী নেতা গোপীনাথ বৰদলৈৰ নেতৃত্বত অসমক গ্ৰুপিঙৰ পৰা ৰক্ষা কৰিবলৈ ব্যাপক গণ- আন্দোলন চলোৱা হৈছিল। সেই উদ্দেশ্যে তেখেতে নোৱাখালীত থকা মহাত্মা গান্ধীৰ ওচৰলৈ মহেন্দ্ৰ মোহন চৌধুৰী আৰু বিজয় চন্দ্ৰ ভাগৱতীক পঠিয়াই গান্ধীজীৰ নিৰ্দেশ অনুসৰি সৰ্বাত্মক প্ৰচেষ্টাৰে অসমক ৰক্ষা কৰিছিল।

মই নিজে দেৰাডুনৰ পৰা আহি গান্ধীজীয়ে নোৱাখালীৰ পৰা দিয়া নিৰ্দেশ কাৰ্যকৰী কৰাৰ উদ্দেশ্যে বৰপেটা জিলা কংগ্ৰেছৰ সভাপতিৰ লগত আলোচনা কৰি সেই সংকটৰ মুহূৰ্তত কৰিব লগা কাম কৰিছিলোঁ। সেই সময়লৈকে বজালীত ৰাইজৰ উৎকট সমস্যা সমাধানৰ গণ-কাৰ্যক্ৰমৰূপে বিভিন্ন শিবিৰত সমান্তৰাল চৰকাৰৰ কাম

ব্যাপকভাবে চলি আছিল। তাক শক্তিশালী কৰি ৰখাত সহায় কৰিছিল শ্ৰদ্ধেয় অক্ষয় কুমাৰ দাস আৰু মহেন্দ্ৰমোহন চৌধুৰীয়ে।

কংগ্ৰেছৰ আদৰ্শবাদৰ পথ-প্ৰদৰ্শক প্ৰয়াত অক্ষয় কুমাৰ দাসৰ স্মৃতি-তৰ্পণত দৃঢ়তাৰে সংকল্প ল'ব পাৰিযে গান্ধী-নেহৰু আদৰ্শবাদৰ পৰা ফালৰি কাটি অধঃপতনৰ অন্তিম পৰ্যায়ত নিঃসহায় নেতৃত্বত হোৱা বিয়াল্লিছৰ গণ-বিপ্লৱ আৰু তাৰ মাজেদি গঢ় লৈ উঠা সমাজবাদী গণতন্ত্ৰক গৰীব-শোষিত জনগণৰ মাজত পুনৰুজ্জীবিত কৰাৰ কাৰণে এনে এক নিষ্ঠাবান বিজ্ঞানসন্মত সমাজবাদৰ নেতৃত্ব সৃষ্টি কৰিব লাগিব যাৰ দ্বাৰা সংখ্যা আৰু ক্ষমতাৰ ৰাজনীতি (Politics of number and power)ৰ ঠাইত গঢ় লৈ উঠে সাংবিধানিক দায়িত্ব আৰু দলৰ মৌলিক সিদ্ধান্ত (motto) ৰূপে আদৰ্শবাদ (ideology) আৰু জন-সেৱাৰ কৰ্ম-পদ্ধতি আৰু সমাজ-বিজ্ঞানৰ উপযুক্ত ৰীতি-নীতি।

এই প্ৰসংগতে গান্ধীজীৰ নিজৰ উক্তিলৈ দৃষ্টি আকৰ্ষণ কৰা হ'ল — 'অৰ্থনৈতিক সমতা হৈছে অহিংস স্বাধীনতাৰ মূল চাবি-কাঠি। অৰ্থনৈতিক সমতাৰ কাৰণে কৰা কামেই অন্ত কৰে পুঁজি আৰু শ্ৰমৰ মাজত চলি থকা চিৰন্তন অন্তৰ্দ্বন্দ।' প্ৰখ্যাত গান্ধীবাদী নেতা গৰাকীৰ শতবৰ্ষ উদ্‌যাপন উপলক্ষ্যে বৰ্তমান আৰু ভৱিষ্যতৰ ভয়াবহ পৰিস্থিতিলৈ লক্ষ্য কৰি নিতান্তই কোৱা প্ৰয়োজন যে প্ৰয়াত অক্ষয় কুমাৰ দাস আছিল ত্যাগৰ এক বিৰল দৃষ্টান্ত। এজন ৰাজ্যিক পৰ্যায়ৰ নেতাৰূপে স্বাধীনতাৰ কাৰণে চৰম ত্যাগ বৰণ কৰিও স্বাধীনতাৰ পাছত কংগ্ৰেছ চৰকাৰ অথবা প্ৰশাসনৰ কোনো ক্ষমতা বা পদ নল'লে। এনেকৈ তেখেত গান্ধীবাদী নেতাৰ ত্যাগৰ দৃষ্টান্তৰূপে চিৰস্মৰণীয় হৈ থাকিব। ●

# এজন আদৰ্শৱান গান্ধীবাদী

সতীশ চন্দ্ৰ শৰ্মা

২০/৩০ দশকৰ তাহানিৰ সেই বৰপেটা। পুৰণি বৰপেটাৰ যিসকল শীৰ্ষ স্থানীয় ব্যক্তি স্বাধীনতা সংগ্ৰাম, সমাজ সংস্কাৰ আদি কৰি ৰাজনৈতিক, সাংস্কৃতিক, সামাজিক, অৰ্থনৈতিক দিশত আগভাগ লৈছিল, সেই সকলৰ ভিতৰত প্ৰবীণ গান্ধীবাদী নেতা অক্ষয় কুমাৰ দাসৰ স্থান স্বতন্ত্ৰীয়া আছিল আৰু সেই স্থান অক্ষয় হৈ ৰ'ল বুলি ক'লেও অত্যুক্তি কৰা নহ'ব।

অক্ষয় বাবুক খুউব ওচৰৰ পৰা আৰু নিবিড়ভাৱে পাইছিলোঁ। তেওঁৰ ঘৰ আমাৰ ঘৰৰ কাষতে আছিল। বয়সৰ পাৰ্থক্যৰ বাবেই হওক বা তেওঁৰ ব্যক্তিত্বৰ বাবেই হওক তেওঁৰ ওচৰলৈ খুব ভয়ে ভয়ে গৈছিলোঁ। সেই সময়ৰ বৰপেটা মহকুমাৰ প্ৰতিজন ব্যক্তিয়ে অক্ষয় বাবুৰ নাম শুনিছিল বা তেওঁক জানিছিল, প্ৰতিজন মানুহেই তেওঁক 'প্ৰকৃত গান্ধীবাদী' বুলি শ্ৰদ্ধা কৰিছিল। তেওঁ আছিল নীতিত আপোচহীন, কৰ্তব্যত কঠোৰ, ব্যৱহাৰত বিনয়ী আৰু স্বল্পভাষী। এইবোৰে তেওঁৰ ব্যক্তিত্ব তুলি ধৰিছিল। আমি যেতিয়া তেওঁৰ ওচৰলৈ যাওঁ গুদুতকৈ (খুব সৰুকৈ) মাত্ৰ এষাৰ কথা কয়। প্ৰয়োজনতকৈ বেছি কথা এষাৰো নকয়। বহুত কথা ক'ম বুলি তেওঁৰ ওচৰ চাপোঁ কিন্তু ভয়তে কথাবোৰ পাহৰি যাওঁ আৰু কোৱা নহয়।

অক্ষয় বাবু আছিল পৰিষ্কাৰ চৰিত্ৰৰ ব্যক্তি। তেওঁৰ নাছিল ব্যক্তিগত ক্ষমতাৰ লোভ। হিংসা, বিদ্বেষ, অসূয়া, অপ্ৰীতি আদিৰপৰা তেওঁ সদায় আঁতৰত অৱস্থান কৰিছিল। সেই সময়ৰ ৰাজনীতিকসকল আজিৰ দৰে ক্ষমতালোভী, দুৰ্নীতিপৰায়ণ নাছিল। আজিৰ ৰাজনীতিকসকলে ব্যক্তিগত স্বাৰ্থ পূৰণৰ বাবে বহু তললৈ নামিবলৈ কুণ্ঠাবোধ নকৰে। কিন্তু সেই সময়ৰ ৰাজনীতিকসকল এইবোৰৰ পৰা ঊৰ্দ্ধত আছিল।

হাইস্কুলত পঢ়ি থকা সময়ৰ পৰাই অক্ষয় বাবু স্বাধীনতা আন্দোলনৰ প্ৰতি আকৃষ্ট হয়। বংগ ভংগ আন্দোলনৰ বি ঢৌৱে আমাৰ এই মুলুক চুইছিল তাৰেই ফলশ্ৰুতিতে তেওঁ তেনেদৰে আকৃষ্ট হৈ পৰে বুলি কোৱা হয়। অসম কেশৰী

অম্বিকাগিৰী ৰায়চৌধুৰীৰ আদৰ্শ আৰু নীতিৰ প্ৰতি তেওঁ আকৃষ্ট হৈছিল। অক্ষয় বাবুৱে সংগীতো চৰ্চা কৰিছিল। জগৎ গুৰু শংকৰদেৱৰ তিৰোভাৱ তিথি (কীৰ্ত্তন মহোৎসৱ) ৰ দুই এখন সভাত বৰগীত পৰিৱেশন কৰা আমি দেখা পাইছিলোঁ।

অক্ষয় বাবু গঠনমূলক কামত বৰ অগ্ৰণী ব্যক্তি আছিল। তেওঁ বৰপেটাৰ প্ৰায় সকলো ৰাজহুৱা কামতে আগভাগ লৈছিল। ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ কল্পে ছাত্ৰ আন্দোলন গঢ়ি উঠাত চৰকাৰী হাইস্কুল বৰ্জন কৰা হৈছিল আৰু সেই চৰকাৰী হাইস্কুল বৰ্জন কৰা ছাত্ৰসকলৰ পঢ়াৰ ব্যৱস্থাৰ বাবে বৰপেটাৰ গণ্য-মান্য সমাজসেৱীসকলৰ লগতে অক্ষয় বাবুৱে জেলৰ পৰা খালাচ পোৱাৰ পাছত নতুন স্কুল 'বিদ্যাপীঠ' স্থাপনৰ আঁচনিত ওতপ্ৰোতভাৱে জড়িত হৈ পৰিছিল।

১৯৩০ চনৰ লাহোৰ কংগ্ৰেছ অধিৱেশনত পূৰ্ণ স্বাধীনতা প্ৰস্তাৱ পাছ কৰা হয়। ইয়াৰ লগে লগে গান্ধীয়ে আইন অমান্য আন্দোলনৰ বাবে ডাক (আহ্বান) দিয়ে। লগে লগে অক্ষয় বাবু আদি কৰি স্বাধীনতা আন্দোলনকাৰীয়ে আন্দোলনত নামি পৰে। এই আন্দোলনত জড়িত অক্ষয় বাবুক চৰকাৰে গ্ৰেপ্তাৰ কৰি ফাটেক দিয়ে। ১৯৩১ চনৰ গান্ধী 'আৰ্‌উইন' চুক্তিমতে মাৰ্চ মাহত জেলৰ পৰা মুক্তি পাই আকৌ স্বাধীনতা আন্দোলনত জঁপিয়াই পৰে।

১৯৩৯ চনত 'দ্বিতীয় বিশ্বযুদ্ধ' আৰম্ভ হয়। ইয়াৰ পাছতে ১৯৪১ চনত আইন অমান্য আন্দোলন হয়। দ্বিতীয় বিশ্বযুদ্ধত বৃটিছক ধন আৰু জনেৰে সহায় কৰিব নালাগে সেইটো আছিল আইন অমান্য আন্দোলনৰ প্ৰধান 'শ্লোগান'। এই ভাৱেই হৈছিল একক সত্যাগ্ৰহ। বৰপেটা চহৰো এই দিশত পিছ পৰি নৰ'ল। বৰপেটা চহৰত প্ৰথমজন সত্যাগ্ৰহী আছিল কবিৰাজ ঘনশ্যাম দাস আৰু দ্বিতীয় জন আছিল অক্ষয় বাবু।

১৯৪২ চনৰ ৯ আগষ্টত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হয়। এই প্ৰস্তাৱ গৃহীত হোৱাৰ লগে লগে ভাৰতত বিদ্ৰোহৰ জুই জ্বলি উঠিল। লগে লগে সকলো নেতাকে কাৰাবন্দী কৰিলে। আমাৰ বৰপেটাত কামেশ্বৰ বাবু, অক্ষয় বাবু, মহেন্দ্ৰ মোহন চৌধুৰী, উপেন্দ্ৰ চন্দ্ৰ দাস (বাবুলাল), মধুসূদন দাস আদিয়ে 'ভাৰত ত্যাগ' আন্দোলনৰ নেতৃত্ব লয়। সেই উদ্দেশ্যে ২৫ আগষ্টত বৰপেটাৰ ডেকা-বুঢ়া, ছাত্ৰ-ছাত্ৰী, আই-মাতৃ সকলো বৰপেটা কীৰ্ত্তন ঘৰৰ আগত শোভা যাত্ৰা কৰি মিলিত হয়। উক্ত সভাত অগণন লোক সমৱেত হৈছিল। সেই সময়ত মাইকৰ ব্যৱস্থা নাছিল। ফলত মহেন্দ্ৰ মোহন চৌধুৰী, অক্ষয় বাবু আদিৰ ভাষণ দূৰৰ শ্ৰোতাই শুনা নোপোৱাত গণ্ডগোলৰ সূত্ৰপাত হয়। কিন্তু অক্ষয় বাবু প্ৰমুখ্যে নেতাসকলৰ যত্নত সভাথলী শান্ত হয় আৰু সভাখন সুচাৰুৰূপে সমাপ্ত হয়। সভাৰ অন্তত অক্ষয় বাবুৱে গুৱাহাটীৰ পৰা অহা ডাঃ ভুৱনেশ্বৰ

বৰুৱা আৰু হৰেশ্বৰ গোস্বামীক মহেন্দ্ৰমোহন চৌধুৰীৰ বাস-ভৱনলৈ লৈ গৈ তাত আলোচনাত মিলিত হয়। আলোচনাৰ বিষয়-বস্তু আছিল 'বৃটিছে নিৰ্মাণ কৰি থকা সৰভোগৰ বেকী নদীৰ পাৰত থকা বিমান ঘাটিত কি দৰে বাধা দিব পাৰে।' আলোচনাৰ পাছদিনা বোৱাৰী পুৱাতেই চাৰিজন কংগ্ৰেছৰ ভলণ্টিয়াৰ অক্ষয় বাবুৰ ঘৰলৈ আহে। তেওঁলোকক পঠাইছিল গোলক পাঠকে। তেওঁলোকে খবৰ দিলে যে নিৰ্মীয়মান বেঁকীৰ ঘাটি ৰাইজে জ্বলাই দিছে। অক্ষয় বাবুৱে তৎক্ষণাত সেই খবৰ মহেন্দ্ৰমোহন চৌধুৰী, ডাঃ ভুৱনেশ্বৰ বৰুৱা, হৰেশ্বৰ গোস্বামীলৈ পঠালে। তেওঁ নিজে ততাতৈয়াকৈ চাইকেল লৈ সৰভোগ বুলি ৰাওনা হ'ল। হাউলীৰ পৰা হালাপাকুৰিৰে বেঁকী-ঘাটলৈ যোৱা যাত্ৰাপথত দুখনমান দলং পোৰা অৱস্থাত দেখা পালে। বেঁকী ঘাট পাই দেখিলে যে বৰপেটাৰ তদানীন্তন মহকুমাধিপতি ৰবীন্দ্ৰ খাউণ্ডে চৰকাৰী ফেৰী নাও লৈ ঘাটত কিবা আপেক্ষা কৰি আছে। অক্ষয় বাবুক দেখিয়েই খাউণ্ড ডাঙৰীয়াই খং কৰি ক'লে — 'অক্ষয় বাবু, মেজাজ বৰ বেয়া, পাৰ পালে কিন্তু কি কৰো ঠিক নাই।' কিন্তু আচৰিত কথা সেইজন খাউণ্ডেই যাত্ৰাপথত অক্ষয় বাবুক নাওত তুলি নি সহায়হে কৰিলে। অক্ষয় বাবুৱে সৰলভাগত নন্দ মজুমদাৰক লগ ধৰি গ্ৰেপ্তাৰৰ বাবে সাজু হৈ থাকিবলৈ ইংগিত দি ব্ৰজ শৰ্মাৰ ঘৰলৈ গৈ তেওঁক তৎমুহূৰ্তে আত্মগোপন কৰিবলৈ দিহা দি বাটতে চৌধুৰী, গোস্বামীক লগ পাই তেওঁলোক যাতে গ্ৰেপ্তাৰ নোহোৱাকৈ বৰপেটালৈ আহিব পাৰে তাৰ পৰামৰ্শ দি গধূলি ঘৰলৈ আহে। ঘৰলৈ আহি খবৰ পালে যে পুলিচ ইন্সপেক্টৰ আহিছিল, কৈ গৈছে অহাকালি ৰাতিপুৱা আহিব। অক্ষয় বাবুৱে বুজি পালে যে তেওঁৰ এৰেষ্ট হোৱা সময় সমাগত। ৰাতিয়েই কামেশ্বৰ বাবুক লগ ধৰিলে। তেওঁ পৰামৰ্শ দিলে আত্মগোপন কৰিবলৈ। অক্ষয় বাবু মান্তি নহ'ল। তেওঁৰ ই নীতি-বিৰুদ্ধ। পাছদিনা পুৱাই ৫০ জন সশস্ত্ৰ পুলিচ সহ ইন্সপেক্টৰ হাজিৰ হ'ল। অক্ষয় বাবুৱে তেওঁলোকক বহিবলৈ দি তেওঁৰ একমাত্ৰ ল'ৰা ব্ৰজেন আৰু ছোৱালী দুগৰাকীক মোমায়েকৰ ঘৰলৈ পঠোৱাৰ ব্যৱস্থা কৰি নিজে গ্ৰেপ্তাৰ বৰণ কৰি জেল হাজোত বুলি ৰাওনা হয়।

যিখন গাড়ীত তেওঁ জেল হাজোতলৈ বুলি ৰাওনা হৈছিল সেইখন গাড়ীতে তেওঁ মহেন্দ্ৰমোহন চৌধুৰীক দেখা পালে। চৌধুৰীক সৰভোগত গ্ৰেপ্তাৰ কৰা হ'ল। চৌধুৰী যাতে ধৰা নপৰে তাৰ বাবে সাৱধান হৈ থাকিবলৈ দঢ়াই দঢ়াই অক্ষয় বাবুৱে চৌধুৰীক কৈছিল। তেওঁলোকক সৰুপেটাৰ ৰেলষ্টেচনলৈ নি তাৰপৰা ৰেললাইনেৰে খোজকঢ়াই নি পাঠশালালৈ নিয়ে। পাঠশালাত ডাঃ জিনাৰাম দাসক এৰেষ্ট কৰে আৰু তাৰপৰা গুৱাহাটী কাৰাগাৰলৈ লৈ যায়।

১৯৫১ চন। দেশে স্বাধীনতা পোৱাৰ পাছত প্ৰথম ভাৰতীয় কংগ্ৰেছৰ মুকলি অধিৱেশন দিল্লীত ১৭/১৮ অক্টোবৰত অনুষ্ঠিত হয়। দেশৰ জনগণ, বিশেষকৈ কংগ্ৰেছ কৰ্মীসকলৰ গা এখন দুখন, যিহেতু এই সভাতে স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচনৰ বাবে প্ৰাৰ্থীৰ মনোনয়ন দিয়াৰ সিদ্ধান্তও ল'ব। মহেন্দ্ৰমোহন চৌধুৰীয়ে অক্টোবৰ মাহৰ দুই তাৰিখে মহাত্মা গান্ধীৰ জন্মদিন (গান্ধী জয়ন্তী) ভেল্লাত পালন কৰে। সিদিনা নিশা তেওঁলোকৰ নগাঁওৰ ঘৰত বহুতো কংগ্ৰেছ কৰ্মীৰ প্ৰীতি ভোজৰ ব্যৱস্থা কৰিছিল। বৰপেটাৰ পৰা অক্ষয় বাবু, উপেন্দ্ৰ চন্দ্ৰ দাস, ভূমি বাবু, ৰমেশ দাস, কুমুদ ভকত আৰু বহুতো গৈ মহেন্দ্ৰ চৌধুৰীৰ ঘৰত গধূলি সমৱেত হৈছিল। ৰাতি ন বজাত সকলোৰে খোৱা-লোৱা শেষ। পাছত মহেন্দ্ৰ চৌধুৰী, উপেন বাবু আৰু অক্ষয় বাবু তিনিও কিবা গল্প কৰি আছে। আহিবৰ সময়ত চৌধুৰীয়ে অক্ষয় বাবুক ক'লে -- 'তেন্তে সতীশ আৰু বৈদ্যই আপোনাক লগত নিব'। উপেন বাবুৱে ক'লে -- 'হ'ব দিয়া। এই ব্ৰহ্মাৰ সভাত মই কোনো মতে নাযাও'। কথা খতম। সকলো ঘৰাঘৰি গ'ল। মই আৰু বৈদ্য চৌধুৰীৰ ঘৰতে থাকিলোঁ। শুবৰ সময়ত চৌধুৰীয়ে আমাক ক'লে -- 'সতীশ, তোমালোক দুয়ো অক্ষয় বাবুৰ লগত ১৩ তাৰিখে ৰাতিপুৱা গাড়ী পঠিয়াই দিম, গুৱাহাটীলৈ যাবা। তোমালোকৰ কাৰণে ৰেলৰ চিট reservation কৰি থ'ম।' আমাৰ বৰ ফুৰ্তি, কথা মতে আমি অক্ষয় বাবুৰ লগত দিল্লীলৈ বুলি ১৩ অক্টোবৰ তাৰিখে আগবেলা গুৱাহাটীলৈ ওলালোঁ। সিদিনাই গধূলি তেওঁৰ গাড়ীত আনি আমাক পাণ্ডু ঘাটত থৈ গ'ল। গুৱাহাটীত আমাৰ লগত মোৰ অনুজপ্ৰতিম কবি শ্ৰীদীনবন্ধু তালুকদাৰকো সংগী কৰি ল'লোঁ। এই ভ্ৰমণত বুজিলোঁ অক্ষয় বাবু কিমান উদাৰ, মৰমীয়াল আৰু সূক্ষ্ম দৃষ্টিৰ ব্যক্তি। আমাৰ কিবা অসুবিধা হৈছে নেকি সঘনে খবৰ কৰি আৰু মাজে সময়ে ৰেল ভ্ৰমণত যিবিলাক বিখ্যাত ঠাই পাওঁ সেই ঠাইৰ বিষয়ে দুই-এষাৰ আমাক কয়। ইমান গম্ভীৰ ব্যক্তিজনে যে আমাৰ লগত বন্ধুৰ দৰে সেই ভ্ৰমণত কথা পাতিছে তাৰ বাবে সঁচাকৈয়ে আমি বৰ গৌৰৱ অনুভৱ কৰিছিলোঁ। দিল্লীৰ এই ভ্ৰমণত বিমলা প্ৰসাদ চলিহা, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, অক্ষয় বাবু, মহেন্দ্ৰমোহন চৌধুৰী, বেলি ৰাম দাস, বৈদ্য শৰ্মা, শ্ৰীদীনবন্ধু তালুকদাৰ আৰু মই একোটা ডাঙৰ তম্বুতে কেম্প কৰি আছিলোঁ। সেই সময়ৰ কংগ্ৰেছ কৰ্মী বা নেতা সকল আজিৰ দৰে বিলাসী হোটেলত নাছিল। তেওঁলোক আছিল ত্যাগ আৰু সৰল জীৱন যাপনৰ মূৰ্ত প্ৰতীক।

কেম্পত অক্ষয় বাবুক মাত্ৰ বিমলা চলিহাৰ লগতহে বেছি আলোচনা কৰা দেখিছিলোঁ। আমি দেখিছিলোঁ আমাৰ কথা দূৰতেই, তেওঁলোকেও অক্ষয় বাবুক যথেষ্ট

সন্মান কৰিছিল আৰু সমীহ কৰি কথা কৈছিল। অক্ষয় বাবুৱে সভাথলীলৈ সদায় চলিহাৰ লগত গৈছিল। ইয়ো অক্ষয় ৰাবুৰ কৰ্মনিষ্ঠা আৰু ব্যক্তিত্বৰে প্ৰভাৱ বুলি ভাৱোঁ।

অক্ষয় বাবু আছিল এগৰাকী তুলনাহীন নিৰ্লোভী, সহজ সৰল জীৱন ধাৰণ কৰা ব্যক্তি। দিল্লীতো দেখিছিলোঁ ভৰিত সেই এযোৰ চামৰাৰ সাধাৰণ চেণ্ডেল।

অক্ষয় বাবু মানুহজন বৰ প্ৰচাৰবিমুখ আছিল। সেই সময়ত প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাত অক্ষয় বাবুক বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা আদিৰ লগত একেলগে বহি' আলোচনা কৰি থকা দেখিছিলোঁ আৰু মেধি, সিদ্ধিনাথ শৰ্মা, দেবেশ্বৰ শৰ্মা আদিৰ লগত একে শাৰীতে সভাত দেখা মোৰ হুবহু মনত পৰে। অক্ষয় বাবু বিষ্ণুৰাম মেধিৰ সোঁহাত স্বৰূপ আছিল। তেওঁৰ পৰামৰ্শ বিষ্ণুৰাম মেধিয়ে প্ৰায়ে গ্ৰহণ কৰিছিল বুলি আমি ভালকৈ জানো।

বহুমুখী প্ৰতিভাসম্পন্ন অক্ষয় বাবু একাদিক্ৰমে আছিল বৰপেটা লোকেল বোৰ্ডৰ চেয়াৰমেন, শিক্ষা বোৰ্ডৰ চেয়াৰমেন, বৰপেটা পৌৰসভাৰ চেয়াৰমেন, অসম বিধান সভাৰ সদস্য, অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ উপ-সভাপতি আৰু যে কত কিমান দায়িত্ব। তেওঁ আছিল বৰপেটা কংগ্ৰেছৰ ধৰণী স্বৰূপ। তেওঁ আছিল মহেন্দ্ৰমোহন চৌধুৰীৰ ৰাজনৈতিক পৰামৰ্শদাতা। সেই সময়ত এষাৰ কথা সৰ্বত্ৰে বিৰাজমান আছিল – 'উজনিৰ কৃষ্ণ শৰ্মা, নামনিৰ অক্ষয় বাবু আৰু মধ্যত হেম বৰুৱা।' অক্ষয় বাবুৰ নখদৰ্পণত আছিল গোটেই অসমখন।

অক্ষয় বাবু মানুহজন আছিল বৰপেটা-প্ৰাণ। তেওঁৰ পৰলোক প্ৰাপ্তিৰ প্ৰায় দুবছৰ মান আগৰ পৰাই স্নায়ুৱিক (নাৰ্ভ আৰু ইউৰিনেল) জনিত অসুস্থতাৰ বাবে ঘৰতে থাকে। বোৱাৰী আৰু নাতিনীৰ বাহিৰে ঘৰত কোনো নাই। একমাত্ৰ ল'ৰা শ্ৰীমান ব্ৰজেন District Judge ; বৰপেটাৰ বাহিৰৰ কৰ্মস্থলীত। ছোৱালী দুজনীও নিজৰ ঘৰ সংসাৰ লৈ বাহিৰত। খা-খবৰ লওঁতাৰ ভিতৰত উপেন্দ্ৰ চন্দ্ৰ দাসে প্ৰায়ে তেওঁৰ ঘৰলৈ আহি খা-খবৰ কৰে আৰু বেছি ভাগ সময় বৰপেটাৰ আৰ্থিক আৰু প্ৰগতিৰ বিষয়ে গল্প কৰে। মাজে সময়ে ৰমেশ দাস (মিস্ত্ৰী) আহি লগ লাগে। আমাৰ ঘৰৰ নিচেই কাষতে যিহেতু তেওঁৰ ঘৰ, মই তেওঁলোক অহা দেখা পালে তালৈ যাওঁ। মহেন্দ্ৰমোহন চৌধুৰী অসুস্থ। তথাপি তেওঁ গুৱাহাটীৰ পৰা আহি খবৰ কৰি যায়। সেই সময়ত অক্ষয় বাবুৱে আমাক প্ৰায় এষাৰ কথা দুখ কৰি কৈছিল – সতীশ! বৰপেটাৰ একো নহ'ল। বৰপেটাৰ বাবে চিন্তা কৰা মানুহ দেখা নাপাওঁ। ডেকা ল'ৰা সকলে কেৱল আনন্দহে কৰিছে। ইয়াৰপৰা আমাৰহে ক্ষতি। এসময়ৰ

ধনে-জনে, মাছে, গাখীৰে, শস্যে উভৈনদীৰ বৰপেটা আজি মৰা সুঁতিত পৰিণত হ'ল। ইয়াৰ প্ৰতিকাৰ কি? যি দুই চাৰিজনক আশা কৰিছিলোঁ তেওঁলোকেও বাহিৰত গৈ থাকিল। বৰপেটাৰ বাবে চিন্তা কৰা লোক নোহোৱা হ'ল। ভৱিষ্যতৰ বাবে বহুত আশা কৰি বাঘবৰ, কাৰৈমাৰী, ঠেকা আদিত বৰপেটা অঞ্চলৰ বহুত মাটিহীন খেতিয়কক ৰিজাৰ্ভ খালাচ কৰি খেতিৰ বাবে মাটি দিয়া হ'ল, চকুৰ আগতে সকলোৱে বিক্ৰী কৰি থৈ আহিল। ভৱিষ্যতৰ কথা কোনেও চিন্তা নকৰিলে। এই ধৰণৰ বহুত কথাই অক্ষয় বাবুৱে মনৰ বেজাৰত প্ৰায়ে আমাৰ আগত ব্যক্ত কৰিছিল। যি ঠাইৰ লোক কৰ্মবিমুখ তেওঁলোকৰ ভৱিষ্যত অন্ধকাৰ। তোমালোকে কিবা এটা কৰা। এইজনেই আছিল বৰপেটা-প্ৰাণ অক্ষয় কুমাৰ দাস।

বৰপেটাত মাধৱ চৌধুৰী মহাবিদ্যালয় স্থাপনত তেওঁ অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। বৰপেটাত ইলেক্‌ট্ৰিচিটি বা বৈদ্যুতিক বাতি অহাত তেওঁৰ গুৰুত্বপূৰ্ণ ভূমিকা আছিল। বৰপেটা ৰোড হাউলী (B. H. College) কলেজ তেওঁৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলতে গঢ় লয়। বৰপেটাৰ অগ্ৰণী প্ৰতিষ্ঠান 'তৰুণ ফুকন স্মৃতি ভৱন' (ফুকন হ'ল) ৰ অক্ষয় বাবু প্ৰতিষ্ঠাপক সভাপতি আছিল। তেওঁৰ একনিষ্ঠ উদ্যোগতে নিৰ্মিত হৈছিল 'ফুকন হল'। ফুকন হলৰ সম্মুখৰ 'গান্ধীমূৰ্তি শ্বহীদ স্তম্ভ' অক্ষয় বাবুৱে প্ৰতিষ্ঠা কৰি লোকপ্ৰিয় বৰদলৈদেৱৰ দ্বাৰা উন্মোচন কৰাইছিল। অক্ষয় বাবু আছিল দেশৰ জনসাধাৰণৰ কল্যাণৰ বাবে এক উৎসৰ্গিত প্ৰাণ। ●

# কৰ্মযোগী অক্ষয় কুমাৰ দাস

ৰাধাকান্ত তালুকদাৰ

বহু গুণৰ আকৰ, অসাধাৰণ চাৰিত্ৰিক বৈশিষ্ট্যৰে সমুজ্জ্বল অক্ষয় কুমাৰ দাসৰ ব্যক্তিত্বই তেখেতৰ সান্নিধ্যলৈ অহাসকলক মুগ্ধ কৰিছিল। অল্পভাষী এই পুৰুষজনক আপাত দৃষ্টিত তথাকথিত গণতান্ত্ৰিক মনোভা বাপন্ন যেন নালাগিছিল। সেয়ে কোনো কোনোৱে ভিতৰৰ মানুহজনক চিনিব নোৱাৰি তেখেতক স্বীকৃতি দিয়াত আগ্ৰহী নাছিল আৰু তেখেতে নিজেও মানুহক ভালৰি লগাবৰ কাৰণে কাম কৰিব নুখুজিছিল। বহু বিষয়ত থকা পাৰদৰ্শিতা জাহিৰ কৰি ফুৰাত তেখেত পৰাংমুখ আছিল। কেৱল দেশ আৰু সমাজৰ মংগলৰ কাৰণে তেখেতে যিটো ভাল বুলি, কৰণীয় বুলি বিবেচনা কৰিছিল, ক্ষেত্ৰ বিশেষে য'ত যি কৰিবৰ প্ৰয়োজন হৈছিল তাক তেখেতে নিৰ্বিষ্ট মনে, আশাশুধীয়াভাৱে কাম কৰি গৈছিল। লাগিলে তাৰ বাবে তেখেতৰ যিমান কষ্ট বা যি ক্ষতিয়েই নহওক কিয় তাক তেখেতে বিনা দ্বিধাই মানি গৈছিল আৰু তাৰ কাৰণে কাৰো আগত তেখেতৰ কষ্ট বা ক্ষতিৰ বিষয়ে এষাৰ কথাও নকৈছিল। সেয়ে আত্ম-প্ৰচাৰ বিমুখ, স্থিতপ্ৰজ্ঞ পুৰুষ অক্ষয় কুমাৰ দাসে জীৱন কালত মানুহৰ পৰা পাব লগা স্বীকৃতিখিনি, পাব লগা প্ৰশংসাখিনি নাপালে। আজি সেইজনা পুৰুষ অক্ষয় কুমাৰ দাসৰ জন্মৰ শতবৰ্ষৰ পূৰ্তিত তেখেতৰ গুণৰাজিৰ, তেখেতৰ কৃতিত্বৰ কিঞ্চিত পৰিমানে সোঁৱৰণ কৰিব খুজিছোঁ।

তিনি ৰাজ্যৰ বন্দনী থান বৰপেটা সত্ৰৰ নিত্য-নৈমিত্তিক কাৰ্যসূচী ৰূপায়ণৰ দায়িত্বপ্ৰাপ্ত গোট যিটোক বৰপেটাৰ সত্ৰীয়া কথাত বংশৰা নামেৰে আখ্যায়িত কৰা হয়, সেই বংশৰা গোটসমূহৰ অন্যতম প্ৰধান গোট সূত্ৰধাৰ বংশত তেখেতৰ জন্ম। তেখেতৰ পিতৃ মনহৰি দাস বৰপেটাৰ সত্ৰ আৰু সমাজৰ এজন নেতৃস্থানীয় অগ্ৰণী পুৰুষ আছিল। গতিকে অক্ষয় দাসে এনেধৰণে ঐতিহ্যপূৰ্ণ মহৎ সাংস্কৃতিক পৰম্পৰা আৰু পৰিৱেশৰ মাজত জন্মি উত্তৰাধিকাৰী সূত্ৰেই সেই গুণসমূহ আহৰণ কৰিবৰ সুযোগ পাইছিল। আৰু পৰিণত বয়সত সেই গুণসমূহ তেখেতৰ তাত বিকশিত হৈছিল।

এইজনা পুৰুষ অক্ষয় দাস আৰু তেখেতসকলৰ পৰিয়ালৰ বিষয়ে আমাৰ ল'ৰালি কালতে আমাৰ মাতৃৰ মুখে শুনিবলৈ পাইছিলোঁ যদিও মই বৰপেটা বিদ্যাপীঠ হাইস্কুলত পঢ়া সময়তহে হাইস্কুলখনৰ প্ৰতিষ্ঠা দিৱসৰ সভাত তেখেতক দেখাৰ সুযোগ ঘটিছিল। কাৰণ বিদ্যালয়খনৰ প্ৰতিষ্ঠাপকসকলৰ ভিতৰত তেখেতো এজন আছিল। সেই সময়ত মাননীয় শিক্ষক মহোদয়সকলৰ পৰা বা সহপাঠী ল'ৰাসকলৰ পৰা তেখেতৰ বিষয়ে জানিব পাৰিছিলোঁ। যি কি নহওক, তেখেতক দেখিলেই ঋষি সদৃশ পুৰুষজনৰ ব্যক্তিত্বই দেখাসকলৰ মনত এক গভীৰ ৰেখাপাত কৰিছিল।

আমি হাইস্কুলত পঢ়ি থকা অৱস্থাত কেতিয়াবা বৰপেটা মিলন মন্দিৰ ৰংগমঞ্চত থিয়েটাৰৰ আয়োজন হ'লে তাতে তেখেতক আবেলিতে অহা দেখিছিলোঁ। কাৰণ পাছত জানিব পাৰিছিলোঁ তেখেত হেনো মিলন মন্দিৰ ৰংগমঞ্চ আৰু মিলন মন্দিৰ নাট্য সমাজৰ এজন প্ৰতিষ্ঠাতা, আজীৱন সদস্য আৰু সংগীত পৰিচালক আছিল। ১৯৪৫ চনৰ নৱেম্বৰ মাহত মিলন মন্দিৰ ৰংগমঞ্চত প্ৰসন্নলাল চৌধুৰীদেৱ ৰচিত নীলাম্বৰ নাটকখন অভিনয় কৰবলৈ লওঁতে নাটকখনৰ অভিনয় চোৱাৰ হেঁপাহ পূৰোৱাৰ লগতে মঞ্চৰ আঁৰৰ কাম চোৱাৰ উদ্দেশ্যেৰে বন্ধুবৰ শ্ৰীঅনিল ৰায়চৌধুৰী আৰু মই দুয়ো দুটা নিতান্ত সাধাৰণ ভূমিকাত অৱতীৰ্ণ হওঁতে মাননীয় অক্ষয় দাসদেৱৰ সংগীতৰ পাৰদৰ্শিতা দেখি তবধ মানিছিলোঁ। তেখেত কণ্ঠ সংগীতৰ লগতে হাৰমনিয়ম, তবলা, খোল, বেহেলা আদি বাদ্য-যন্ত্ৰতো পাৰদৰ্শী আছিল।

বিদেশী বৃটিছ চৰকাৰৰ শাসনৰ পৰা মাতৃ-ভূমি ভাৰতক মুক্ত কৰাৰ কাৰণে জাতিৰ জনক মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত চলা অভিনৱ অহিংস সংগ্ৰামত অক্ষয় দাসে ছাত্ৰাৱস্থাতে যোগদান কৰিছিল আৰু সেই সময়ৰ নেতাসকলৰ নেতৃত্বত সক্ৰিয়ভাৱে স্বাধীনতা সংগ্ৰামৰ কাম কৰিছিল। তাৰ বাবে শাসক গোষ্ঠীৰ ৰোষত পৰি অশেষ নিৰ্যাতন ভোগ কৰিবলগীয়া হৈছিল। কিন্তু ইয়ে তেখেতক সংগ্ৰামৰ পথৰ পৰা বিচ্যুত কৰিব পৰা নাছিল। বিনা দ্বিধাই সকলো নিৰ্যাতন, সকলো কষ্ট সহ্য কৰি সংগ্ৰামৰ কামত ব্ৰতী হৈ আছিল। ইয়াৰ মাজেৰেই তেখেতে পঢ়াশুনা কৰি ১৯২০ চনত বি.এ. পাছ কৰি প্ৰেচিডেন্সি কলেজত এম. এ. আৰু বিপন কলেজত ল পঢ়িবলৈ ললে। কিন্তু ১৯২১ চনত গান্ধীজীৰ নেতৃত্বত স্বাধীনতা সংগ্ৰাম আৰম্ভ হোৱাত তাত তেখেতে সক্ৰিয় অংশ গ্ৰহণ কৰি পঢ়া বন্ধ কৰি দিলে। পাছত ১৯২৭ চনত বি. এল. পাছ কৰি ১৯২৮ চনত বৰপেটাত ওকালতি আৰম্ভ কৰিছিল। কিন্তু ১৯৩০ চনত হোৱা স্বাধীনতা সংগ্ৰামত যোগদান কৰি ওকালতি বৰ্জন কৰে। এই সময়তে তেখেতে কংগ্ৰেছ সংগঠনৰ সদস্যভুক্ত হৈ সংগঠনটোৰ লগত জড়িত হৈ পৰে আৰু

মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছ সংগঠনৰ দ্বাৰা পৰ্যায়ক্ৰমে পৰিচালিত ১৯৩৯ চনৰ ব্যক্তিগত সত্যাগ্ৰহ আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আদি কৰি হোৱা দেশৰ স্বাধীনতা সংগ্ৰামসমূহত তেখেতে বৰপেটা জিলাৰ নেতৃত্ব বহন কৰে।

স্বাধীনতা সংগ্ৰামৰ চূড়ান্ত পৰ্যায় তথা সৰ্বব্যাপক সংগ্ৰাম ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত যোগদান কৰাৰ সৌভাগ্য আমাৰ ঘটিছিল। মই তেতিয়া বৰপেটা বিদ্যাপীঠ হাইস্কুলৰ নৱম শ্ৰেণীৰ ছাত্ৰ। আমি সেই সময়ৰ বৰপেটাৰ হাইস্কুল, কলেজ আদিৰ ছাত্ৰই স্বেচ্ছাসেৱক হিচাপে আন্দোলনৰ কামত ব্ৰতী হৈছিলোঁ। আমি আমাৰ নেতা হিচাপে কামেশ্বৰ দাস, অক্ষয় দাস, মহেন্দ্ৰ মোহন চৌধুৰী, বংশীধৰ চৌধুৰী, ঘনশ্যাম দাস কবিৰাজ, ডঃ জিনাৰাম দাস, ডঃ অনন্ত দাস, মধুসূদন দাস, হলিৰাম মহন্ত ঠাকুৰ, নন্দমোহন মজুমদাৰ, গোলোক পাঠক আদিক পাইছিলোঁ। এই আন্দোলনৰো আৰম্ভণিতে মাননীয় অক্ষয় দাসকে ধৰি প্ৰায়ভাগ নেতাকে বৃটিছ চৰকাৰে কাৰাগাৰত সোমাই থলে। আমিও কাৰাবাস খাটিব লগা হৈছিলোঁ। তেনেধৰণে গুৱাহাটী কাৰাগাৰত থাকোঁতে আমাৰ সন্মানীয় নেতা সুৰদীকণ্ঠী সুগায়ক অক্ষয় দাস ডাঙৰীয়াই স্বাধীনতা সংগ্ৰাম সম্বন্ধীয় গানসমূহ বিশেষকৈ অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী ৰচিত কাৰাগাৰৰ গীতসমূহ গাই শুনাইছিল। সেইবোৰ গান গাবলৈ আমাক শিকাইছিল।সেই সময়তে আমি তেখেতৰ সংগীত পাৰদৰ্শিতাৰ উমান পাইছিলোঁ।

এনেধৰণে ভাৰত ত্যাগ আন্দোলনত কাৰাৰুদ্ধ কৰা স্বেচ্ছাসেৱকসকলক চৰকাৰে সময়ে সময়ে মুক্ত কৰি দি আছিল। কিন্তু নেতৃস্থানীয় লোকসকলক পৰৱৰ্তী পৰ্যায়তহে মুক্ত কৰি দিছিল। অৱশ্যে যিসকলৰ বিৰুদ্ধে তথাকথিত দোষ সংক্ৰান্তত কোনো কেচ নাছিল সেইসকলকহে মুক্ত কৰি দিছিল। তেনেধৰণে অক্ষয় দাসকে ধৰি বৰপেটাৰ নেতা সকলকো মুক্ত কৰি দিলে। ১৯৪৫ চনত ভাৰতৰ সকলো নেতাকে মুক্তি দিলে। মুক্তি পোৱাৰ পাছত কংগ্ৰেছ নেতা পণ্ডিত জৱাহৰলাল নেহৰুৱে ১৯৪৬ চনত দেশখনৰ মুক্তিৰ কাৰণে জনমত গঠন কৰাৰ উদ্দেশ্যে গোটেই ভাৰত ভ্ৰমণ কৰিলে। তেনে ভ্ৰমণৰ কাৰ্যসূচী অনুসৰি সেই সময়ত তেখেতে বৰপেটালৈয়ো আহিছিল। পণ্ডিত নেহৰুক আদৰণি জনোৱা আৰু সভাৰ আয়োজন কৰাৰ কাৰণে বৰপেটা কংগ্ৰেছৰ পৰিচালনাত আমি ছাত্ৰ স্বেচ্ছাসেৱক হিচাপে কাম কৰিছিলোঁ। সকলো কামতে অক্ষয় দাসক নেতৃত্ব কৰা দেখিছিলোঁ। সভাৰ সামৰণিত কিবা এটা কথাত পণ্ডিত নেহৰু ক্ৰোধান্বিত হোৱাত শ্ৰদ্ধেয় কামেশ্বৰ দাস, ফকৰুদ্দিন আলি আহমদ ডাঙৰীয়াসকলে কিবা কৈ তেখেতক বুজাব খুজিছিল যদিও তেখেতে তাত সন্তুষ্ট নহৈ এষাৰ কথা কোৱা শুনিছিলোঁ 'অক্ষয় বাবু কাহা হ্যায়?' এনেতে দৌৰাদৌৰিকৈ

অক্ষয় দাস আগবাঢ়ি আহি কিবা কাণে কাণে কোৱাতহে নেহৰু আশ্বস্ত হৈ গাড়ীত উঠি গুৱাহাটী অভিমুখে যাত্ৰা কৰিলে।

স্বাধীনতাৰ আগে আগে দেশখনৰ কোনো কোনো ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষ হ'ল। সৌভাগ্যক্ৰমে আমাৰ বৰপেটা অঞ্চল তথা সমগ্ৰ অসমতে এই মাৰাত্মক ব্যাধি গা কৰি উঠিব নোৱাৰিলে। এই ক্ষেত্ৰত আমাৰ অসমৰ নেতৃস্থানীয় পুৰুষসকলৰ বিশেষকৈ লোকপ্ৰিয় গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধিকে প্ৰমুখ্যে সেই সময়ৰ অসম কংগ্ৰেছৰ নেতাসকলৰ আশাশুধীয়া প্ৰচেষ্টাত ই গা কৰি উঠিব নোৱাৰিলে। বৰপেটা মহকুমা তথা আজিৰ বৰপেটা জিলাতো কংগ্ৰেছ নেতাসকলৰ আশাশুধীয়া প্ৰচেষ্টাত এই মাৰাত্মক ব্যাধিয়ে মূৰ দাঙি উঠিব নোৱাৰিলে। এই ক্ষেত্ৰত কংগ্ৰেছ নেতাঁ মাননীয় অক্ষয় দাসক মৰণ পণ কৰি কাম কৰা দেখিছিলোঁ।

স্বাধীনতাৰ পৰৱৰ্তী কালত তেখেতে সৰভোগ সমষ্টিৰ পৰা বিধায়ক হিচাপে নিৰ্বাচিত হৈ গৈ দেশসেৱা কৰিছিল। অৱশ্যে আগতেই উল্লেখ কৰাৰ লেখীয়াকৈ তেখেতক স্বীকৃতি দিয়াত কোনো কোনো লোক আগ্ৰহী নোহোৱাৰ পৰিণতি স্বৰূপে তেখেতে গৃহ সমষ্টি বৰপেটাৰ পৰা নিৰ্বাচিত হব পৰা নাছিল। ইয়াৰ কাৰণে তেখেতে পাছতো ক্ষোভ আৰু বিতুষ্টি দেখুৱা নাছিল। বিধায়ক হোৱাৰ পাছতো তেখেতৰ সাজপাৰ অথবা আচৰণত কোনো পৰিৱৰ্তন পৰিলক্ষিত হোৱা নাছিল। আনহাতে নিৰ্বাচনত পৰাজয় বৰণ কৰা সত্বেও তেওঁৰ কোনো পৰিৱৰ্তন হোৱা নাছিল। স্থিতপ্ৰজ্ঞ এই পুৰুষজনে একনিষ্ঠ আৰু আশাশুধীয়াভাৱে বিনা দ্বিধাই দেশৰ তথা সমাজৰ কাৰণে কাম কৰি গৈছিল।

আমি ছাত্ৰজীৱন সামৰি নিজৰ জন্ম ঠাই বৰপেটাতে থাকি জীৱন নিৰ্বাহ কৰি থাকোঁতে বৰপেটাত সামাজিক, সাহিত্য, সংস্কৃতি বিষয়ক কাম কৰোঁতে সকলো ক্ষেত্ৰতে মাননীয় অক্ষয় দাসৰ পৰা দিহা,পৰামৰ্শ লৈ তেখেতৰ নেতৃত্বতে কাম কৰিব লগীয়া হৈছিল। এই ক্ষেত্ৰত তেখেতে বৌদ্ধিক মানসিক শাৰীৰিক সকলো প্ৰকাৰে শ্ৰম কৰি সকলো কামকে সফল কৰি তুলিছিল। ইয়াৰ কাৰণে অসমৰ অইন ঠাইৰ মানুহৰ পৰা বৰপেটাই ভূৰি ভূৰি প্ৰশংসা পাইছিল। তেনেকুৱা বহুতো কামৰ ভিতৰত তলত দুটা উদাহৰণ ডাঙি ধৰা হ'ল।

অসমৰ জাতীয় জীৱণৰ প্ৰাণ-স্বৰূপ অসম সাহিত্য সভাৰ ওয় বাৰ্ষিক অধিৱেশনখন ১৯১৯ চনত বৰপেটাত অনুষ্ঠিত হৈ যোৱাৰ পিছত কিছু বছৰলৈ বৰপেটাত পুনৰ অধিৱেশন অনুষ্ঠিত হোৱা নাছিল। এই বিষয়ে স্থানীয় মানুহে কোৱাকুই কৰে যদিও কাৰ্যতঃ সি হৈ উঠা নাছিল। বৰপেটাত শাখা সাহিত্য সভা আছিল যদিও

ক্ৰমাগতভাৱে ব্যয়বহুল হৈ পৰা সাহিত্য সভাৰ অধিৱেশনখন আহ্বান কৰিবলৈ সাহস কৰিব পৰা নাছিল। তেতিয়া বৰপেটা শাখা সাহিত্য সভাৰ হৃকে বন্ধুবৰ শ্ৰীনৰেন পাটোৱাৰী আৰু মই শ্ৰদ্ধেয় অক্ষয় দাস ডাঙৰীয়াক কথাটো কৈ তেখেতৰ পৰা আশ্বাস পোৱাত ১৯৬৭ চনৰ অধিৱেশনখন বৰপেটালৈ নিমন্ত্ৰণ কৰা হৈছিল যদিও বৰপেটা চহৰৰ বৰবজাৰখনৰ এটা অংশ জুই লাগি ভস্মীভূত হোৱাত অধিৱেশনখন অনুষ্ঠিত কৰিব পৰা নগ'ল। তাৰ পাছৰ বছৰতো বৰবজাৰখনৰ আন এটা অংশ জুই লাগি সম্পূৰ্ণ ভস্মীভূত হোৱাৰ লগতে এজন লোকৰো অগ্নিদগ্ধ হৈ মৃত্যু হোৱা হেতুকে ১৯৬৮ চনৰ অধিৱেশনখনো পাতিব পৰা নগ'ল। সেয়ে তাৰ পাছৰ বছৰ অৰ্থাৎ ১৯৬৯ চনৰ অধৱেশনখন অভূতপূৰ্ব সাফল্যৰে অনুষ্ঠিত কৰা হৈছিল। এনেকুৱা সাফল্যৰ গুৰিতে আছিল মাননীয় অক্ষয় দাস ডাঙৰীয়াৰ আশাশুধীয়া প্ৰচেষ্টা আৰু অক্লান্ত পৰিশ্ৰম আৰু লগতে জনপ্ৰিয় মন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীদেৱৰ অকুণ্ঠ সহায়-সহযোগিতা আৰু অৱদান।

প্ৰাক স্বাধীনতা কালত নিজৰ দেশৰ, সমাজৰ কল্যাণৰ কাৰণে কাম কৰা পুৰুষ অক্ষয় দাসে স্বাধীনতাৰ পৰৱৰ্তী কালত নিজৰ চৰকাৰ পাই দুগুণ উৎসাহেৰে ৰাইজৰ মংগলৰ কাৰণে কাম কৰিছিল। তেনে ধৰণে কৰা কামৰ ভিতৰত শিক্ষা বিষয়টো অন্যতম। এই ক্ষেত্ৰত তাহানিৰ বৰপেটা মহকুমাত বিভিন্ন পৰ্যায়ৰ শিক্ষা অনুষ্ঠান প্ৰতিষ্ঠাত তেখেতে সক্ৰিয়ভাৱে কাম কৰিছিল। স্বাধীনতাৰ পাছত অসম চৰকাৰে বাধ্যতামূলক প্ৰাথমিক শিক্ষা আঁচনি লোৱাত অক্ষয় দাসৰ অৰিহণা যথেষ্ট আছিল। বাধ্যতামূলক প্ৰাথমিক শিক্ষা আঁচনি অনুসৰি তেখেতে সেই সময়ৰ বৰপেটা মহকুমাৰ গাওঁ-ভূঁই, চৰ-চাপৰি আদি সকলো ঠাইতে প্ৰথমিক শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰি মহকুমাখনৰ জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলো সম্প্ৰদায়ৰ লোককে প্ৰাথমিক শিক্ষাৰ সুযোগ দিয়াত অগ্ৰাধিকাৰ দিছিল আৰু তেনে ধৰণে তেখেতে কাৰ্য-ব্যৱস্থাও হাতত লৈছিল।

বৰপেটাৰ সন্তান অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীদেৱক জীৱনৰ শেষৰ ফালে বৰপেটাত ৰাজহুৱাভাৱে সংবৰ্ধনা দিয়াৰ কথা গুণা-গঁথা কৰি বন্ধুবৰ শ্ৰীনৰেন পাটোৱাৰী আৰু মই শ্ৰদ্ধেয় অক্ষয় দাস ডাঙৰীয়াৰ কাষ চাপিলোঁ। তেখেতে কথাটো আন্তৰিকতাৰে সমৰ্থন কৰি আমাক কামত ব্ৰতী হ'বলৈ পৰামৰ্শ দিলে। আমিও তেখেতৰ পৰা উৎসাহ পাই সেই মতে কামত আগ বাঢ়িলোঁ আৰু ১৯৬৭ চনত সেই জনা সিংহ পুৰুষক বৰপেটাত বিশাল জনসমাৱেশৰ মাজত চমকপ্ৰদভাৱে ৰাজহুৱা সংবৰ্ধনা দিয়া হৈছিল। এই অভূতপূৰ্ব সংবৰ্ধনা কাৰ্য কৃতকাৰ্যতাৰে সমাধান কৰাত অক্ষয় দাস ডাঙৰীয়াৰ

শাৰীৰিক-মানসিক অক্লান্ত পৰিশ্ৰমে বিশেষ অৰিহণা যোগাইছিল।

এনেধৰণে এইজনা কৰ্মযোগী পুৰুষে বৈষয়িক কোনো প্ৰকাৰৰ লাভালাভলৈ বা কাৰো প্ৰশংসালৈ লক্ষ্য নকৰি নিজে যিটো সমাজৰ, ৰাইজৰ, দেশৰ উপকাৰত আহে বুলি, কৰণীয় বুলি বিবেচনা কৰিছিল বা আনৰ পৰাও তেনে ধৰণে জানি পতিয়ন যাব পাৰিছিল তাকেই তেখেতে কৰিছিল। তাৰ পৰা তেখেতে ফল নিবিচাৰিছিল। এই বিষয়ত কুৰুক্ষেত্ৰ মহাসমৰত ভগৱান শ্ৰীকৃষ্ণই পাৰ্থ মহাবীৰক কোৱা এটা বিখ্যাত শ্লোক প্ৰণিধানযোগ্য — ' কৰ্মণ্যেৱাধিকাৰস্তে মা ফলেষু কদাচন।

মা কৰ্মফলহেতুৰ্ভূ মা তে সংগোহস্ত কৰ্মাণি।।'

অৰ্থাৎ কেৱল শাস্ত্ৰবিহিত কৰ্মসমূহ কৰাৰহে তোমাৰ অধিকাৰ আছে। কিন্তু কৰ্মফলসমূহত তোমাৰ কেতিয়াও অধিকাৰ নাই। নিজকে তুমি কৰা কৰ্মফলসমূহৰ ফলৰ কাৰণ বুলি নাভাবিবা আৰু কেতিয়াও তুমি তোমাৰ কৰ্তব্য নকৰাকৈ থকা অৱস্থাৰ প্ৰতি আসক্ত নহ'বা। গীতাৰ এই অমোঘ বাণীত অক্ষয় দাস আছিল অটল বিশ্বাসী। ●

# অক্ষয় কুমাৰ দাসৰ স্মৃতিত

যাদৱ দাস

বৰপেটাৰ বিশিষ্ট কংগ্ৰেছকৰ্মী প্ৰয়াত অক্ষয় কুমাৰ দাসৰ নাম সমগ্ৰ অসমত জনাজাত। তেওঁ বহুগুণী আছিল যদিও নিস্বাৰ্থ দেশপ্ৰেমী আৰু একনিষ্ঠ গান্ধীবাদী বুলিহে পৰিচিত আছিল। এয়ে আছিল তেওঁৰ জীৱনাদৰ্শ। ৰাজনৈতিক তথা কংগ্ৰেছ কৰ্মী হিচাপে তেওঁ বৰপেটাৰ নাম উজ্জ্বল কৰি তোলাৰ উপৰি সমগ্ৰ অসমতে প্ৰভাৱ বিস্তাৰ কৰিছিল। সেইজন মহান পুৰুষৰ গুণৰ পূজা কৰি আমাৰ জীৱন ধন্য কৰিবলৈ পলমকৈ হ'লেও সুযোগ দিয়াটো বৰ্তমান প্ৰজন্মৰ কাৰণে সমীচীন হৈছে। তাৰ বাবে উদ্যোক্তাসকল অভিনন্দন পোৱাৰ যোগ্য। অসমৰ অবিসংবাদিত নেতা বৰপেটাৰ প্ৰয়াত মহেন্দ্ৰমোহন চৌধুৰীদেৱৰ সহযোগী আছিল অক্ষয় কুমাৰ দাস। চৌধুৰীদেৱেও সকলো সময়তে তেওঁক মান্য কৰি চলিছিল। দাস লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰো আগহাত স্বৰূপ আছিল। তেওঁ আছিল লোকপ্ৰিয় আৰু এওঁ আছিল লোকবন্ধু। দাসৰ পৰামৰ্শ তেওঁ সকলো সময়তে বিনাদ্বিধাই গ্ৰহণ কৰিছিল। অক্ষয় কুমাৰ দাসৰ কথাই বিধান সভাৰ সকলো সদস্যকে আকৰ্ষণ কৰিছিল। মুঠৰ ওপৰত তেওঁৰ বিৰল প্ৰতিভাত সকলো মুগ্ধ আৰু আপ্লুত হৈছিল। তেওঁৰ লেখাসমূহ আছিল গভীৰ ভাৱপূৰ্ণ আৰু অব্যৰ্থ। চাকিয়ে তাৰ চাৰিওফাল পোহৰাই তোলে, নিজে কিন্তু অন্ধকাৰত ৰৈ যায়। সেইদৰে অক্ষয় কুমাৰ দাসৰ মাহাত্ম্য আৰু গুণাৱলীৰ কথাও বৰপেটাৰ লোকে উপলব্ধি কৰিব নোৱাৰিলে আৰু সেয়ে তেওঁ অন্ধকাৰতে ৰৈ গ'ল। এবাৰ তেওঁ বৰপেটা সমষ্টিৰ পৰা বিধায়ক প্ৰাৰ্থী হৈ পৰাজিত হৈছিল। নিজৰ জন্ম-স্থানৰ মানুহে নুবুজিলেও বাহিৰত অৰ্থাৎ বৰনগৰ, বৰপেটাৰোড, হাউলী আদি অঞ্চলত তেওঁ অধিক জনপ্ৰিয়তা অৰ্জন কৰিছিল। তেওঁৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী আছিল। বৰনগৰৰ মানুহে তেওঁক একেবাৰে আপোন জ্ঞান কৰিছিল। বৰপেটাৰোডৰ সকলো সম্প্ৰদায়ৰ লোকে তেওঁক বৰকৈ

*মানি চলিছিল।* তেওঁ যি কৰিবলৈ কয় তাকেই কৰিছিল। হাউলীত নৰ্মাল স্কুল স্থাপন আৰু বৰপেটাৰোড - হাউলী কলেজ স্থাপন তেওঁৰ লোকসেৱাৰ দুটি প্ৰধান নিদৰ্শন। অসমীয়া মাধ্যমৰ এই শিক্ষানুষ্ঠান দুটিয়ে অসমৰ জাতীয় জীৱনত বিৰল অৰিহণা যোগাই আহিছে।

হাউলী নৰ্মাল স্কুলৰ কাৰ্যকৰী সভাৰ সভাপতি হৈ প্ৰাইভেট নৰ্মাল স্কুল স্থাপনৰ কাৰ্য সুচাৰুৰূপে চলোৱাৰ ফলতে ই অসমৰ অন্যতম চৰকাৰী নৰ্মাল স্কুলত পৰিণত হৈছিল। শিক্ষক গঢ়া এইখন স্কুলত অনেক কৃতী শিক্ষকৰ সৃষ্টি হৈছিল। ১৯৬৪ চনৰ মাৰ্চ মাহত চণ্ডী বৰুৱা স্মৃতি ভৱনত সকলো সম্প্ৰদায়ৰ প্ৰথম প্ৰতিনিধিমূলক সভা এখন আহ্বান কৰি হাউলী বৰপেটাৰোড লগ হৈ মধ্য স্থলত কলেজ স্থাপনৰ বাবে উদ্যোগ লোৱা হয়। সেইমতে পাছদিনা বৰপেটাৰোডলৈ গৈ ৰোডৰ মুখিয়ালসকলক লগ কৰি ৰজতৰাম প্ৰাইমাৰী স্কুলত ৰাজহুৱা সভা পতা হয় (১২ জুন, ১৯৬৪)। নানা তৰ্ক-বিতৰ্ক, মতানৈক্য, হাই-কাজিয়াৰ অন্তত সভাৰ সভাপতি বৰপেটা মহকুমাৰ তেতিয়াৰ মহকুমাধিপতি শ্ৰীকমল চন্দ্ৰ মজুমদাৰৰ যত্নত এখন ৪২ জনীয়া তদৰ্থ কমিটি গঠিত হয়। কাৰ্যকৰী তদৰ্থ কমিটিৰ প্ৰথম সভাপতি মজুমদাৰ আৰু সম্পাদক শ্ৰীযাদৱ চন্দ্ৰ দাস নিযুক্ত হৈছিল। কিছুদিন পাছত মজুমদাৰ বৰপেটাৰ পৰা বদলি হৈ যোৱাত বিধায়ক অক্ষয় কুমাৰ দাসদেৱক কাৰ্যকৰী সভাৰ সভাপতি পতা হয়। তেতিয়াৰ পৰা তেওঁৰ নেতৃত্বত আমি নতুন কলেজখন গঢ়ি তোলাৰ বাবে আপ্ৰাণ চেষ্টা চলাওঁ। মোৰ লগত আগৰে পৰা হাউলীত কলেজ স্থাপনত আগ্ৰহী বজালী কলেজৰ অৰ্থনীতি বিভাগৰ প্ৰবক্তা শ্ৰীসত্যনাথ দাস আছিল পূৰ্ণ সহায়ক। পাছত তেওঁক বি. এইচ. কলেজৰ অধ্যক্ষ পাতি কলেজৰ শ্ৰেণী খোলা হয়। ১৯৬৭ চনৰ ৪ এপ্ৰিলত এখন সভাত মহেন্দ্ৰমোহন চৌধুৰীদেৱো উপস্থিত আছিল। তেওঁৰ প্ৰস্তাৱ মতে কাৰ্যকৰী সমিতিৰ প্ৰথম প্ৰতিষ্ঠাপক সভাপতি অক্ষয় কুমাৰ দাসদেৱ আৰু প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীযাদৱ চন্দ্ৰ দাস হয়। পৰৱৰ্তী কালত কলেজখনে চৰকাৰী মঞ্জুৰী পোৱাত নীতিগতভাৱে অধ্যক্ষ শ্ৰীসত্যনাথ দাসে সম্পাদকৰ দায়িত্ব লয়। এখন পূৰ্ণাংগ কলেজ হিচাপে গঢ়ি তোলাত অধ্যক্ষ শ্ৰীসত্যনাথ দাসৰ অৱদান অপৰিসীম। কিন্তু তেওঁৰ এই কৃতিত্বৰ আঁৰতো আছিল অক্ষয় কুমাৰ দাসৰ প্ৰত্যক্ষ অথবা পৰোক্ষ অনুপ্ৰেৰণা। ●

# শতবাৰ্ষিকীৰ শ্ৰদ্ধাৰ্ঘ্য

হৃষীকেশ বৰুৱা

অক্ষয় কুমাৰ দাসদেৱক সোঁৱৰণ কৰাৰ উদ্দেশ্যে তেখেতৰ গুণমুগ্ধসকলে জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰিব বুলি জানিব পাৰি তেখেতৰ কিছু কথা আমাৰ স্মৃতি-পটত উদয় হৈছে।

১৯৬৭ চনৰ কথা। লোকসভা আৰু বিধান সভাৰ নিৰ্বাচনৰ বতৰ। অক্ষয় দাস আছিল বিধান সভাৰ বৰপেটা সমষ্টিৰ কংগ্ৰেছ প্ৰাৰ্থী। নিৰ্বাচনৰ আগদিনাখন নিৰ্বাচনৰ বিষয়ে আলোচনা কৰি থাকোঁতে কেইজনমান সমৰ্থকে নিৰ্বাচনৰ দিনাখন এখন জীপ গাড়ী দিবলৈ তেওঁক অনুৰোধ কৰে। তেওঁলোকে জীপ গাড়ীৰ আৱশ্যকতাৰ কথা উত্থাপন কৰি ক'লেযে এখন গাঁৱত ভোট গ্ৰহণ কেন্দ্ৰটো কিছু সংখ্যক ভোটাৰৰ ঘৰৰ পৰা বহু দূৰত স্থাপন কৰা হৈছে। তালৈ তিৰোতা মানুহে ভোটদান কৰিবলৈ যাবলৈ হেলা কৰিব ; সেয়ে জীপ গাড়ীৰে ভোটাৰক ভোট গ্ৰহণ কেন্দ্ৰলৈ নিয়াৰ ব্যৱস্থা কৰিব লাগে। অক্ষয় দাসে কিন্তু তেওঁলোকৰ অনুৰোধ তৎক্ষণাত প্ৰত্যাখ্যান কৰি কৈছিল যে ভোটাৰক ভোটদান কৰাবলৈ জীপ গাড়ীৰে নিয়াটো নিৰ্বাচন আচৰণ বিধিৰ পৰিপন্থী। আমি এই কথা এই কাৰণেই উনুকিয়াইছোঁ যে এতিয়াৰ কথা বাদেই, সেই সময়ৰ নিৰ্বাচনতো কিমানজন প্ৰাৰ্থীয়ে অক্ষয় দাসৰ দৰে নিৰ্বাচনী আচৰণ বিধি মানি চলিছিল, আমাৰ সন্দেহ হয়।

অক্ষয় দাস নীতিৰ বিৰুদ্ধে আপোচ কৰা ব্যক্তি নাছিল। তেওঁ কংগ্ৰেছৰ নীতি মানি চলিছিল। তাৰ বাবে নিজৰ লাভ-লোকচানৰ কথা ভবা নাছিল। আকৌ ১৯৬৭ চনৰ নিৰ্বাচনৰ কথা ক'বলৈ ওলাইছোঁ। সেই সময়ত খাছী-জয়ন্তীয়া আৰু গাৰো পাহাৰক সামৰি অসমৰ পৰা বিচ্ছিন্ন কৰি ফেডাৰেল গাঁথনিৰে এখন সুকীয়া ৰাজ্য গঠনৰ প্ৰস্তাৱ উত্থাপিত হৈছিল। ইয়াৰ বিপক্ষে নিৰ্বাচন-প্ৰাৰ্থীসকলক একোখন গিৰমিট লিখি দিবলৈ কোনো সংগঠনে দাবী কৰিছিল। অন্যথা বিগৰাকী প্ৰাৰ্থীয়ে লিখি নিদিয়ে

তেওঁৰ সপক্ষে ভোটদান কৰা নহ'ব বুলি ঘোষণা কৰিছিল। কিন্তু অক্ষয় দাসে গিৰমিট লিখি দি বিধায়ক হোবাৰ কল্পনা কৰা নাছিল। কোনো সংগঠনে 'অক্ষয় দাস, ফকৰুদ্দিন আলিক পৰাজয় কৰক' বুলি ধ্বনি দি শোভাযাত্ৰা কৰিছিল। বাকী প্ৰাৰ্থী কেইজনৰ বিৰুদ্ধে ধ্বনি দিয়া নাছিল। বোধকৰো তেওঁলোকে গিৰমিটত চহী কৰিছিল। তেওঁ হয়তো ভাবিছিল নীতিৰ বিৰুদ্ধে গৈ নিৰ্বাচনত জয়লাভ কৰাটো একো গৌৰৱৰ কথা নহয়।

নিৰ্বাচন-প্ৰাৰ্থী হৈ ভোট আদায় কৰিবলৈ ভোটাৰক তেওঁ মিছা আশাৰে প্ৰলোভিত কৰা নাছিল।

অক্ষয় দাস তীক্ষ্ণ মেধাৰ ৰাজনীতিজ্ঞ আছিল। প্ৰয়াত বিমলা প্ৰসাদ চলিহাদেৱ মুঁখ্যমন্ত্ৰীৰ পদত থকা কালছোৱাত অসম চৰকাৰ নানান সমস্যাৰ সম্মুখীন হৈছিল — ৰাজ্যভাষা আন্দোলন, মিজো বিদ্ৰোহ, পাৰ্বত্য জিলা আন্দোলন আদি। আমি তেতিয়া চিলঙত। তেওঁক লগ পালেই চিলঙলৈ যোৱাৰ উদ্দেশ্যৰ কথা সুধিলেই 'চলিহাই অসমৰ সমস্যাৰ বিষয়ে আলোচনা কৰিবলৈ মাতিছে' বুলি কৈ সাৱধান কৰি দিছিল 'কাকো নকবি'। আমি কথা দিছিলোঁ নকওঁ বুলি আৰু কোৱাও নাছিলোঁ। কাকো নকবি বুলি কোৱাৰ কাৰণ হৈছে তেওঁ প্ৰচাৰধৰ্মী নাছিল। তেওঁ আত্ম-প্ৰচাৰ কৰি ভাল নাপাইছিল। কোনোবাই প্ৰচাৰ কৰিলেও তেওঁ ভাল পোৱাৰ পৰিবৰ্তে বেয়াহে পাইছিল। বিধান সভাত উত্থাপন কৰিব লগীয়া খচৰা বিল (Draft Bill) ৰচনা কৰাত তেওঁকেই চলিহাই আগভাগ ল'বলৈ দিছিল। অক্ষয় দাসদেৱে 'কাকো নকবি' বুলি সাৱধান কৰি দিয়া সত্বেও আজি প্ৰায় ৩০/৩৫ বছৰৰ পাছত সেই কথা প্ৰকাশ কৰি নিজকে অপৰাধী যেন লাগিছে।

অক্ষয় দাসে তেওঁৰ নিজৰ বিষয়ে প্ৰচাৰ কৰাটো ভাল নাপাইছিল যদিও তেওঁ কিন্তু তেল কোম্পানীৰ প্ৰচাৰ বিভাগৰ পৰা হাত সাৰিব পৰা নাছিল। চীন-ভাৰত সংঘৰ্ষৰ সময়ত তেওঁ আৰু তেওঁৰ সহযোগীসকলে উজনি অসমৰ নানা অঞ্চল আৰু তেল নগৰীত সভা-সমিতি পাতি ৰাইজৰ মনোবল অটুট ৰাখিবলৈ বক্তৃতা প্ৰদান কৰা কথা তেল কোম্পানীৰ পুস্তিকাত প্ৰচাৰিত হৈছিল।

অক্ষয় দাস আছিল কংগ্ৰেছ নেতা। সেই বুলি তেওঁ বিৰোধী ৰাজনৈতিক দলৰ ব্যক্তিক ঘিণ কৰা নাছিল। বৰং কোনোবা বিৰোধী ৰাজনৈতিক দলৰ ব্যক্তিৰ ভাল গুণ থাকিলে তাক প্ৰকাশ কৰাত কৃপণালি কৰা নাছিল। ১৯৬৭ চনৰ বিধান সভাৰ নিৰ্বাচনৰ কেইদিনমান আগতে তেওঁৰ নিৰ্বাচনৰ ফলাফল কেনেকুৱা হ'ব বুলি প্ৰশ্ন কৰাত তেওঁ সেই প্ৰশ্নৰ উত্তৰ নিদি ওলোটাই হেমেন দাসৰ কথা সুধিছিল। মই কমিউনিষ্ট নাছিলোঁ

যদিও মোৰ হেমেন দাসৰ লগত কিছু বন্ধুত্ব থকা বুলি তেওঁ সেই প্ৰশ্ন কৰিছিল। মই হেমেন দাস নিৰ্বাচনত জিকিব বুলি কোৱাত তেওঁ হাৰিব বুলি কৈ লগতে কৈছিল 'সি কিন্তু ৰাজনীতি কৰিব পাৰিব'। আপুনি কেনেকৈ জানিলে বুলি সোধাত তেওঁ পোনপটীয়া উত্তৰ নিদি কৈছিল ৰাজনীতি কৰা মানুহে সেইবিলাক কথা জানে। কিন্তু আজিকালি কেনেকুৱা ৰাজনীতি চলিছে? বিভিন্ন ৰাজনৈতিক দলৰ মাজত অহি-নকুল সম্বন্ধ। অক্ষয় দাস এজন কংগ্ৰেছী হৈয়ো এজন কমিউনিষ্টৰ গাত ভাল গুণ দেখা কেইজন কমিউনিষ্ট-বিৰোধী ব্যক্তি আছে?

অক্ষয় কুমাৰ দাসে ইংৰাজী ভাষাত খোকোজা নলগাকৈ বক্তৃতা দিব পাৰিছিল। যিসকলে অক্ষয় দাসক বিধান সভাত বক্তৃতা দিয়া দেখা আৰু শুনা নাই তেওঁলোকে অক্ষয় দাসৰ বাকপটুতাৰ কথা কল্পনাই কৰিব নোৱাৰে। তেওঁ বিধান সভাত বক্তৃতা আৰম্ভ কৰি থমকি ৰ'ব লগা হোৱা নাছিল।

তেওঁ সুললিত কণ্ঠেৰে বৰগীতো গাব জানিছিল। বিধান সভাৰ পাঁচ বছৰীয়া কালছোৱা শেষ হোৱাৰ ঠিক আগে আগে তেতিয়াৰ দিনত সকলো মন্ত্ৰী-বিধায়ক মিলিত হৈ (Get together) এক আনন্দ মুখৰ পৰিৱেশ গঢ়ি তুলিছিল। তাঁলৈ সাংবাদিকসকলকো নিমন্ত্ৰণ কৰে। এনেকুৱা মিলন-ক্ষেত্ৰত অক্ষয় কুমাৰ দাসে শুৱলাকৈ বৰগীত গাই বঁটা লাভ কৰিছিল। ●

# নীৰৱ জন-সেৱক
# অক্ষয় কুমাৰ দাস

নাৰায়ণ দাস

মহাত্মা গান্ধীৰ নেতৃত্বত গঢ়ি উঠা ১৯৪২ চনৰ স্বাধীনতা আন্দোলনত বহু শীৰ্ষ স্থানীয় লোকে আগভাগ লোৱা দেখা গৈছিল। এইসকল লোকে অভাৱনীয় বহু বিপদ, সংকট, দুৰ্যোগ আদি হেলাৰঙে অতিবাহিত কৰি স্বাধীনতা সংগ্ৰামত জঁপিয়াই কাৰাবৰণ পৰ্যন্ত ভুগিছিল। এইসকল লোকৰ ভিতৰত অক্ষয় কুমাৰ দাস এজন আছিল। অক্ষয় কুমাৰ দাসক অক্ষয় বাবু বুলিয়ে সৰ্বসাধাৰণ লোকে জানিছিল। সেই সময়ত আমি স্কুলীয়া ছাত্ৰ আছিলোঁ। মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ তত্ব একোকেই বুজা নাছিলোঁ — বুজিছিলোঁ মাত্ৰ ৰাস্তাত শোভাযাত্ৰা ওলালে 'বন্দে মাতৰম্' বুলি শোভাযাত্ৰাৰ লগে লগে যোৱাটো আৰু পুলিচৰ বাধা পালে লুকাবলৈ চেষ্টা কৰাটো। আমাৰ বৰপেটাত স্বাধীনতা আন্দোলনৰ সময়ত বিশেষকৈ অক্ষয় বাবু, মহেন্দ্ৰমোহন চৌধুৰী, শিক্ষাবিদ কামেশ্বৰ দাস আৰু কংগ্ৰেছ কৰ্মী হিচাপে গোলোক পাঠক, পৰমানন্দ পাঠক, মদন দাস, সুৰেন চৌধুৰীৰ নামেই উল্লেখনীয়। অক্ষয় বাবু আৰু মহেন্দ্ৰমোহন চৌধুৰীৰ নেতৃত্বতেই বৰপেটাত স্বাধীনতা আন্দোলনৰ জোৱাৰ উঠিছিল।

অক্ষয় বাবুৱে ওকালতি এৰি দি স্বাধীনতা সংগ্ৰামত জপিয়াই পৰিছিল আৰু বহুদিনলৈ কাৰাবাস খাটিছিল। তেওঁ পিছলৈ ঘূৰি নাচাইছিল। অক্ষয় বাবুৰ যেতিয়া কাৰাবাস ঘটিছিল, সেই সময়ত তেওঁৰ একমাত্ৰ ল'ৰাজন নিচেই সৰু আছিল। ছোৱালী দুজনী অলপ মাত্ৰ বুজন হৈ উঠিছিল। বোধহয় ছোৱালী দুজনীয়ে ভায়েকক চোৱাচিতা কৰিছিল। কাৰণ অক্ষয় বাবুৰ পৰিবাৰ ঢুকাইছিল। ইমানতো অক্ষয় কুমাৰ দাসক কোনো দিনে বিচলিত হোৱা দেখা নগৈছিল। অক্ষয় বাবুৱে ভৰিত জোতা-চেণ্ডেল পিন্ধা দেখা নাছিলোঁ। সেই খালী ভৰি দুখনেৰে খোজ কাঢ়ি সমগ্ৰ অঞ্চলতে লোকক আন্দোলনৰ প্ৰতি আকৃষ্ট কৰাৰ কাৰণে গাঁৱে-ভূঁএে ঘূৰি ফুৰিছিল। তেওঁ এজন

অসীম সাহসী পুৰুষ আছিল। অটব্যু হাবিতলীয়া সুৰ-সুৰীয়া বাটেৰেও অকলে অকলে আন্দোলনৰ সংগঠনৰ কামত ঘূৰি ফুৰিছিল। অহিংস নীতিত সম্পূৰ্ণ বিশ্বাস ৰাখিছিল আৰু অনুপ্ৰাণিত হৈছিল।

অক্ষয় কুমাৰ দাস আছিল প্ৰকৃততে এজন গান্ধীবাদী মুক্তি যুঁজাৰু। সেই সময়ত গোপীনাথ বৰদলৈ, ত্যাগবীৰ হেম বৰুৱা, লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱা, তৰুণৰাম ফুকন, সিদ্ধিনাথ শৰ্মা, নবীন বৰদলৈ আদি যিসকল স্বাধীনতা আন্দোলনৰ নেতৃস্থানীয় লোক আছিল, সেইসকল লোকৰ লগত অক্ষয় কুমাৰ দাসৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। মহাত্মা গান্ধী বৰপেটালৈ এবাৰ অহাৰ সময়ত অক্ষয় বাবুৰ লগত ঘনিষ্ঠতা দৃঢ় হৈছিল। ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ পাছত অক্ষয় বাবু দুবাৰ বিধান সভালৈ নিৰ্বাচিত হৈছিল। এবাৰ বৰপেটা সমষ্টি আৰু দ্বিতীয়বাৰ সৰভোগ সমষ্টিৰ পৰা। ইচ্ছা কৰা হ'লে সেই সময়ত অক্ষয় বাবু অসমৰ মন্ত্ৰীসভাৰ এজন সদস্য হ'ব পাৰিলেহেঁতেন। কিন্তু মন্ত্ৰী পদৰ বাবে লালায়িত নহৈ তেওঁ মহেন্দ্ৰমোহন চৌধুৰীক আগবঢ়াই দিলে। যিকোনো ৰাজহুৱা কামত অক্ষয় কুমাৰ দাসে মহেন্দ্ৰমোহন চৌধুৰীক আগভাগ ল'বলৈ দিহা-পৰামৰ্শ দিছিল। মহেন্দ্ৰমোহন চৌধুৰীয়েও অক্ষয় বাবুক খুব সমীহ কৰি চলিছিল। কাৰণ চৌধুৰীয়ে খুব ভালদৰে উপলব্ধি কৰিছিল যে অক্ষয় বাবু এজন চোকা মগজুৰ বিচক্ষণ পুৰুষ। ইপিনে অক্ষয় বাবু মহেন্দ্ৰ মোহন চৌধুৰীতকৈ কেবা বছৰে ডাঙৰো আছিল।

স্বাধীনতা পোৱাৰ পাছত বহু অসহযোগ আন্দোলনকাৰী নেতাই আদৰ্শচ্যুত হৈ দেশৰ স্বাৰ্থ ত্যাগ কৰি গান্ধীবাদৰ বিষয়ে সৰ্বসাধাৰণ ৰাইজৰ আগত ফুলজাৰি মাৰি ভোগ-বিলাসৰ প্ৰতি আকৰ্ষিত হোৱা আমি দেখি আহিছোঁ আৰু বৰ্তমানেও দেখি আছো। কিন্তু অক্ষয় কুমাৰ দাসৰ নিচিনা এজন মুক্তি-যুঁজাৰু নেতাই ভোগ-বিলাসক বিষ্ঠাবৎ জ্ঞান কৰি নিজৰ আদৰ্শকেই সাৰোগত কৰি আজীৱন তাহানিৰ সেই সৰু টিনৰ ঘৰটোতেই অকলশৰীয়াভাৱে থাকি জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰিলে। এৰি থৈ গ'ল মাথোন পৰৱৰ্তী প্ৰজন্মৰ বাবে ত্যাগ, সাহস, আদৰ্শ, সত্য, অহিংসা আৰু নীৰৱ দেশসেৱা।

মই জনাত স্বাধীনতা পোৱাৰ পাছতো তেওঁ ওকালতি কৰা নাছিল। অলপ অচৰপ যি মনত পৰে বৰপেটাৰ মাধৱ চৌধুৰী কলেজখন স্থাপন কৰাৰ সময়ত শিক্ষাবিদ কামেশ্বৰ দাসৰ লগত যুটীয়াভাৱে আপ্ৰাণ চেষ্টা চলাইছিল আৰু এওঁলোকৰ চেষ্টাৰ ফলস্বৰূপেই অসমত দ্বিতীয় বেচৰকাৰী কলেজ হিচাপে মাধৱ চৌধুৰী কলেজ গঢ় লৈ উঠিল। ইয়াৰ উপৰি তেওঁ হাউলী কলেজখন স্থাপন কৰাৰ সময়ত যথেষ্ট

আগভাগ লৈছিল। তেওঁ সমগ্ৰ বৰপেটাবাসীৰ উন্নতিৰ কাৰণে গাঁৱে-ভূঞে ঘূৰি ফুৰি সংগঠনৰ কামত মনোনিৱেশ কৰিছিল। সেই সময়ত বৰপেটা চহৰৰ সুন্দৰীদিয়া, বাৰাদি, ভেল্লা, নগাঁও, চেঙা, বহৰি, খলাবন্ধা, পাটবাউসী, দেউৰীকুছি, পালহাজি আদি ঠাইলৈ অহা-যোৱা কৰিবলৈ হ'লে মৰানদী আৰু নখন্দাঘাট নাৱেৰে পাৰ হ'ব লাগিছিল। ফলত বিশেষকৈ গাওঁৰ ৰাইজৰ ভীষণ অসুবিধা হৈছিল। কাৰণ পূব আৰু দক্ষিণ পিনে অৱস্থিত গাওঁৰ ৰাইজ সদায় বৰপেটা চহৰলৈ নানান বেচৰকাৰী, চৰকাৰী কামৰ কাৰণে অহা-যোৱা কৰিব লাগিছিল। ইয়াৰ উপৰি স্কুলীয়া ছাত্ৰ-ছাত্ৰী স্কুল-কলেজলৈ অহা যোৱা কৰাত যথেষ্ট অসুবিধা হৈছিল।

অক্ষয় বাবুৱে ৰাইজৰ সমস্যাবিলাক উপলব্ধি কৰিছিল আৰু অৱশেষত মহেন্দ্ৰমোহন চৌধুৰীৰ লগত আলোচনা কৰি তিনি ঠাইত তিনিখন দলং নিৰ্মাণ কৰাৰ সিদ্ধান্ত লৈছিল। কাছাৰী ঘাটৰ পৰা সুন্দৰীদিয়ালৈ যোৱা পথত মৰা নদীৰ ওপৰত প্ৰথম খন দলং সজা হয়। এইদৰে ক্ৰমে নখন্দা নদীৰ দুয়োটা ঘাটতে দুখন দলং নিৰ্মান কৰি যাতায়তৰ পথ সুগম কৰি দিয়ে। অক্ষয় বাবু মহেন্দ্ৰমোহন চৌধুৰীতকৈ কেবা বছৰে ডাঙৰ আছিল। কিন্তু নেতৃত্বৰ ক্ষেত্ৰত সকলো সময়তে সকলো বিষয়তে আগভাগ ল'বলৈ চৌধুৰীক তেওঁ আগবঢ়াই দিছিল। বহু সময়ত মহেন্দ্ৰ মোহন চৌধুৰীয়ে অক্ষয় বাবুৰ দিহা-পৰামৰ্শ লোৱা দেখা গৈছিল। চৌধুৰীয়ে জানিছিল যে অক্ষয় বাবু এজন অভিজ্ঞ লোক। তেওঁ অল্পভাষী আছিল। কিন্তু নিষ্ঠাৱান, ভীষণ সাহসী, বুধিয়ক আৰু কৰ্মযোগী আছিল।

অক্ষয় বাবুৱে বৰপেটাৰ ৰাইজৰ মংগলাৰ্থে সদায় চিন্তিত আছিল। নিজে গোটেই জীৱন অনাড়ম্বৰভাৱে কটাই ৰাইজৰ হিত সাধন কৰাৰ চিন্তাতেই বেছিকৈ মগন আছিল। মই তেওঁৰ সান্নিধ্যলৈ আহিবলৈ সুযোগ পাইছিলোঁ বিশেষ এটা কাৰণত। সেই সময়ত বৰপেটাত বিজুলি চাকিৰ পোহৰ পৰা নাছিল। অক্ষয় বাবুৰ নেৰানেপেৰা চেষ্টাতেই বৰপেটাবাসীয়ে বিজুলি চাকিৰ পোহৰ দেখিবলৈ পায়। বিজুলি চাকিৰ বাবে যিবিলাক মেচিন, সা-সৰঞ্জাম আদিৰ দৰকাৰ সেইবিলাক বাহিৰৰ পৰা জাহাজেৰে অনাৰ ব্যৱস্থা কৰিছিল। মেচিন আদি পোৱাত পলম হোৱা কাৰণে নেকি অক্ষয় বাবুৱে তদাৰক কৰিবলৈ নিজে গুৱাহাটীলৈ আহিছিল। গধূলি সময়ত তেওঁ খোজ কাঢ়ি মই থকা ঠাইত আহি মাত লগালে। মই বাহিৰ ওলাই চাওঁযে অক্ষয় বাবু। মই হতভম্ব হৈ পৰিলোঁ। মই কাৰণ সোধাৰ আগতেই তেওঁ ক'লে, 'হেৰা নাৰায়ণ, তুমি মোক জাহাজ কোম্পানীৰ চাহাবজনৰ ওচৰলৈ নিব লাগে। শুনিছোঁ চাহাবজন উজান বজাৰতে থাকে।' মই থকা ঠাইৰপৰা চাহাবৰ বঙলা প্ৰায় দুই ফাৰ্লংমান আঁতৰত এটা টিলাৰ

ওপৰত। মই ততালিকে তেওঁক লৈ গ'লোঁ আৰু ময়ে কলিং বেল বজাই দিলোঁ। চাহাব ওলাই আহিল আৰু অক্ষয় বাবুৰ লগত কথা-বতৰা হ'ল। আমি গুচি আহিলোঁ। মোক ক'লে 'তুমি মাজে মাজে খবৰ ৰাখিবা।' বৰপেটাৰ ৰাইজে অক্ষয় বাবুৰ এনে চেষ্টাৰ বলতে প্ৰথম বিজুলী বাতিৰ পোহৰ উপভোগ কৰিবলৈ পালে। তেওঁৰ এটা ডাঙৰ গুণ আছিল এইযে কিবা এটা কাম হাতত ল'লে সেইটো সম্পূৰ্ণ নোহোৱালৈ নেৰিছিল। অক্ষয় বাবু এজন আদৰ্শৱান আৰু বহু গুণৰ অধিকাৰী আছিল। তেওঁ এজন সংগীত প্ৰেমীও আছিল। নিজে সুন্দৰ বৰগীত গাব পাৰিছিল। পঢ়া-শুনাত এজন মেধাৱী লোক আছিল। তেওঁৰ সান্নিধ্যলৈ আহিলেহে মানুহজনৰ সহজ সৰল আৰু বিচক্ষণতাৰ পৰিচয় পোৱা গৈছিল। ●

# গান্ধীবাদী নেতা অক্ষয় কুমাৰ দাস

নৱদ্বীপৰঞ্জন পাটগিৰি

১৯৪২ চনৰ ৮ আগষ্টত বোম্বেত ভাৰতৰ স্বাধীনতা আন্দোলনৰ ঐতিহাসিক 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হোৱাৰ আগে আগে ভাৰতৰ উত্তৰ-পূব অঞ্চলৰ পৰিস্থিতি দ্বিতীয় মহাসমৰৰ পৰিপ্ৰেক্ষিতত অতি সংকটাপন্ন হৈ পৰিছিল। ১৯৪১ চনৰ ডিচেম্বৰ মাহত জাপানী সৈন্যৰ হাতত চীন সাম্ৰাজ্যৰ হংকং নগৰৰ পতন হয় আৰু ১৯৪২ চনৰ ৫ ফেব্ৰুৱাৰীত চিংগাপুৰ আৰু ৮ ফেব্ৰুৱাৰীত ৰেংগুনৰ পতন হয়। ব্ৰহ্মদেশৰ পৰা অসমলৈ লাখ লাখ শৰণাৰ্থীৰ সোঁত ববলৈ ধৰে। তাৰ লগে লগে জাপানী সৈন্যাই ইম্ফল আৰু ডিমাপুৰত বোমাবৰ্ষণ কৰে। অসমৰ পৰিস্থিতি আৰু বিপদাপন্ন হৈ পৰে।

অসমৰ আভ্যন্তৰীণ পৰিস্থিতি বুজি অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে বিয়াল্লিছৰ এপ্ৰিল মাহত প্ৰদেশ, জিলা আৰু প্ৰাথমিক ভিত্তিত 'ইমাৰ্জেন্সি চাব-কমিটি' গঠন কৰে। অসম প্ৰাদেশিক ইমাৰ্জেন্সি চাব-কমিটিৰ সদস্যসকল আছিল গোপীনাথ বৰদলৈ, অমিয় কুমাৰ দাস, ডাঃ ভুৱনেশ্বৰ বৰুৱা, বিষ্ণুৰাম মেধি, ডাঃ হৰিকৃষ্ণ দাস, ফখৰুদ্দিন আলি আহমেদ, সিদ্ধিনাথ শৰ্মা আৰু দেৱকান্ত বৰুৱা। এই কমিটিয়ে বিশেষ গুৰুত্ব দিয়ে 'শান্তি সেনা বাহিনী' গঠনত। প্ৰকাশ্যভাৱে ইয়াৰ উদ্দেশ্য হ'ল দেশৰ আভ্যন্তৰীণ শান্তি প্ৰৱৰ্তন আৰু পৰোক্ষভাৱে স্বাধীনতা সংগ্ৰামৰ বাবে দেশৰ যুৱ-শক্তিৰ সংগঠন।

সেই সময়ত বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ সভাপতি আছিল অক্ষয় কুমাৰ দাস আৰু সম্পাদক মহেন্দ্ৰমোহন চৌধুৰী। মধুসূদন দাস, উপেন্দ্ৰ নাথ দাস, গোলোক পাঠক আদি ইয়াৰ সদস্য। বৰনগৰ প্ৰাথমিক ইমাৰ্জেন্সি চাব-কমিটিৰ সভাপতি আছিল নন্দমোহন মজুমদাৰ আৰু সম্পাদক এই লেখকৰ পিতৃ চিন্তাহৰণ পাটগিৰি। বৰনগৰ প্ৰাথমিক কংগ্ৰেছ কমিটিৰ কোনো স্থায়ী কাৰ্যালয় নোহোৱাত সৰভোগ টাউনৰ আমাৰ

ঘৰখনতে বৰপেটাৰপৰা কংগ্ৰেছী নেতাসকলে আহি মিটিং কৰি বৰনগৰত কংগ্ৰেছৰ সংগঠন শক্তিশালী কৰি তুলিছিল। আমাৰ ঘৰলৈ সঘনে অক্ষয় কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধুৰী, মধুসূদন দাস, উপেন্দ্ৰ চন্দ্ৰ দাস আদি কংগ্ৰেছী নেতাসকল আহিছিল।

১৯৪২ চনৰ এপ্ৰিল মাহত বৰপেটা কেন্দ্ৰত প্ৰবেশিকা পৰীক্ষা দি উঠি সৰভোগৰ আমাৰ ঘৰ পোৱা মোৰ এসপ্তাহ হৈছে মাথোন। এনেতে এদিন অক্ষয় কুমাৰ দাস আৰু মহেন্দ্ৰমোহন চৌধুৰী আহি আমাৰ ঘৰত উপস্থিত। দাস ডাঙৰীয়াই মোক সুধিলে - 'তই পৰীক্ষা দি উঠি এতিয়া কি কৰিছ? শান্তি-সেনাত ভৰ্তি হ'ব লাগে।' সেইদিনাই ৫ মেইত সৰভোগৰ ৰেলৱে খেল-পথাৰত এখন ৰাজহুৱা সভাত অক্ষয় কুমাৰ দাস আৰু মহেন্দ্ৰমোহন চৌধুৰীয়ে বক্তৃতা দি শান্তি-সেনা গঠনৰ প্ৰক্ৰিয়া আৰম্ভ কৰে। ময়ো সেইদিনা শান্তি-সেনাত ভৰ্তি হ'লোঁ। মেই মাহৰ শেষৰফালে অক্ষয় কুমাৰ দাসৰ উদ্যোগত বৰপেটাৰোডত 'শান্তি-সেনা শিবিৰ' এটা প্ৰতিষ্ঠা কৰি সমগ্ৰ বৰপেটা জিলাৰ নিৰ্বাচিত ৪০ জনমান শান্তি-সেনাক কেন্দ্ৰীয়ভাৱে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিলে। নিৰ্দেশমতে বৰনগৰৰ পৰা ময়ো শিবিৰত সোমালোঁ। এই শিবিৰটোত তিনি সপ্তাহ ধৰি কাম চলিছিল। শিবিৰত থকা ৪০/৫০ জন শান্তি-সেনাৰ খাদ্য-সম্ভাৰৰ বাবে অক্ষয় কুমাৰ দাসে মহেন্দ্ৰমোহন চৌধুৰী আৰু গোলোক পাঠক আদিক লগত লৈ বৰপেটাৰোডৰ ব্যৱসায়ী মহলৰ পৰা অতি কষ্ট কৰি চাউল, দাইল, তেল, নিমখ, আলু আৰু ওচৰৰ গাওঁবোৰৰ পৰা ঘূৰি ঘূৰি শাক-পাচলি আদি সংগ্ৰহ কৰিছিল। বৰপেটাৰোডৰ শান্তি-সেনা শিবিৰত প্ৰশিক্ষণৰ পাছত বৰনগৰ অঞ্চলত শান্তি-সেনা বাহিনীক প্ৰশিক্ষণ দিবলৈ নায়ক দুৰ্গেশ্বৰ দাসক সহায় কৰিবলৈ মোক অধিনায়কৰ দায়িত্ব দিছিল।

দ্বিতীয় মহাসমৰত ইংৰাজ চৰকাৰে জাপানী সৈন্যৰ অগ্ৰগতি ৰোধ কৰিবলৈ জুন মাহৰ পৰা বৰনগৰৰ বেঁকী নৈৰ পাৰত এটা বৃহৎ সামৰিক বিমানকোঠৰ উপৰি এতিয়াৰ সৰভোগ টাউনত যুদ্ধৰ সৈন্য ৰাখিবলৈ খেৰ-বাঁহৰ কেবাটাও ডাঙৰ ডাঙৰ ছাউনী আৰু যুদ্ধ বিভাগৰ কাৰ্যালয় আদি নিৰ্মাণৰ কাম অতি ক্ষিপ্ৰতাৰে আৰম্ভ কৰিছিল।

ইতিমধ্যে '৪২ৰ ৮ আগষ্টত বোম্বাইত বিখ্যাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হোৱাত গান্ধী, নেহৰু, পেটেল, আজাদ আদি নেতাসকলক বৃটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰাৰ লগে লগে গান্ধীজীয়ে দিয়া 'কৰা অথবা মৰা' (Do or Die) মন্ত্ৰেৰে সমগ্ৰ ভাৰতত স্বাধীনতা আন্দোলনৰ 'ভাৰত-ত্যাগ' পৰ্যায় আৰম্ভ হৈ গ'ল। সেইমৰ্মে সমগ্ৰ বৰনগৰবাসীৰ সম্মুখত কৰ্তব্য উপস্থিত হ'ল বৰনগৰত আৰম্ভ হোৱা বৃটিছ চৰকাৰৰ বিৰাট যুদ্ধ প্ৰস্তুতিৰ অগ্ৰগতি ৰোধ কৰা। বৰনগৰ শান্তি-সেনা বাহিনীৰ ওপৰতে এই

গুৰু দায়িত্ব পৰিল।

বৰনগৰৰ শান্তি-সেনা বাহিনীয়ে গাঁৱে গাঁৱে ঘূৰি পিকেটিং কৰি বাহঁ-খেৰ, গৰু-গাড়ী আদি বন্ধ কৰাত ১৫ দিনমান কাম বন্ধ আছিল। কিন্তু যুদ্ধ বিভাগে বিজনী, বঙাইগাঁও, বাসুগাঁও, কোকৰাঝাৰৰ ফালৰপৰা বাঁহ-খেৰ, বেত আদি সৰভোগ ৰেলষ্টেচনত নমাই আকৌ কাম আৰম্ভ কৰালে। বিকল্প ব্যৱস্থা হিচাপে শান্তি-সেনাসকলে এইবাৰ গাঁৱে গাঁৱে সোমাই কোনো শ্ৰমিক যাতে কাম কৰিবলৈ নাহে তাৰ বাবে পিকেটিং আৰম্ভ কৰিলে। ফলস্বৰূপে পমুৱা মুছলমান শ্ৰমিক কিছুমানৰ বাহিৰে আন সকলো শ্ৰমিক কামৰ পৰা বিৰত হ'ল। পাছত সেই মুছলমান গাঁওবোৰতো সোমাই ভালকৈ বুজোৱাত সেইসকলেও কামলৈ অহা বন্ধ কৰি দিলে। কুৰি দিনমান সকলো ধৰণৰ নিৰ্মাণ কাৰ্য বন্ধ থাকিল। অৱশেষত দৰং জিলাৰ চাহ বাগানৰপৰা এখন বিশেষ ৰেল যোগে তিনিশমান চাহ বনুৱা সৰভোগ ৰেল ষ্টেশ্যনত নমাই দিয়াত পুনৰ কাম আৰম্ভ হ'ল।

মহাত্মা গান্ধীৰ অহিংস নীতি অসহযোগ, পিকেটিং আদিৰে যুদ্ধ-প্ৰস্তুতিৰ কাম ৰোধ কৰিব নোৱাৰি অৱশেষত বেঁকীৰ পাৰৰ বিমানকোঠ, সৰভোগ টাউনৰ সৈন্য-ছাউনী, যুদ্ধ বিভাগৰ কাৰ্যালয়, সৰভোগ থানা, ডাক বঙলা আদি একে নিশাই জ্বলাই দিয়াৰ আঁচনি লোৱা হ'ল। এই খবৰ পাই অক্ষয় কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধুৰীয়ে '৪২ ৰ ২০ আগষ্টত বৰনগৰলৈ আহি দক্ষিণ গণকগাৰীৰ নন্দমোহন মজুমদাৰৰ ঘৰত বৰনগৰৰ কংগ্ৰেছ আৰু শান্তি-সেনা বাহিনীৰ মুখিয়াল লোকসকলৰ লগত গোপনে এখন মিটিং কৰি বুজাই দিলে যে কংগ্ৰেছে মহাত্মা গান্ধীৰ নেতৃত্বত অহিংস নীতিৰে আন্দোলন কৰি আহিছে, গতিকে ধ্বংসাত্মক কাৰ্যত অৱতীৰ্ণ নহৈ অহিংসভাৱে যি কৰিব পৰা যায় তাকে কৰা উচিত। আমি শান্তি-সেনা বাহিনীৰ যুৱকসকলে ভাবিলোঁ যে সেই পৰ্যায় ইতিমধ্যে পাৰ হৈছে, এতিয়া ধ্বংসাত্মক পৰ্যায়ৰ বাহিৰে কোনো গত্যন্তৰ নাই। গতিকে ২৬ আগষ্টৰ ৰাতি ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত প্ৰায় তিনি হাজাৰ বিপ্লৱী জনতাই বেঁকীৰ পাৰৰ সামৰিক বিমানকোঠ, সৰভোগ টাউনৰ সৈন্যৰ ছাউনীবোৰ, যুদ্ধ বিভাগৰ কাৰ্যালয়বোৰ, সৰভোগ থানা, ডাক বঙলা আদিত অগ্নি সংযোগ কৰি ধ্বংস কৰে।

৩০ আগষ্টত সৰভোগলৈ বৃটিছ সৈন্য আহিল আৰু লগে লগে গ্ৰেপ্তাৰ আৰম্ভ হ'ল। অক্ষয় কুমাৰ দাস আৰু মহেন্দ্ৰমোহন চৌধুৰীক বৃটিছ চৰকাৰে বৰপেটা চহৰত অন্তৰীণ (Interned) কৰি ৰাখিছিল। সেইদিনা তেওঁলোকে দুয়ো অন্তৰীণ হুকুম ভংগ কৰি বৰপেটা চহৰৰ পৰা ওলাই সৰভোগত গ্ৰেপ্তাৰ বৰণ কৰে। ৩০ আগষ্টত

সৰভোগত গ্রেপ্তাৰ হোৱা ৰাজনৈতিক বন্দীসকল হ'ল অক্ষয় কুমাৰ দাস, মহেন্দ্রমোহন চৌধুৰী, নন্দমোহন মজুমদাৰ, নবদ্বীপৰঞ্জন পাটগিৰি, থানেশ্বৰ ৰয়, বলৰাম প্রামাণিক, ৰত্নকান্ত দাস।

৩০ আগষ্টৰ নিশাটো আমি বৰপেটা থানাত থাকিব লগা হ'লোঁ। অক্ষয় কুমাৰ দাস আৰু মহেন্দ্রমোহন চৌধুৰীক গোটেই নিশা থানাৰ দাৰোগাৰ মেজৰ সম্মুখত দুখন চকীত বহুৱাই থ'লে আৰু বাকীসকলক থানাৰ লক-আপত সুমুৱাই থ'লে। পাছদিনা ৰাতিপুৱা অক্ষয় কুমাৰ দাসে মোৰ বাবে খদ্দৰৰ ধুতি-পাঞ্জাবি এযোৰ আৰু চেণ্ডেল এযোৰ কিনাই দিলে। ৩১ আগষ্টৰ ৰাতি গুৱাহাটী কাৰাগাৰত সোমোৱা ৰাজনৈতিক বন্দীৰ আমি প্রথম দল। ব্রজনাথ শর্মা আত্মগোপন কৰি থাকিল।

কাৰাগাৰ-জীৱনত অক্ষয় কুমাৰ দাস আৰু মহেন্দ্রমোহন চৌধুৰী আগৰেপৰা অভ্যস্ত। তেওঁলোকে নিজৰ নিজৰ ৱাৰ্ধা-যঁতৰ উলিয়াই লৈ পাছ দিনাৰ পৰাই নিয়মিতভাৱে সূতাকটা কামেৰে দৈনন্দিন জীৱন আৰম্ভ কৰিলে। অক্ষয় কুমাৰ দাসে ৱাৰ্ধা-যঁতৰৰ গুণ্ গুণ্ শব্দৰ লগত সুৰ মিলাই বৰগীতো গাইছিল।

বিয়াল্লিছৰ গণবিপ্লৱত ৰাজনৈতিক কৰ্মী হিচাপে অক্ষয় কুমাৰ দাসৰ সান্নিধ্য লাভ কৰাৰ সুযোগ পালোঁ যদিও প্রকৃততে তেওঁৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল কুৰি বছৰ আগতেই ১৯২১ চনত। বৰপেটা হাইস্কুলৰ পৰা ১৯১৭ চনত প্রথম বিভাগত প্রৱেশিকা পাছ কৰি ১৯১৯ চনত কটন কলেজৰপৰা প্রথম বিভাগত আই.এ. পাছ কৰি আৰু ইংৰাজীত অনাৰ্চ সহ বি.এ. পাছ কৰি কলিকতাৰ প্রেছিডেন্সি কলেজত ইংৰাজীত এম.এ. পঢ়িবলৈ গৈ সমগ্র ভাৰতত স্বাধীনতাৰ অসহযোগ আন্দোলন আৰম্ভ হোৱাত কলিকতা এৰি ঘৰ পাই আন্দোলনত যোগ দিয়ে।

১৯২০ চনৰ ২৫, ২৬ ডিচেম্বৰত নাগপুৰত বহা নিখিল ভাৰত কলেজ ছাত্র সন্মিলনত অসমৰপৰা কৰ্মযোগী চন্দ্রনাথ শৰ্মাই প্রতিনিধি হিচাপে যোগদান কৰি ঘূৰি আহি ১৯২১ চনৰ জানুৱাৰী মাহত অসম ছাত্র সন্মিলনৰ এখন জৰুৰী বৈঠক আহ্বান কৰি মহাত্মা গান্ধীৰ নেতৃত্বত অসহযোগ আন্দোলনৰ তাৎপৰ্য আৰু কাৰ্য-সূচী বুজাই অসমৰ ছাত্র-শক্তিক স্কুল-কলেজ বৰ্জন কৰিবলৈ আহ্বান জনাইছিল। সেই আহ্বানৰ প্রতি সঁহাৰি জনাই কটন কলেজৰ ছাত্রসকলে কলেজ বৰ্জন কৰি অসমৰ বিভিন্ন প্রান্তত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ তাৎপৰ্য ব্যাখ্যা কৰি আন্দোলন গঢ়ি তুলিছিল।

কটন হোষ্টেলত থকা ছাত্রসকলে কলেজ বৰ্জন কৰি ওলাই অহাত তেওঁলোকৰ থকাৰ বাবে গুৱাহাটীত এটা শিবিৰৰ প্রয়োজন হ'ল। দাতা-কৰ্ণ মহান পুৰুষ ডাঃ

হৰিকৃষ্ণ দাসে পাণ বজাৰস্থ নিজৰ বাস-ভৱনৰে একাংশ এৰিদি ছাত্ৰসকলৰ বাবে শিবিৰ পাতি দিলে। অক্ষয় কুমাৰ দাস এই শিবিৰৰ অন্যতম সদস্য আছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ নেতৃত্বত এই শিবিৰ চলিছিল। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ আহ্বানৰ প্ৰতি অসমত তেতিয়াও ভালদৰে প্ৰস্তুতি হৈ উঠা নাই। এই দুৰ্বলতা আঁতৰ কৰিবলৈ তৰুণৰাম ফুকনক আন্দোলনত নমাব লাগে। কলেজ বৰ্জন কৰা ছাত্ৰসকলক স্বেচ্ছা-সেৱকৰ শিবিৰটোত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে এজন ছাত্ৰক বিচাৰি উলিয়ালে যিজনে তৰুণৰাম ফুকনক অসমত অসহযোগ আন্দোলনত নেতৃত্ব দিবলৈ অনুৰোধ কৰিব পাৰে। সেইজনেই আছিল অক্ষয় কুমাৰ দাস। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ নিৰ্দেশমতে অক্ষয় কুমাৰ দাসে আন দুজন ছাত্ৰক লগত লৈ তৰুণৰাম ফুকনৰ হাউলি পালেগৈ। তৰুণৰাম ফুকন তেতিয়া চ'ৰাঘৰৰ পোৰ্টিক'তে হেলনীয়া চকী এখনত বিশ্ৰাম লৈ আছিল। অক্ষয় কুমাৰ দাসে তেখেতৰ স্বভাৱসুলভ অল্প-ভাষিতাৰে জনালে যে সমগ্ৰ অসমে অসহযোগত নামিবলৈ তেখেতৰ নেতৃত্বলৈ বাট চাই আছে। ফুকনে কিছু সময় চিন্তা কৰি ক'লে - 'তোমালোক এতিয়া যোৱাগৈ; মই এতিয়া একো ক'ব নোৱাৰোঁ। ভাবি-চিন্তি শেষত কিবা এটা ঠিক কৰিম।'

তৰুণৰাম ফুকন ডাঙৰীয়াৰ সংগঠন শক্তিৰ মাহাত্ম্যত ১৯২১ চনৰ ১১ ফেব্ৰুৱাৰীত গুৱাহাটীৰ মাছখোৱা খেল-পথাৰত হিন্দু-মুছলমান-বিহাৰী-মাৰোৱাৰী সকলো সম্প্ৰদায়ৰ সহযোগত বিৰাট ৰাজহুৱা সভা এখন অনুষ্ঠিত হৈছিল। ফুকন ডাঙৰীয়াই সেইদিনাৰ সভাত বিলাতী বস্ত্ৰ বৰ্জন আৰু অসহযোগ আন্দোলনৰ কথা বুজাই উদ্দীপ্ত ভাষণ দিয়ে। ফুকনৰ ভাষণত উৎসাহিত হৈ কিছুমানে ফাঁচিবজাৰৰ পৰা বহু বিলাতী চিগাৰেটৰ বাণ্ডিল আনি সভা-স্থলীত জ্বলাই দিলে। এইদৰে অসমত ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পাতনি আৰু অক্ষয় কুমাৰ দাসে তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈৰ মাজত যোগসূত্ৰ স্থাপন কৰি অসমত ১৯২১ চনৰ অসহযোগ আন্দোলনৰ ঢল নমালে।

১৯২১ চনৰ অসহযোগ আন্দোলনত বৰপেটাৰ পৰা অম্বিকাগিৰী ৰায়চৌধুৰী, ধনীৰাম তালুকদাৰ, দেবেন্দ্ৰনাথ উজীৰে কাৰাবাস খাটে। ১৯২১ চনত অক্ষয় কুমাৰ দাস নগৰ কংগ্ৰেছ কমিটিৰ সম্পাদক হোৱাৰ উপৰি বৰপেটা জিলা কংগ্ৰেছ কমিটিৰো সহকাৰী সম্পাদক হৈছিল। তেখেতে মহাত্মা গান্ধীৰ গঠনমূলক কামৰ আঁচনি অনুসৰি তেতিয়াৰ সমগ্ৰ বৰপেটা মহকুমাৰ গাওঁ অঞ্চলত মাদকদ্ৰব্য বৰ্জন, বিদেশী বস্ত্ৰ বৰ্জন, অস্পৃশ্যতা বৰ্জন, কপাহৰ খেতি কৰি সূতা কাটি খদ্দৰ পৰিধান কৰা আদি কামবোৰৰ ব্যাপক প্ৰচাৰত ব্ৰতী হয়। ১৯২৮ চনত তেখেত বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ

সাধাৰণ সম্পাদক হয় আৰু ১৯২৯ চনত অসম প্ৰাদেশিক কংগ্ৰেছৰ কাৰ্যনিৰ্বাহক সদস্য হয়। ১৯৩০ চনত আইন অমান্য আন্দোলনত বৰপেটা কীৰ্ত্তন-ঘৰৰ সন্মুখত তেখেতে স্বৰাজৰ পতাকা উত্তোলন কৰি ছমাহ কাৰাবাস খাটে। ১৯৩৪ চনত তেখেত বৰপেটা পৌৰসভাৰ সভাপতি আৰু ১৯৪১ চনত বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি হয়। সেইবাৰ মহেন্দ্ৰমোহন চৌধুৰী বৰপেটা জিলা কংগ্ৰেছৰ সম্পাদক হৈছিল।

বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি হৈ থাকোঁতে অক্ষয় কুমাৰ দাসে ভৈয়াম জনজাতীয় অঞ্চলত কাম কৰাৰ উদ্দেশ্যে মহাত্মা গান্ধীৰ আঁচনি অনুসৰি বৰনগৰৰ কামাৰ গাঁৱত এখন 'গান্ধী আশ্ৰম' খোলে। কামাৰ গাৱঁৰ নিষ্ঠাবান গান্ধীভক্ত লোক মোহন চন্দ্ৰ ভকতে আশ্ৰমৰ বাবে দহ বিঘা মাটি দান কৰাত অক্ষয় কুমাৰ দাসে তাতে আশ্ৰম প্ৰতিষ্ঠা কৰি লোকপ্ৰিয় গোপীনাথ বৰদলৈ দ্বাৰা উদ্বোধন কৰাইছিল। ফলকখন এতিয়াও তাত দেখা যায়। এসময়ত এই কামাৰগাঁও গান্ধী আশ্ৰমখন গঠনমূলক কামৰ প্ৰাণ-কেন্দ্ৰ আছিল। আশ্ৰমখনৰ অধ্যক্ষ আছিল ৱাৰ্ধাৰ পৰা প্ৰশিক্ষণ লৈ অহা গান্ধীবাদী কৰ্মী ডাঃ প্ৰিয়নাথ শৰ্মা। পৰিচালন সম্পাদক আছিল প্ৰবীণ শিক্ষাবিদ চিন্তাহৰণ পাটগিৰি।

ভাৰত ত্যাগ আন্দোলনত কাৰাবাস খাটি ওলাই অহাৰ পাছত ১৯৪৫ চনত অক্ষয় কুমাৰ দাসে প্ৰথম বাৰৰ বাবে কংগ্ৰেছ-প্ৰাৰ্থী হিচাপে বৰপেটা লোকেল বোৰ্ডৰ-প্ৰাৰ্থী হিচাপে বৰপেটা লোকেল বোৰ্ডৰ সভাপতি নিৰ্বাচিত হৈ ১৯৫০ চনলৈ দক্ষতাৰে কাৰ্যনিৰ্বাহ কৰে। স্বাধীনতাৰ পাছত অসম বিধান সভাৰ নিৰ্বাচন অনুষ্ঠিত হোৱাত তেখেতে সৰভোগ সমষ্টিৰ পৰা একেৰাহে দুবাৰ (১৯৫২,১৯৬২) কংগ্ৰেছ প্ৰাৰ্থী নিৰ্বাচিত হয়। দহ বছৰ ধৰি বিধান সভাৰ সদস্য হৈ থকা কালত তেখেতৰ ন্যায়-বিবেচনা আৰু কামৰ একনিষ্ঠালৈ লক্ষ্য কৰি চৰকাৰে তেখেতক বহু দায়িত্বপূৰ্ণ পদৰী যাচিছিল। তাৰ ভিতৰত পঞ্চায়ত তদন্ত সমিতি, কেন্দ্ৰীয় চৰকাৰৰ মৰাপাট সমিতি, পাব্লিক একাউণ্ট্‌চ্‌ কমিটি ৰ সদস্য আদি উল্লেখযোগ্য। তেখেতে বৰপেটাৰ আনন্দ বজাৰত স্থাপিত আবাসিক বিদ্যালয় গিৰিশ বিদ্যাপীঠৰ ন্যাস সমিতিৰো সভাপতি আছিল।

বৰপেটা সত্ৰৰ পবিত্ৰ ভূমিত কেতিয়াও জোতা নিপিন্ধা, সদায় শুভ্ৰ খদ্দৰ পৰিধান কৰা, সদায় সত্য আৰু ন্যায়ৰ পথত থকা অজাতশত্ৰু এই নেতাজনৰ পৰলোকপ্ৰাপ্তি (১৯৮০ চন, ১৩৮৬ শক ২১ পুহ)ৰ লগে লগে এটি যুগৰ প্ৰতিনিধিত্ব কৰা এজন ব্যক্তি আৰু এটি প্ৰতিভাশালী ব্যক্তিত্বৰ অৱসান ঘটিল। ৰাজনৈতিক, সামাজিক আৰু ব্যক্তিগত জীৱনতো তেখেত সদাচাৰী আছিল। একালে ক্ষমতা আৰু আনকালে ত্যাগ

আৰু সত্যৰ মাজত ভাৱসাম্য ৰক্ষা কৰি তেখেত জনহিতকৰ কামত ব্ৰতী হৈছিল। অনাড়ম্বৰ জীৱন, নিভাঁজ দেশ-প্ৰেম, নিস্বাৰ্থ সমাজ-সেৱা, উদাৰ মানৱ-প্ৰীতি আৰু ন্যায়-নীতিৰ ক্ষেত্ৰত তেওঁৰ আছিল এক আপোচবিহীন লোক। ●

# সমাজ-সেৱক অক্ষয় কুমাৰ দাসৰ পুণ্য স্মৃতিত

হনুমান প্ৰসাদ আগৰৱালা

আজিৰ পৰা এক শ বছৰ আগতে আমাৰ অসম ভূমিৰ এজন ভোটাতৰা স্বৰূপ অক্ষয় কুমাৰ দাসৰ জন্ম হৈছিল আমাৰেই দ্বাৰকা-মথুৰাপুৰী সদৃশ পুণ্যভূমি বৰপেটা ধামত ১৮৯৯ চনৰ মাৰ্চ মাহৰ ১৬ তাৰিখে। আমি জনা মতে তেখেত নিচেই ল'ৰা কালৰ পৰাই চিন্তাশীল, অতি বিনয়ী আৰু মানৱ-প্ৰেমী স্বভাৱৰ আছিল।

মই মোৰ ১৫ বছৰ ল'ৰা বয়সৰ পৰাই সৌভাগ্যক্ৰমে অক্ষয় কুমাৰ দাসৰ সান্নিধ্য পাইছিলোঁ। তেখেতক মই মোৰ কুমলীয়া কালৰ পৰাই এক প্ৰকাৰ গুৰু ৰূপেই গ্ৰহণ কৰিছিলোঁ। তেখেতৰ দৈনন্দিন জীৱনৰ ঋষিতুল্য আচাৰ-ব্যৱহাৰে আমাক মোহিত কৰি সৎ শিক্ষা প্ৰদান কৰিছিল। তেখেতে কিছুকাল বৰপেটা কংগ্ৰেছৰ সভাপতি ৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। তেখেত মনে-প্ৰাণে জাতিৰ পিতা মহাত্মা গান্ধীৰ অনুগামী আছিল। বিমলা প্ৰসাদ চলিহা যেতিয়া আমাৰ মুখ্যমন্ত্ৰী আছিল সেই সময়ত অক্ষয় কুমাৰ দাস কিছু দিনলৈ এম.এল.এ. পদত আছিল। তেখেতে ভৰিত জোতা-চেণ্ডেল ব্যৱহাৰ কৰা দেখা নাছিলোঁ। স্বদেশী আন্দোলনত ব্ৰতী হৈ নিজে সূতা কাটি সেই সূতাৰ কাপোৰেৰে নিজৰ পিন্ধন-উৰণ আদি ব্যৱহাৰ কৰিছিল। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সত্যাগ্ৰহী হৈ তেখেতে কেবাবাৰো জেল খাটিছিল। বৰ্তমানৰ মন্ত্ৰী-এম.এল.এ সকলে কিন্তু সৰ্বসাধাৰণ ৰাইজক বিশ্বাসঘাতকতা কৰি নিজৰ আৰু পৰিয়ালৰ প্ৰভুত্ব আৰু ধন ঐশ্বৰ্যৰ বাবেহে দিনে-নিশাই চিন্তা কৰে। অক্ষয় কুমাৰ দাস ইয়াৰ ওলোটা স্বভাৱৰ আছিল। ৰাইজৰ সেৱাই আছিল তেওঁৰ জীৱনৰ মহাব্ৰত। আমাৰ বানপানী, দুখীয়াৰ নানা প্ৰকাৰৰ দুখ-দুৰ্গতি, বেমাৰ-আজাৰ ইত্যাদিৰ ক্ষেত্ৰত তেখেতে নিজে গৈ সেৱা-শুশ্ৰূষা কৰিহে আনন্দ পাইছিল। অক্ষয় কুমাৰ দাসৰ আহ্বানত ময়ো তেখেতৰ সহযোগী আছিলো সাধ্যানুযায়ী।

বৰপেটাৰ এম.চি. কলেজ, বি.এইচ. কলেজ, বৰপেটাৰোডৰ গোপীনাথ বৰদলৈ হাইস্কুল, বৰপেটাৰোড পৌৰসভা আদি বহুতো অনুষ্ঠান-প্ৰতিষ্ঠান স্থাপন কাৰ্যত তেখেত আগ বঢ়ুৱা আছিল। আমি এই বিধায়ক কামত তেখেতক এজন মহান পুৰুষ বুলি গণ্য কৰিছিলোঁ। গুৰুত্বপূৰ্ণ হোৱাটো মহৎ কিন্তু প্ৰকৃত মহৎ হোৱাটো আৰু গুৰুত্বপূৰ্ণ।

অক্ষয় দাসে যিমান বিপদ-আপদ হ'লেও কেতিয়াও মানুহৰ ওচৰত ব্যক্তিগত কথা প্ৰকাশ নকৰিছিল আৰু হাত নাপাতিছিল। উদাহৰণ স্বৰূপে কোৱা যায় যে বিমলা প্ৰসাদ চলিহা যেতিয়া আমাৰ মুখ্যমন্ত্ৰী হৈ আছিল, সেই সময়তে সমাজ-সেৱক অক্ষয় কুমাৰ দাসে এম.এল.এ. হৈ কাৰ্যনিৰ্বাহ কৰি আছিল। দাসৰ গুণগ্ৰাহীসকলে তেখেতক মন্ত্ৰী পদলৈ উন্নীত কৰাৰ কাৰণে মুখ্যমন্ত্ৰী চলিহাক ছিলঙত গৈ অনুৰোধ কৰাত চলিহাই সন্মতি দিছিল যদিও অক্ষয় কুমাৰ দাসে নিজে মন্ত্ৰী হ'বলৈ ইচ্ছা নকৰিলে। অক্ষয় কুমাৰ দাসে কাৰো ওচৰত কোনো লাভৰ কাৰণে কোনো দিনেই শিৰ নত নকৰিছিল।

এনে এজন সমাজসেৱী মহান পুৰুষৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপনৰ বাতৰিয়ে আমাক আনন্দিত কৰিছে। স্বৰ্গীয় অক্ষয় কুমাৰ দাসৰ জীৱন ধাৰাৰ কৰ্মপদ্ধতিয়ে অসমৰ উন্নতিকামীসকলক অগ্ৰগতিৰ আলোক প্ৰদান নিশ্চয় কৰিব। ●

# আমাৰ প্ৰিয় উকিল মামাৰ স্মৃতিত

দিগম্বৰ দাস

ভাৰতৰ স্বাধীনতা সংগ্ৰাম স্বদেশ-প্ৰেমৰ এক অমৰ কাহিনী। ভাৰতৰ অহিংস সংগ্ৰামী জনগণৰ ত্যাগ, নিষ্ঠা, সততা, অক্লান্ত পৰিশ্ৰম, ধৈৰ্য, সাহস আৰু অদমনীয় মনোবলৰ গুণত আজি আমি বিশ্বৰ আগত এখন স্বাধীন ৰাষ্ট্ৰৰ স্বাধীন নাগৰিক বুলি সগৌৰৱে পৰিচয় দিব পাৰিছোঁ। ভাৰতীয় জাতীয় কংগ্ৰেছৰ দ্বাৰা পৰিচালিত এই স্বাধীনতা আন্দোলনত অসমৰ যিসকল ব্যক্তিয়ে বলিষ্ঠ নেতৃত্ব দিব পাৰিছিল, তেওঁলোকৰ ভিতৰত বৰপেটাৰ অক্ষয় কুমাৰ দাস আছিল অন্যতম।

অক্ষয় কুমাৰ দাস সম্বন্ধত মোৰ মামা আছিল — আমি তেওঁক 'উকিল মামা' বুলিছিলোঁ। গান্ধীজীৰ আহ্বানত আনৰ লগতে অক্ষয় কুমাৰ দাসে ওকালতি এৰি দি দেশ সেৱাত লাগি পৰিছিল। ১৯২১ চনৰ প্ৰথম অসহযোগ আন্দোলনৰ পাছতে তেওঁ কলিকতাত এম. এ. পঢ়া এৰি দি ভাৰতৰ মুক্তি সংগ্ৰামত জপিয়াই পৰিছিল আৰু তেতিয়াৰ পৰা মৰণ কাললৈকে (১৯৮০) তেওঁ ভাৰতীয় জাতীয় কংগ্ৰেছৰ যোগে দেশ আৰু জাতিলৈ উৎসৰ্গিত সেৱা আগবঢ়াইছিল। তাৰ বিনিময়ত তেওঁ ধন-মান, পদ-মৰ্যদা একোকে নিবিচাৰিছিল। অক্ষয় দাসৰ জীৱন স্বেচ্ছাই বৰণ কৰা দুখ আৰু নিৰ্যাতনেৰে ভৰা আছিল। অসহযোগ আন্দোলনত তেওঁ তিনিবাৰ কাৰাদণ্ড ভোগ কৰিছিল। এই সময়ছোৱাত পুলিচে ২/৩ বাৰ তেওঁৰ আমবাৰী হাটীত থকা ঘৰ খানাতালাচী কৰিছিল। অসহযোগ আন্দোলন চলি থাকোঁতেই তেওঁৰ সহধৰ্মিনী গিৰিবালা দাস দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈ মৃত্যু মুখত পৰে। সংসাৰত এৰি থৈ যায় দুটি কন্যা আৰু এটি শিশু ল'ৰা। এই সাংসাৰিক বিপৰ্যয়তো বিচলিত নহৈ মোমাইদেৱে একাণ-পতীয়াভাৱে কংগ্ৰেছৰ কামত লাগি থাকে। সুদীৰ্ঘ কাল জিলা কংগ্ৰেছৰ সভাপতি স্বৰূপে তেওঁ বৰপেটা মহকুমাৰ গাঁৱে-ভূঞে সাংগঠনিক কামত ঘূৰি ফুৰিছিল। প্ৰতি গাঁৱৰে অন্ততঃ মুখিয়ালসকলৰ ঘৰ তেওঁ চিনি পাইছিল। বিশেষকৈ গাঁওৰ দুখীয়া

লোকৰ অভাব-অভিযোগৰ প্ৰতি অক্ষয় দাস সচেতন আছিল। ৰাইজে তেওঁক সন্মান কৰিছিল আৰু মানি চলিছিল। অসহযোগ আন্দোলনৰ প্ৰথম ভাগত বড়ো-কছাৰী আদি জনজাতি লোকৰ পৰা যথেষ্ট সঁহাৰি পাইছিল। বৰপেটা জিলাৰ উত্তৰস্থ জনজাতি অঞ্চলৰ বহুতো কৰ্মীয়ে অক্ষয় দাসৰ অনুপ্ৰেৰণাত স্বদেশী আন্দোলনত যোগ দি কাৰাবৰণ ভুগিছিল। গান্ধীবাদী অক্ষয় দাসে সহজ-সৰল জীৱন যাপন কৰিছিল। ওৰে জীৱন খদ্দৰৰ ধুতি আৰু পিৰান পিন্ধিছিল, খালী ভৰিৰে থাকিবলৈ ভাল পাইছিল, শোৱা বিছনাখনত আৰামী তুলী নাছিল — এখন সতৰঞ্চি আৰু এখন সাধাৰণ কপাহী চাদৰ। চিলঙত থাকোঁতে এনেকি জাৰকালিও তেওঁ ভৰিত এযোৰ সাধাৰণ চেণ্ডেল আৰু গাত এখন এৰীয়া চাদৰহে লৈছিল।

স্বাধীনতা আন্দোলনৰ সময়ত তেওঁৰ বাসভৱন দেশভক্ত তৰুণৰাম ফুকন প্ৰমুখ্যে নেতাসকলৰ জিৰণী ঠাই আছিল। স্বৰ্গীয় বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা আদি নেতাসকল মুখ্যমন্ত্ৰী হৈ থাকিলেও বৰপেটালৈ আহিলে অক্ষয় দাসৰ ঘৰত প্ৰশাসন সম্পৰ্কীয় দিহা পৰামৰ্শ লৈছিল। অক্ষয় কুমাৰ দাসৰ ইংৰাজী ভাষাত বিশেষ ব্যুৎপত্তি আছিল — অসম চৰকাৰৰ সৰ্বোচ্চ মহলত গুৰুত্বপূৰ্ণ বিষয়ত তেওঁ চিঠিপত্ৰৰ drafting ত সহায় কৰিছিল। তেওঁৰ ইংৰাজী হস্তাক্ষৰ মুকুতাৰ দৰে ধুনীয়া আছিল। কলেজীয়া দিনত Palgrave ৰ Golden Treasury of English Poems ত কবিৰ পৰিচয়, মূলভাব আদি কবিতাবিলাকৰ marginত কপিং পেঞ্চিলেৰে ইমান ধুনীয়াকৈ সৰু সৰু আখৰেৰে লিখি ৰাখিছিল যে সেইবোৰ বহু বছৰ পাছলৈ নতুনৰ দৰে স্পষ্ট হৈ আছিল। 'Handwriting is the index of mind' বোলা কথাষাৰ তেওঁৰ জীৱনত প্ৰমাণিত হৈছিল।

মোমাইদেউ প্ৰচাৰ বিমুখ আছিল - তেওঁৰ সতীৰ্থ বন্ধুসকলে এইকথা ভালদৰে জানিছিল। তেওঁ এজন নীৰৱ কৰ্মী নেতা আছিল। কথাতকৈ কামতহে তেওঁৰ আগ্ৰহ বেছি আছিল। স্বাধীনতাৰ আগতে আৰু তাৰ পাছত তেওঁ বহুতো সন্মানীয় পদবী লাভ কৰিছিল আৰু সেই গুণে সমাজৰ হিতকৰ কাম কৰাৰ সুযোগ পাইছিল। তাৰ এটা খতিয়ান চমুকৈ তলত দাঙি ধৰা হ'ল —

(১) ১৯৩৪ চনত বৰপেটা পৌৰসভাৰ চেয়াৰমেন নিৰ্বাচিত হয়।

(২) ১৯৪৬ চনত বৰপেটা লোকেল বোৰ্ডৰ চেয়াৰমেন নিৰ্বাচিত হয়।

(৩) তাৰ পাছত স্কুল বোৰ্ডৰ চেয়াৰমেন মনোনীত হয়।

(৪) ১৯৫২ আৰু ১৯৬২ চনত দুবাৰ সৰভোগ সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্বাচিত হয়। এই সময়ছোৱাত চৰকাৰে তেওঁক গুৰুত্বপূৰ্ণ বোৰ্ড / কমিটিৰ

অধ্যক্ষ / সভ্য স্বৰূপে মনোনীত কৰিছিল। এই সন্দৰ্ভত ৭/৭/৯৫ তাৰিখৰ 'The Sentinel' কাকতৰ পৰা এটি উদ্ধৃতি দিয়া হ'ল —

(From a letter to the editor dt. 7.7.95)

"Barpeta is connected with Guwahati by the Bapeta Hajo Road which is the shortest of the three routes. The road was developed and made motorable as' far back as in 1956 if I remember correctly, due to the untiring efforts of the late lamented AkshayKumar Das, the then M.L.A. who was a prominent member of the Road Communication Board at that time."

তেওঁ সৰভোগ সমষ্টিৰ বিধাযক থকা কালতে সমষ্টিৰ অন্তৰ্গত মানাহ অভয়াৰণ্যৰ মাজেদি বাঁহবাৰী বাগানৰ পৰা মঠনগুৰিলৈ ১৬ কিল মিটাৰ দৈৰ্ঘ্যৰ পথটো উন্নীত কৰি চাৰিচকীয়া যানবাহনৰ চলাচল প্ৰৱৰ্তন কৰিছিল। প্ৰথমখন Land Rover গাড়ীত তেতিয়াৰ অসমৰ বিত্তমন্ত্ৰী মতিৰাম বৰা, গড়কাপ্তানী মন্ত্ৰী সিদ্ধিনাথ শৰ্মা, বনমন্ত্ৰী ৰাম নাথ দাস আৰু সংসদীয় সচিব মহেন্দ্ৰ মোহন চৌধুৰী মঠনগুৰিলৈ গৈ পথটোৰ শুভ উদ্বোধন কৰিছিল। অক্ষয় কুমাৰ দাসৰ প্ৰচেষ্টাতে মঠনগুৰিত দেশ বিদেশৰ পৰ্যটকসকলৰ থকাৰ সুবিধাৰ্থে প্ৰথম এটা বঙলা ঘৰ সজা হৈছিল। এতিয়া এই মানাহ অভয়াৰণ্য (মানাহ ব্যাঘ্ৰ প্ৰকল্প) অসম বা ভাৰত কিয়, বিশ্বৰ ভিতৰত এখন সুন্দৰ পৰ্যটকৰ ৰম্যভূমি হৈ পৰিছে।

অক্ষয় দাসৰ ৰাজহুৱা উন্নয়নমূলক কাৰ্যৰ খতিয়ান এনেকুৱা চমু প্ৰবন্ধ এটিত শেষ কৰা সম্ভৱ নহয়। তেৱেঁ তেতিযাৰ বৰপেটা মৌজা গ্ৰাহক সমবায় ষ্টোৰৰ যোগেদি বৰপেটা চহৰত প্ৰথম বিজুলী সৰবৰাহৰ ব্যৱস্থা কৰিছিল ৩১/১২/৫৫ ইং তাৰিখৰ পৰা। ১/২/৬৪ ইং তাৰিখৰ পৰা এই কাম অসম ৰাজ্যিক বিদ্যুৎ পৰিষদে হাতত লোৱাৰ আগলৈকে বিজুলী যোগানৰ কাম এনেকুৱা সন্তোষজনক আছিল যে বিদেশী জাৰ্মান ইঞ্জিনিয়াৰে তাৰ ভূয়সী প্ৰশংসা কৰিছিল। অক্ষয় কুমাৰ দাসৰ প্ৰচেষ্টাতে তেতিয়াৰ কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰী বিজয় চন্দ্ৰ ভাগৱতীৰ সৌজন্যত বৰপেটাত টেলিফোনৰ কেন্দ্ৰ স্থাপিত হৈছিল।

সৰ্বসাধাৰণ ৰাইজে অক্ষয় কুমাৰ দাসক সাধাৰণতে এজন কংগ্ৰেছী লোক বুলিহে জানিছিল। দৰাচলতে তেওঁ এজন বহুমুখী প্ৰতিভাসম্পন্ন গুণী পুৰুষ আছিল। তেওঁ বৰপেটা সত্ৰৰ বিখ্যাত সূত্ৰধাৰ বংশৰ লোক আছিল। তেওঁৰ পিতৃ স্বৰ্গীয় মনহৰি

দাস (বাবু) সত্ৰীয়া কলা-সংস্কৃতিৰ এজন বিশিষ্ট ওজা আছিল। অক্ষয় দাসে পিতাকৰ পৰা এই বিষয়ত যথেষ্ট জ্ঞান লাভ কৰিছিল আৰু ডেকা বয়সত ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানত শুদ্ধ সুৰ-তালত বৰগীত পৰিৱেশন কৰিছিল। তেওঁৰ মাতৃ বৃন্দাৱলী দাস সুন্দৰীদিয়া নিবাসী বাউসী পৰগণাৰ অধিপতি সুপ্ৰসিদ্ধ অতিৰাম বৰুৱাৰ বংশৰ জিয়াৰী আছিল।

শিক্ষা আৰু সংস্কৃতিৰ ক্ষেত্ৰতো অক্ষয় কুমাৰ দাসৰ অৱদান শ্ৰদ্ধাৰে স্মৰণীয় হৈ থাকিব। অসহযোগ আন্দোলনৰ সময়ত তেওঁ ত্যাগী পুৰুষ হৰিপ্ৰসাদ ব্ৰহ্মচাৰী আৰু বসন্ত কুমাৰ ওজাৰ সৈতে ছাত্ৰ সংগঠনৰ নেতৃত্ব দিছিল আৰু প্ৰতিকূল পৰিৱেশতো ১৯৩০ চনত বৰপেটা বিদ্যাপীঠ প্ৰতিষ্ঠাত তেওঁ আগভাগ লৈছিল। বৰপেটাৰ মাধৱ চৌধুৰী কলেজ, হাউলীৰ বি. এইচ. কলেজ, বৰনগৰ কলেজ আৰু নানা উচ্চ শিক্ষানুষ্ঠানৰ লগত তেওঁ জড়িত আছিল। সেইদৰে বৰপেটাৰ ৰাজহুৱা প্ৰেক্ষাগৃহ মিলন মন্দিৰ স্থাপনতো অক্ষয় কুমাৰ দাসে বিশিষ্ট ভূমিকা লৈছিল। মিলন মন্দিৰৰ প্ৰথম থিয়েটাৰ দলক উকিল পাৰ্টিৰ থিয়েটাৰ বোলা হৈছিল যিহেতু তাৰ বুজন সংখ্যক উদ্যোক্তা উকিল আছিল। এসময়ত অক্ষয় কুমাৰ দাস এই থিয়েটাৰ দলৰ সংগীত পৰিচালক আছিল। তেওঁ গানৰ 'চোক্‌ৰা' বিলাকক সেই সময়ৰ সুললিত অসমীয়া গীতৰ শিক্ষা দিছিল। মঞ্চৰ নেপথ্য সংগীতবিলাকো উচ্চ মানৰ আছিল। সেই গীতবোৰৰ উপযুক্ত সংৰক্ষণ হ'লে আজি অসমীয়া আধুনিক সংগীতৰ মাধুৰ্য চৰিলহেঁতেন। আমি সৰুতে তেওঁৰ ঘৰলৈ উৎসৱ পাৰ্বণত গ'লে তেওঁ আমাক চ'ৰাঘৰলৈ মাতি নিছিল আৰু হাতত এচৰাজ লৈ সুমধুৰ জাতীয় সংগীতৰ তালে তালে গীত জুৰিছিল। আমি সমৱেত কণ্ঠত সেই গীত গাইছিলোঁ। বৰপেটাৰ এজন নাট্যকাৰ আৰু 'সংগ্ৰাম' বোলছবিৰ পৰিচালক স্বৰ্গীয় অমৰ পাঠকে এবাৰ তেওঁৰ এটি প্ৰবন্ধত এইদৰে স্মৃতিচাৰণ কৰিছিল — 'ৰাজনৈতিক আন্দোলনৰ সমদল বিলাকত ঘাইকৈ অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ গীতবোৰকেই তেতিয়া বেছিকৈ গোৱা হৈছিল। এই গীতবোৰক সঠিক সুৰত গাবলৈ শিকাই দিছিল বৰপেটা তথা অসমৰ মুক্তিযোদ্ধা নেতা স্বৰ্গীয় অক্ষয় কুমাৰ দাস, বি. এল. দেৱে আৰু সেইবোৰৰ ৰিহাৰ্চেল কৰা হৈছিল প্ৰধানতঃ বৰপেটা শংকৰ হল লাইব্ৰেৰীৰ ঘৰতেই'।

অসম সাহিত্য সভাৰ ৩৪তম অধিৱেশন ১৯৬৯ চনত বৰপেটাত অনুষ্ঠিত হৈছিল। অক্ষয় কুমাৰ দাস এই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি আছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি তথা ৰাজহ মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ সান্নিধ্যত অক্ষয় বাবুৱে অভ্যৰ্থনাৰ দায়িত্ব এনে নিয়াৰিকৈ পৰিচালনা কৰিছিল যে হেজাৰ-

বিজ্ঞাৰ প্ৰশংসামুখৰ প্ৰতিনিধিয়ে উভতি যাওঁতে বৰপেটাৰ সুনাম কঢ়িয়াই নিছিল।

১৯৭১ চনত অসম বিজ্ঞান সমিতিৰ পঞ্চদশ বৰপেটা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ গুৰুদায়িত্বও তেওঁ অতি কৃতিত্ব সহ পালন কৰিছিল।

এনেজন সাধুকৃতি পুৰুষৰ এশ বছৰীয়া জন্ম-জয়ন্তীত এই অভাজনে হিয়াভৰা শ্ৰদ্ধাঞ্জলি আগবঢ়াইছোঁ। অক্ষয় কুমাৰ দাসৰ যশ-কীৰ্ত্তি অক্ষয় হৈ থাকক, ইয়াকে ভগৱানৰ ওচৰত নতশিৰে প্ৰাৰ্থনা জনাইছোঁ। ●

# অক্ষয় বাবুৰ নীতি-বচন

জগন্নাথ দাস

অক্ষয় কুমাৰ দাসদেৱলৈ এনেকৈ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিবলৈ পোৱাটো মোৰ পক্ষে পৰম সৌভাগ্যৰ কথা।

শ্ৰদ্ধেয় অক্ষয় কুমাৰ দাসদেৱক আমি অক্ষয় বাবু বুলিয়ে সম্বোধন কৰিছিলোঁ। অনাড়ম্বৰ, স্বাৱলম্বী, স্বল্পভাষী, স্থিতপ্ৰজ্ঞ, অতি উচ্চ ব্যক্তিত্বৰ এই ব্যক্তিগৰাকীৰ প্ৰতিটো মন্তব্য যেন একো একোটা মেক্সিম।

'চাৰ্টিফিকেট বহুতেই নিয়ে, পৰীক্ষাও দিয়ে, চাকৰিহে নাপায়।'

লোকসেৱা আয়োগৰ পৰীক্ষাৰ বাবে দৰ্খাস্তৰ লগত অক্ষয় বাবুৰ এখন চাৰ্টিফিকেট গাঁথি দিব পৰাটো আমাৰ বাবে গৌৰৱৰ কথা বুলিয়ে ভাবিছিলোঁ, যিটো সময়ত একমাত্ৰ 'merit'ৰ ভিত্তিতেই চাকৰি পোৱা গৈছিল।

চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবাৰ্ষিকী উৎসৱ। ৰাধা বাবু (ৰাধাকান্ত দাস)ৱে পতাকা উত্তোলন কৰিব ৰাতিপুৱা ৮ বজাত। আগদিনা অক্ষয় বাবুৱে খবৰ কৰিছিল ৰাধাবাবুক গুৱাহাটীৰ পৰা অনাৰ ব্যৱস্থাৰ কথা। আমি জনালোঁ 'অমুকক পঠিয়াইছোঁ। তেওঁ স্মৃতিগ্ৰন্থৰ কপিৰ লগতে তেওঁক অনাৰ ব্যৱস্থা কৰিব।'

'সাথান আছে না নাই?'

সঁচা-সঁচিকৈ মানুহজনৰ সাথান নাছিল, নোৱাৰিলে। ইয়াৰ পৰা ৰাতাৰাতি গাড়ী পঠিয়াই ৰাধাবাবুক আনি সময়মতে পতাকা উত্তোলন কৰোৱা হ'ল। সেই উৎসৱৰ সকলো কাৰ্যসূচী সুচাৰুৰূপে সম্পন্ন হৈছিল অক্ষয় বাবুৰ দিহা-পৰামৰ্শমতে।

- 'হিচাপ হ'লনে?'

'নাই, এতিয়াও কেবাটাও চাঁদাৰ বহী ফিৰি অহা নাই।'

- 'সেইবোৰ ফিৰি নাহে। বৰ্তমান হাতত যি আছে সোনকালে তাৰ ব্যৱস্থা কৰিব লাগে।'

সঁচাকৈয়ে বাকী বহীবোৰৰ বেছি ভাগেই ফিৰি নাহিল, হাতত থকা টকাও

নাবাঢ়িল। এই স্কুলৰ শতবাৰ্ষিকী বঁটাই আজিও অক্ষয় বাবুৰ দূৰদৰ্শীতাৰেই কথা সোঁৱৰাই বৰ্তি আছে।

শতবাৰ্ষিকী স্মৃতিগ্ৰন্থত অক্ষয় বাবুৰ 'মোৰ হাইস্কুলৰ স্মৃতি' নামৰ অতি সাৰুৱা আৰু তথ্য সম্বলিত প্ৰবন্ধটোৱে প্ৰায় ৯০ বছৰ আগৰ তেওঁ পঢ়া মহকুমাৰ একমাত্ৰ হাইস্কুলখনৰ স্পষ্ট ছবি প্ৰকাশ কৰিছে।

-'অমুকে কেনে পঢ়ায় ?'

'খুউব ভাল, ......অত এইটো বিষয় পঢ়ায় ; ল'ৰাবোৰেও তেওঁক ভালপায়।'

'ল'ৰাই ভালপোৱা বুদ্ধি বহুতৰ আছেচোন ?' এই মন্তব্যত মোৰ ক'বলগা একো নাছিল।

- 'ৰুটিনৰ কপি এটা দিবিচোন।'

স্কুললৈ অহাত পলম হ'লে অক্ষয় বাবুৰ ঘৰৰ আগেৰে আহিবলৈ সংকোচ কৰি নদীৰ পাৰৰ ৰাস্তাৰে ঘূৰি অহা শিক্ষক লগ পাইছিলোঁ এটা সময়ত। অক্ষয় বাবুৰ অভিভাৱকত্ব স্বতঃস্ফুৰ্তভাৱে মানি লোৱাৰে এয়া নিদৰ্শন।

ফখৰুদ্দিন আলী আহমেদ লোকসভাত আৰু অক্ষয় বাবু বিধান সভাত কংগ্ৰেছৰ প্ৰাৰ্থী। শুধ বগা আৰু সামান্য পিক্ ৰঙৰ বলধ গৰু কংগ্ৰেছৰ প্ৰতীক।

- 'মোৰ অকলে আঁৰি দিয়া পোষ্টাৰবোৰ গুচাবি।'

'কিন্তু ভেৰালদি, পালহাজী অঞ্চলত দেখোন লাল গৰু ফখৰুদ্দিন চাহাবৰ বিৰুদ্ধে বুলি প্ৰচাৰ কৰিছে। আমিতো চাহাবৰ একো অপপ্ৰচাৰ কৰা নাই।'

- 'আনে যি কৰে কৰক। পোষ্টাৰ মাৰিলে, কেনভাচ কৰিলে দুয়োৰে একেলগে কৰিবি।'

'আপোনাক ভোটটো দিম, কিন্তু আনটোৰ কথা নক'ব।'

- 'তেনেহ'লে মোকো দিব নালাগে।' অক্ষয় বাবুৰ ভোট কেনভাচৰ নমুনা এয়া।

নিৰ্বাচনত হৰা বা জিকা একোতে তেওঁ অধীৰ বা উত্ৰাৱল নহৈছিল। মতাদৰ্শৰ বিনিময়ত অইন একোৰে লগত Compromise নকৰিছিল এই স্থিত-প্ৰজ্ঞ মহান ব্যক্তিগৰাকীয়ে।

সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ ৰাহি ধনখিনি মুছলিম নাৰী সমাজৰ নিৰক্ষৰতা দূৰীকৰণৰ বাবে খৰছ কৰিবলৈ মত ব্যক্ত কৰিছিল অক্ষয় বাবুৱে। কাৰণ মুছলিম নিৰক্ষৰ মহিলাৰ টিপ চহীৰ অপব্যৱহাৰ কৰি তেওঁলোকক প্ৰতাৰণা কৰে এচাম অসৎ লোকে। ভাৰত চৰকাৰৰ প্ৰাপ্ত বয়স্কৰ শিক্ষানীতি প্ৰচলনৰ বহুবছৰ

আগেয়েই এনে কথা তেওঁ চিন্তা কৰিছিল।

ছোৱালীবোৰে বোৱাকটা, ৰন্ধা-বঢ়াকে আদি কৰি ঘৰুৱা কাম কৰাটো তেওঁ পছন্দ কৰিছিল।

এবাৰ হেনো কাপোৰ বই থকা বৌৱেকক তেওঁ সুধিছিল –

-'এইখন কি কাপোৰ?'

-'আঁঠুৱাৰ কাপোৰ'

-'হয় নেকি, মহ পুহিবৰ ভাল হ'ব।'

এইবুলি কৈ তেওঁ গ'লগৈ।

বৌৱেকে কথাষাৰৰ তৎ ধৰিব পৰা নাছিল বহুদিনলৈকে যে তেওঁ আঁঠুৱাৰ কাপোৰ বৈ আছিল ক'লা সূতাৰে। ●

# অক্ষয় বাবুক মই কি দৰে জানিছিলো

ধৰণীধৰ চৌধুৰী

বৰ্তমান অসম আৰু ভাৰতবৰ্ষৰ যি ৰাজনৈতিক পৰিৱেশ, ৰাজনীতিৰ লগত সংযুক্ত নেতাসকলৰ যি অকল্পনীয় আচৰণ সেই পৰিস্থিতিত অক্ষয় কুমাৰ দাস নামৰ বৰপেটা তথা অসমৰ গান্ধীবাদী ৰাজনৈতিক নেতাজনৰ জীৱনালেখ্য চৰ্চা কৰিলে নতুন প্ৰজন্মৰ সকলোৱে তেওঁক নাটক বা উপন্যাসৰ এটি কল্পিত চৰিত্ৰ বুলিহে ভাবিব বুলি মোৰ বিশ্বাস। আজিৰ যুৱ সমাজে তেনেকুৱা ব্যক্তিৰ সান্নিধ্য নাপায়। অৱশ্যে অক্ষয় বাবুৰ দিনত আচাৰ্য বিনোৱাভাৱে প্ৰমুখ্যে আৰু বহু নেতা আছিল যিসকলে জন্মভূমিৰ সেৱাত সম্পূৰ্ণভাৱে আত্মোৎসৰ্গ কৰি নিজৰ সুখ-সম্পদ, পৰিয়াল পৰিজনৰ কথাও নাভাবি কেৱল জনগণৰ সেৱাতে ব্ৰতী হৈ আনন্দ লাভ কৰিছিল। নীতিত আছিল তেওঁলোক নিষ্ঠাবান, কৰ্মক্ষেত্ৰত আছিল দৃঢ় প্ৰতিজ্ঞ। সংগ্ৰামী আৰু আচৰণত আছিল অতি মানৱীয় গুণসম্পন্ন। এই সকল নেতাৰ বিয়োগত মহাত্মা গান্ধীৰ সপোনৰ ভাৰত-আকাশ আছিল মেঘাচ্ছন্ন।

১৮৯৯ চনত বৰপেটাত জন্মগ্ৰহণ কৰি ১৯২০ চনত অক্ষয় বাবুৱে কটন কলেজৰ পৰা ইংৰাজীত অনাৰ্চ সহ বি,এ, পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ এম, এ আৰু ল (আইন) শ্ৰেণীত নাম লগাইছিল। এনেতে আহিল ১৯২১ চনৰ মহাত্মাৰ অসহযোগ আন্দোলন। তেওঁ পঢ়া-শুনা বাদ দি সেই আন্দোলনত জপিয়াই পৰিল। ১৯৩১ চনত অসহযোগ আন্দোলন সংক্ৰান্তত তেওঁৰ ১৮ মাহ কাৰাদণ্ড হ'ল। ১৯৪২ চনত আৰু দুবছৰৰ কাৰাদণ্ড, অৱশ্যে তাৰ আগে আগে তেওঁ গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা বি, এল, পাছ কৰিছিল আৰু বৰপেটাত ওকালতি আৰম্ভ কৰিছিল। কিন্তু ওকালতিতকৈ জনসেৱা আছিল তেওঁৰ মুখ্য কৰ্ম আঁচনি। তেওঁ বৰপেটাৰ পৌৰসভা আৰু লোকেল বোৰ্ডৰ চেয়াৰমেনো নিৰ্বাচিত হৈছিল। ১৯৫২

আৰু ১৯৬২ চনত বৰনগৰ সমষ্টিৰ পৰা বিধান সভালৈ নিৰ্বাচিত হৈছিল কিন্তু ১৯৩৭ চনত পৰাধীন ভাৰতত প্ৰথম নিৰ্বাচনত তেওঁ বৰপেটা সমষ্টিৰ পৰা বিধান সভালৈ প্ৰাৰ্থী হিচাপে মনোনীত হৈয়ো তেওঁৰ আন এজন কংগ্ৰেছী বন্ধুৰ অনুৰোধত আসনখন এৰি দিছিল। তেতিয়াৰ মুখ্যমন্ত্ৰী মেধি ডাঙৰীয়াই তেওঁক মন্ত্ৰীৰ পদ দিব খোজাত তেওঁ সেই প্ৰস্তাৱো প্ৰত্যাখ্যান কৰিছিল।

১৯৫২ চনত মই এবাৰ চিলঙলৈ গৈ তেতিয়াৰ তাৰ পুলিচ অধীক্ষক নৰেন বৰশইকীয়াৰ ঘৰত আলহী আছিলোঁ। আমি বাতৰি কাকতৰ পৰা জানিছিলোঁ যদিও শইকীয়াই অক্ষয় বাবুক মন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীৰ চৰকাৰী আবাস গৃহত কিদৰে তেওঁৰ এজন আত্মীয় ডেকাই হাতত চুৰি লৈ মাৰিবলৈ খেদি গৈছিল সেই ঘটনাটো বিশদভাৱে বিবৰি ক'লে। তেওঁ আৰু ক'লে যে সেই ডেকাজন এজন চৰকাৰী কৰ্মচাৰী; যদি কেচটোৰ কিবা এটা আপোচ-মীমাংসা নহয়, তেনেহ'লে ডেকা জনৰ কাৰাদণ্ড অৱশ্যম্ভাৱী আৰু পৰিয়ালটোৰ সৰ্বনাশ হ'ব। মই শইকীয়াক কেচটোৰ চাৰ্জচিট দিয়াত অলপ পলম কৰিবলৈ অনুৰোধ কৰি অক্ষয় বাবুক লগ ধৰিলোঁগৈ। মই এইবোৰ লেঠাত কিয় সোমাব গৈছোঁ বুলি কৈ প্ৰথমতে ভোৰ ভোৰাই উঠিল। পাছত বহু সময় কথা-বতৰা হোৱাৰ শেষত কেচটোৰ তেওঁ কোনো তদাৰক নকৰে বুলি আশ্বস্ত হৈ আহি শইকীয়াক জনালোঁ। সেই সংক্ৰান্তত অক্ষয় বাবুৱে মোক কৈছিল যে ডেকাজনে তেওঁক আক্ৰমন কৰিছিল, কিয়নো তেওঁ হেনো কামেশ্বৰ বাবুক কৈ তেওঁ এটি S.D.C. পদ পোৱাত সহায় নকৰিলে। কামেশ্বৰ দাস তেতিয়া অসম লোকসেৱা আয়োগৰ চেয়াৰমেন আছিল। অক্ষয় বাবুৱে মোক আৰু কৈছিল যে কামেশ্বৰ বাবুও তেওঁৰ আত্মীয়, কিন্তু লোকসেৱা আয়োগৰ চেয়াৰমেন হোৱাৰ পাছত তেওঁ কেতিয়াও তেওঁৰ ঘৰলৈ যোৱা নাই। প্ৰসাশনিক বিষয়াৰ পদো যদি লোকসেৱা আয়োগৰ কাৰ্যাবোৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি দিয়াৰ ব্যৱস্থা হয় অৰ্থাৎ প্ৰকৃত অৰ্হতা আদিৰ সুবিচাৰ নহয় তেন্তে ৰাজ্যৰ প্ৰশাসন এদিন প্ৰহসনত পৰিণত হ'ব আৰু সেয়ে নীতিগতভাৱে তেওঁ এই বিলাকৰ ঘোৰ বিৰোধী আছিল।

১৯৫৭ চনৰ কথা। সেইবাৰ বৰপেটা সমষ্টিৰ নিৰ্বাচনত অক্ষয় বাবু কংগ্ৰেছ দলৰ প্ৰাৰ্থী। মই সেই সমষ্টিৰ জোনেল অফিচাৰ। নিৰ্বাচনৰ তাৰিখৰ আগে আগে এদিন এখন ভিতৰুৱা গাওঁলৈ গৈছিলোঁ কেন্দ্ৰ পৰিদৰ্শনৰ কাৰণে। উভতি আহিবৰ সময়ত তাৰ এঘৰ সম্ভ্ৰান্ত মানুহে একাপ চাহ খাবলৈ অনুৰোধ কৰাত মই গ'লোঁ। মই দেখিলোঁ মানুহ ঘৰৰ চ'ৰাঘৰৰ বাৰাণ্ডাৰ ওচৰতে বন-জংঘল গজি এটা অস্বাস্থ্যকৰ পৰিৱেশ হৈছে। আহিবৰ সময়ত সেই বিষয়ে আঙুলিয়াই দিয়াত মানুহজনে ক'বলৈ

ধৰিলে যে এম, এল, এ মন্ত্ৰীসকলে তেওঁলোকৰ কাৰণে একো নকৰে কাৰণে সেই অৱস্থা হৈছে। মোৰ অলপ খং উঠিল। মই ক'লো যে তেনেহ'লে অক্ষয় বাবু বা আন কোনোবা মন্ত্ৰীয়ে আহি সেইখিনি চাফ কৰি দিলেহে হ'ব নেকি? গ'ল কথা গুচিল। আমি গুচি আহিলোঁ। তাৰ দুদিন মান পাছতেই অক্ষয় বাবুৱে মোক মাতি পঠিয়ালে। মই তেওঁক লগ পোৱাৰ লগে লগে প্ৰশ্ন কৰিলে মই সেই গাওঁলৈ যোৱাৰ বিষয়ে। মই নিৰ্বাচন কেন্দ্ৰ চাবলৈ যোৱা বুলি ক'লোঁ। তেওঁ ক'বলৈ ধৰিলে যে সেই দিনা গাওঁখনত মই হেনো তেওঁৰ সমৰ্থনত কিছু কথা কৈছোঁ যিয়ে নিৰ্বাচনৰ প্ৰাৰ্থী হিচাপে তেওঁৰ সপক্ষে যাব পাৰে। মই গোটেই কথাখিনি বিৱৰি ক'লোঁ। তথাপি তেওঁ কৈয়ে থাকিল যে চৰকাৰী কৰ্মচাৰীসকল প্ৰশাসনৰ মেৰুদণ্ড। তেওঁলোকে দলীয় ৰাজনীতিৰ দ্বাৰা প্ৰভাৱান্বিত হ'লে ভাৰতৰ গণতন্ত্ৰ এদিন বিপৰ্যয়ৰ সন্মুখীন হ'ব পাৰে আৰু সেই কথা আমি যেন সদায় মনত ৰাখোঁহঁক।

সেই নিৰ্বাচনত তেওঁ পৰাজয় বৰণ কৰিছিল। হঠাৎ মোলৈ আৰু এদিন তেওঁৰ ডাক পৰিল। তেওঁ মোক সুধিলে এজন নিৰপেক্ষ ব্যক্তি হিচাপে মই তেওঁৰ পৰাজয়ৰ কাৰণ কি বুলি ভাবোঁ। প্ৰশ্নটোৰ উত্তৰ দিয়াত মই যথেষ্ট চিন্তা কৰিব লগা হৈছিল। কাৰণ তেওঁ বা কথাবোৰ কি ভাবে লয়! তথাপি তেওঁৰ মোৰ প্ৰতি থকা ভালপোৱা আৰু বিশ্বাসৰ সাহসত মই কৈ পেলালোঁ যে তেওঁৰ নিজ দলৰ বহু কৰ্মীয়ে তেওঁৰ বিপক্ষে কাম কৰাৰ কাৰণে সেই অৱস্থা হ'ল। তেওঁ সহজে কথাটো মানি লোৱা যেন দেখা নগ'ল। মোৰ কিন্তু দৃঢ় বিশ্বাস আছিল যে মই সঁচা কথাকে কৈছিলোঁ। সেই সময়ত বৰপেটাৰ ৰাজনৈতিক বতাহ বেলেগ দিশত ববলৈ আৰম্ভ কৰিছিল। পাকিস্তানৰ দাবী তোলা বহু লীগ পন্থী আৰু স্বাধীনতা আন্দোলন কালত সৈন্য বাহিনীৰ ঘাটিৰ ঠিকা-ঠুকুলি কৰা বহু লোক তেতিয়া কংগ্ৰেছ দলৰ সভ্য হৈছিল। অক্ষয় বাবুৰ দৰে নেতাক সমৰ্থন কৰিলে তেওঁলোকৰ সান্দহ খোৱা বালি তল যাব বুলি ভয় হৈছিল।

অক্ষয় বাবুৱে পিন্ধনত অতি সধাৰণ ধুতি পাঞ্জাবি ব্যৱহাৰ কৰিছিল। জোতা পিন্ধা আমি দেখা নাছিলোঁ। ১৯৫৬ চনত বৰপেটাত এখন ডাঙৰ ৰাজনৈতিক সভা অনুষ্ঠিত হৈছিল। সেই সভাত প্ৰধান মন্ত্ৰীৰ প্ৰতিনিধি হিচাপে ইন্দিৰা গান্ধী যোগ দি তিনিদিন আছিল। বৰপেটাৰ চাৰ্কিট হাউচতো সেই সময়ত সভা হৈছিল আৰু ইন্দিৰা গান্ধী তাত প্ৰথম আলহী হৈছিল। মই চাৰ্কিট হাউচৰ ভাৰপ্ৰাপ্ত বিষয়া আছিলোঁ। ইন্দিৰা গান্ধীৰ লগত আহাৰৰ সময়ত তেতিয়াৰ মুখ্যমন্ত্ৰী মেধিয়ে অক্ষয় বাবুক সদায় নিমন্ত্ৰণ কৰিছিল। সেই ভোজমেললৈও আহোঁতে তেওঁ ভৰিত জোতা পিন্ধা নাছিল আৰু দাড়িখিনিও খুৰোৱা নাছিল। এদিন এটা ডাঙৰ ৰহস্য হ'ল। তেতিয়া শীতৰ বতৰ।

মোৰ এজন বন্ধুৱে ক'লে যে অতিপাত শীত পৰিছে। মই ক'লো শীতৰ দিনত শীত পৰিবই, তাত আৰু কি বিশেষত্ব থাকিব পাৰে? তথাপি তেওঁ কৈয়ে থাকিল যে সিদিনাৰ শীতৰ মাত্ৰা অত্যধিক। মই তেওঁক ঠাট্টা কৰি সুধিলোঁ যে তেওঁ বতৰ বিজ্ঞানৰ প্ৰশিক্ষণ লৈছে নেকি? তেওঁ উত্তৰ দিলে যে বতৰ বিজ্ঞান যন্ত্ৰতকৈও বেছি নিৰ্ভৰযোগ্য তেওঁৰ সিদ্ধান্ত এই কাৰণে যে তেওঁ সিদিনা অক্ষয় বাবুক এযোৰ কাপোৰৰ জোতা ভৰিত পিন্ধা দেখি আহিছে।

১৯৬৭ চনত মই S.D.C. হিচাপে বাঘবৰ চাৰ্কোলৰ পৰা তামোলপুৰলৈ বদলিৰ হুকুম পাইছিলোঁ। ঠিক সেই সময়তে মিলন মন্দিৰৰ 'মহামতি অশোকৰ' নাটকৰ আখৰা চলি আছিল। ময়ো মিলন মন্দিৰত অভিনয় কৰিছিলোঁ। কিন্তু সেইবাৰ বদলিৰ হুকুম পাই ব্যস্ততাৰ কাৰণে পাৰ্ট লোৱা নাছিলোঁ আৰু এদিনো আখৰালৈ যোৱা নাছিলোঁ। মই যিদিনা কৰ্মভাৰ সমজাই দিলোঁ সিদিনাই থিয়েটাৰৰ দিন। বাঘবৰ চাৰ্কোলৰ অফিচ তেতিয়া মিলন মন্দিৰৰ ওচৰতে আছিল। মই চাৰিমান বজাত আজৰি হৈ অভিনয় কেতিয়া আৰম্ভ হ'ব খবৰ লৈ ঘৰলৈ যাবলৈ ওলালোঁ। কিন্তু অতি আচৰিতভাৱে মই মঞ্চৰ পদুলি পাওঁতেই তাৰ বিশিষ্ট অভিনেতা কেইজনে মোক কোনোবা নতুন বিশিষ্ট আলহীৰ নিচিনাকৈ সাদৰি মঞ্চত সুমুৱালে। মই কথাটো কি বুজি নাপাই হতবাক। তেতিয়া তেওঁলোকে ক'বলৈ আৰম্ভ কৰিলে যে সিদিনাৰ নাটকৰ বিশিষ্ট চৰিত্ৰ অৰ্থাৎ উপগুপ্তৰ ভাও লোৱা অভিনেতাজন কলেৰা সদৃশ বেমাৰত আক্ৰান্ত হৈ শয্যাশায়ী হৈছে; দুঘণ্টাৰ পাছতে অভিনয় আৰম্ভ হ'ব লাগে। সকলো টিকটৰ অগ্ৰীম বিক্ৰী হৈছে। গতিকে মই উপগুপ্তৰ চৰিত্ৰটোৰ অভিনয় কৰি তেওঁলোকক উদ্ধাৰ কৰিব লাগে। মই বহুবাৰ বুজাবলৈ চেষ্টা কৰিলোঁ যে মই নাটকখনো পঢ়া নাই আৰু আখৰাও কৰা নাই, গতিকে কিদৰে সেইটো সম্ভৱ হ'ব পাৰে। কিন্তু মোৰ প্ৰতিবাদ নিটিকিল। উপায়ন্তৰ হৈ মই ক'লা পেন্ট, কোট খুলি গেৰুৱা বসন পৰিধান কৰি মঞ্চৰ এচুকত নাটকখন লৈ বহিলোঁ।

কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'অভিসাৰ' নামৰ কৰিতাটো মোৰ খুব প্ৰিয়। সেইটো মই কেবা ঠাইত আবৃত্তিও কৰিছোঁ। সেই কবিতাৰ উপগুপ্ত চৰিত্ৰটো মনত ভাঁহি উঠিল। মই এটি শিহৰণ অনুভৱ কৰিলোঁ। কল্পনা ৰাজ্যত মই উপগুপ্ত হৈ বিচৰণ আৰম্ভ কৰিলোঁ। অভিনয় আৰম্ভ হ'ল। মোৰ দৃশ্য ওলোৱাত ধীৰ পদক্ষেপে মঞ্চত প্ৰৱেশ কৰি অভিনয় কৰি গ'লোঁ। প্ৰথম দৃশ্যটো শেষ হোৱাৰ পাছত স্মাৰক জানকী শৰ্মাদেৱে আহি বাৰে বাৰে ক'লে — 'ধৰণী, খুব ভাল হৈছে, দৰ্শকে তুমি যে আখৰা নকৰাকৈ অভিনয় কৰিছা ধৰিব পৰা নাই।' অভিনয় শেষ হ'ল। মঞ্চৰ ভিতৰত দেখোঁ

অক্ষয় বাবু ; তেওঁ মোৰ ফালে আগুৱাই আহি মূৰত হাত থৈ আশীৰ্বাদ দি ক'লে যে তেওঁ মোৰ অভিনয় খুব ভাল পাইছে আৰু এই নাটকৰ উপগুপ্ত চৰিত্ৰটিহে তেওঁৰ সদায় মনত থাকিব। বাহিৰত কঠুৱা যেন লগা ৰাজনৈতিক নেতা এজনৰ সংস্কৃতিৰ প্ৰতি সূক্ষ্ম অনুভূতিৰ প্ৰকাশ দেখি আচৰিত মানিলোঁ। মনতে ভাব হ'ল তেওঁ নিশ্চয় উপগুপ্তৰ চৰিত্ৰত নিজৰ চাৰিত্ৰিক সান্নিধ্য বিচাৰি পাইছিল, কিয়নো গৃহী হ'লেও তেওঁ সন্ন্যাসীৰ নিচিনাই আছিল। ●

# অক্ষয় বাবুৰ সান্নিধ্যত

অখিল বিহাৰী দাস

বৰপেটাৰ কীৰ্ত্তন-ঘৰ শংকৰ-মাধৱৰ অপাৰ গুণ মহিমামণ্ডিত পৱিত্ৰ ধৰ্ম-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ য'ত আকাশে-বতাহে মুখৰিত হৈ থাকে 'হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে বহে অমৃতৰ নদী' ধ্বনি আৰু সেই অমৃত ৰস পান কৰিবৰ বাবেই চৌদিশৰ পৰা নিতৌ আকৰ্ষিত হৈ আহে অগণন ভক্ত। বৰপেটাৰ এই সাংস্কৃতিক ইতিহাসৰ উপৰি কীৰ্ত্তন ঘৰৰ সম্মুখ ভাগ (দালানৰ পৰা উত্তৰ হাঁটীৰ বাট-ঘৰালৈ)ৰ সৈতে আন এক অলিখিত ৰাজনৈতিক ইতিহাস জড়িত হৈ আছে।

কংগ্ৰেছী আন্দোলন, অসম জাতীয় মহাসভাৰ অসম ৰক্ষাৰ আন্দোলন, ছাত্ৰ-সংগঠনৰ দাবী পূৰণৰ হকে কৰা সকলো ধৰণৰ আন্দোলনৰ কেন্দ্ৰভূমি বৰপেটা কীৰ্ত্তন ঘৰৰ সম্মুখভাগ। ইয়াতেই অনুষ্ঠিত হয় সকলো ধৰণৰ সভা-সমিতি, আৰম্ভ হয় শোভাযাত্ৰা। এই ঠাইতেই অনুষ্ঠিত বিৰাট ৰাজহুৱা সভাত অসম কেশৰী অম্বিকাগিৰীয়ে গভীৰ বেদনা প্ৰকাশ কৰি এদিন কৈছিল -'অসমখন গেল, কিবা এটা কৰ।' এই ঠাইতেই মহাত্মা গান্ধীৰ আহ্বানত ১৯৩৯-৪০ চনত ঘনশ্যাম দাস, গোলোক চন্দ্ৰ পাঠক আদিয়ে ব্যক্তিগত সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰিছিল। যিকোনো সভা-সমিতি পাতিবলৈ হ'লে কীৰ্ত্তন ঘৰৰ আগ ঠাইৰ বাহিৰে আন ঠাই কোনোৱে কেতিয়াও ভবা নাছিল। স্বাধীনতাৰ আগলৈকে বৰপেটা কীৰ্ত্তন ঘৰৰ আগ ঠাইখিনি আছিল বৰপেটা কংগ্ৰেছৰ প্ৰধান কেন্দ্ৰ। পাছত বৰপেটা কংগ্ৰেছ সাংগঠনিক দিশত কিছু পৰিমানে আগবঢ়াত বৰপেটাৰ দহাটীৰ বাপুসকলে দান দিয়া মাটিত ১৯৪০ চন মানত এটি সাধাৰণ খেৰী পঁজা সাজি সেইটোকে বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ অফিচ হিচাপে ব্যৱহাৰ কৰা হয়। স্বাধীনতা পোৱাৰ পাছত আৰু কংগ্ৰেছৰ শক্তি বৃদ্ধি হোৱাত পঁজাৰ ঠাইত তাত এটি দোতালা ঘৰ উঠিল। কংগ্ৰেছৰ মেল-মিটিংবোৰ তাতেই বহিছিল। ১৯৬০-৬২ চন মানত দোতালা ঘৰটো অগ্নি-নিৰ্বাপক বাহিনীক ভাৰালৈ দি কংগ্ৰেছ অফিচ মৰানদীৰ পাৰলৈ উঠাই নিয়ে। বহুদিনলৈ এই দোতালা ঘৰটো কংগ্ৰেছ-ভৱন

নামেই জনাজাত আছিল। কংগ্ৰেছে এই ঐতিহাসিক স্মৃতি-চিহ্নটো নষ্ট কৰাত দহাটীৰ বাপুসকলে ভীষণ মনোকষ্ট পায় আৰু পাছত বাপুসকলে ভৱনটো নিজৰ হাতলৈ নিয়ে।

বৰপেটা কীৰ্ত্তন-ঘৰৰ সম্মুখতে আমাৰ ঘৰ। আমাৰ ঘৰ আৰু প্ৰয়াত গোপাল দাস (গান্ধী)ৰ ঘৰ লগালগি। মাজত মাথোন এখন সাধাৰণ বেৰ। আমাৰ ঘৰৰ সম্মুখতে ফাটাহাটীৰ যাদৱ চন্দ্ৰ দাসৰ দোকান। প্ৰয়াত দাস যোগান বিভাগৰ অৱসৰপ্ৰাপ্ত উপ-সঞ্চালক শ্ৰীদ্বীজেন দাসৰ দেউতাক। সেই সময়ত কীৰ্ত্তন-ঘৰৰ সম্মুখত বৈকুণ্ঠ দাস, উপেন্দ্ৰ নাথ দাস (দক্ষিণ হাটী), বিপিন চন্দ্ৰ দাস (নহাটী) প্ৰমুখ্যে কেবাজনৰো কাপোৰৰ দোকান। সেয়ে কীৰ্ত্তন-ঘৰৰ আগখিনিক বোলা হয় 'ঠাকুৰ বজাৰ'।

প্ৰয়াত যাদৱ চন্দ্ৰ দাস (আমি তেওঁক জেঠা বুলি মাতিছিলোঁ) এজন দেশপ্ৰেমিক আছিল। তেওঁৰ দোকানত এখন বাংলা দৈনিক 'যুগান্তৰ' ৰাখিছিল। তেতিয়া অসমীয়া দৈনিক কাকত ওলোৱা নাছিল। দুপৰীয়া কিছু সংখ্যত ভকত কীৰ্ত্তন-ঘৰৰ নাম-প্ৰসংগলৈ আহি যাদৱ জেঠাৰ দোকানৰ টিনৰ ঢাপৰ তলত বহি লয়, প্ৰসংগৰ সময় নোহোৱা পৰ্যন্ত। তেনেদৰে গোটখোৱা দহ-বাৰজন ভকতক লক্ষীকান্ত দাস (বৃন্দাবন হাটী, কানানগো), দণ্ডী দত্ত (ছোৱালী এম-ভি স্কুলৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক) আদিয়ে যুগান্তৰ পঢ়ি দেশ-বিদেশৰ, কংগ্ৰেছী আন্দোলনৰ বাতৰিবোৰ পঢ়ি দিয়ে। ই যেন এক ৰাজনৈতিক প্ৰশিক্ষণ কেন্দ্ৰ। আমি তেতিয়া নিচেই সৰু। দলাহাটী পাঠশালা স্কুললৈ অহাযোৱা কৰো মাত্ৰ। সেই ভাগতে সুবিধা পালে স্কুলৰ পৰা পলাই আহি যাদৱ জেঠাৰ দোকানৰ গাদীৰ এফালে লেপেটা কাঢ়ি বহি বয়স্কসকলৰ কথা-বতৰাবোৰ শুনো। কিন্তু একো বুজি নাপাওঁ।

লাহে লাহে অলপ ডাঙৰ হ'লোঁ। বৰপেটা বিদ্যাপীঠৰ Class III ত নাম লগালোঁ। প্ৰধান শিক্ষক বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীক দেখিলেই ভয়তে কোঁচ-মোচ খোৱা অৱস্থা। তেতিয়া মানুহৰ মুখত এটি নাম বৰকৈ শুনো - 'অক্ষয় বাবু'। চিনি নাপাও কোন তেওঁ অক্ষয় বাবু। তেওঁ হেনো বৰপেটা কীৰ্ত্তন ঘৰৰ সম্মুখত বহা কংগ্ৰেছৰ সকলো মেল-মিটিঙতে উপস্থিত থাকে, বক্তৃতাও দিয়ে। কীৰ্ত্তন ঘৰৰ সম্মুখত সভাসমিতি বহিলে সমজুৱাসকল বহিবলৈ সতৰঞ্চি পাৰি দিছিল ধ্যানলাল মজুমদাৰ, কুমুদ চন্দ্ৰ দাস, পৰমানন্দ দাস প্ৰমুখ্যে ন-হাটীৰ একনিষ্ঠ কংগ্ৰেছ সেৱকসকলে। শুনিছোঁ পৰমনন্দ দাস প্ৰখ্যাত আইনজীৱী জগদীশ চন্দ্ৰ মেধিৰ সহপাঠী আছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ ফলত স্কুলীয়া শিক্ষাৰ পৰা বঞ্চিত হয় যদিও তেওঁ অতি মেধাৱী ছাত্ৰ আছিল। আবেলি তিনি-চাৰিমান বজাত কেইজনমান কংগ্ৰেছী নেতা

আহি সভাস্থলিত বহি পৰে। তেতিয়াও আবেলিৰ ৰ'দজাক তেওঁলোকৰ গাত পৰি থাকে। সভাৰ কাম আৰম্ভ কৰিবলৈ মানুহ গোট খোৱালৈ অপেক্ষা কৰি থকা হয়। গোপালদাৰ আগৰপৰাই সভাবোৰত বহি থকা অভ্যাস হৈছিল। পাছত গোপালদাৰ লগত ভয়ে ভয়ে মহো সভাৰ কাৰণে পাৰি ৰখা সতৰঞ্চিত বহিবলৈ ল'লোঁ। ২০-২৫ জনমান মানুহ গোট খালেই মধুসূদন দাসে কংগ্ৰেছৰ হৈ বক্তৃতা আৰম্ভ কৰে। লাহে লাহে কীৰ্ত্তন-ঘৰৰ আগ ভৰি পৰে সমজুৱা লোকেৰে। নেতাসকলে এজন এজনকৈ উঠি গান্ধী-নেহৰুৰ কথাবোৰ বুজাই দিয়ে। এনেদৰে কংগ্ৰেছৰ সভাত বহি বক্তৃতা শুনি থাকোঁতে অক্ষয় কুমাৰ দাস নামৰ মানুহজনক চিনি পোৱা হ'লোঁ - সুন্দৰ স্বাস্থ্যৰ, বগা খদ্দৰৰ পাঞ্জাবি আৰু ধুতি পিন্ধা, শুদা ভৰিৰে খোজ কঢ়া অক্ষয় বাবুক। তেতিয়া তেওঁক বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি বুলিও জানিছিলোঁ। কীৰ্ত্তন-ঘৰৰ সমুখত বহা প্ৰত্যেকখন কংগ্ৰেছ সভাত দীঘলীয়া বক্তৃতা দিছিল মধুসূদন দাস, মহেন্দ্ৰ মোহন চৌধুৰী, গিৰীশ্চন্দ্ৰ চৌধুৰী আদিয়ে। অক্ষয় বাবুৰ ভাষণত কোনো কথাৰে বাহুল্য নাছিল। তেওঁৰ ভাষণ আছিল স্পষ্ট আৰু to the point।

১৯৪৫ চন। কংগ্ৰেছৰ হৈ নিৰ্বাচনী প্ৰচাৰ কাৰ্যৰ বাবে পণ্ডিত জৱাহৰলাল নেহৰু অসমলৈ অহাৰ কথা জনা গ'ল। বৰপেটালৈ অহাৰ কোনো কাৰ্যসূচী নাছিল। সেই সময়ত মই বৰপেটা ছাত্ৰ-সংঘৰ সহকাৰী সম্পাদক আৰু বৰপেটা বিদ্যাপীঠৰ অষ্টম শ্ৰেণীৰ ছাত্ৰ। নৰহৰি দাস (পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক) ছাত্ৰ সংঘৰ সম্পাদক। তেওঁ তেতিয়া কলিকতাত এম.এছ.চি পঢ়ি আছিল। বিশ্বনাথ ওজা (পাছত বনবিভাগৰ উপসচিব), গোপাল গান্ধী ছাত্ৰ-সংঘৰ উপদেষ্টা। বিশ্বদাদাৰ সৈতে আলোচনা কৰি নেহৰুক বৰপেটালৈ অনাৰ কথা পাতিলোঁ। দুয়ো লগ লাগি জিলা কংগ্ৰেছৰ সভাপতি অক্ষয় বাবু, সম্পাদক মধুসূদন বাবু, মহেন্দ্ৰমোহন চৌধুৰী প্ৰমুখ্যে নেতৃবৃন্দৰ কোনো অনুমতি নোলোৱাকৈ সোণাপতি দেৱশৰ্মাৰ প্ৰেছত পোষ্টাৰ ছপাই বাছৰ বডিত লগাই দিলোঁ - 'বৰপেটাত জৱাহৰলাল নেহৰু - ২৫ ডিচেম্বৰ।' কংগ্ৰেছ মহলত হুলস্থূল লাগিল। সকলোৰে খং। মদন গান্ধী (মদন দাস) য়ে আমাক ভালকৈ এপালি দিলে। আমি ভীষণ ভয় পালোঁ। অক্ষয় বাবুৱে নেদেখাকৈ দুয়ো আঁৰে আঁৰে ঘূৰা কৰিলোঁ। কংগ্ৰেছ নেতা মহেন্দ্ৰ মোহন চৌধুৰী, মধুসূদনন দাস (তেওঁক ভিনদেউ বুলি মাতিছিলোঁ), উপেন্দ্ৰ নাথ দাসেও ভীষণ খং কৰিলে। অৱশ্যে অক্ষয় কুমাৰ দাসলৈ যিমান ভয় লাগিছিল, তেওঁলোকলৈ আমাৰ সিমান ভয় লগা নাছিল। ইতিমধ্যে তেওঁলোকৰ লগত আমাৰ এটা আত্মীয়তা গঢ়ি উঠিছিল। তেওঁলোকৰ এই খং মৰমসুলভ দাবি বুলি ধৰি লৈছিলোঁ। তেতিয়ালৈকে অক্ষয বাবুৰ সৈতে আমাৰ কোনো ঘনিষ্ঠতা গঢ়ি

উঠা নাছিল। সেয়ে আমি ভয় আৰু শ্ৰদ্ধাৰ ভাবেৰে তেওঁলৈ চাইছিলোঁ। আমি যিমান ডাঙৰ অপৰাধ কৰা বুলি ভয় খালোঁ, অক্ষয় বাবুৱে কথাটো সিমান গুৰুত্বহীন কৰি পেলালে। তেওঁ কোনো বিৰূপ প্ৰতিক্ৰিয়া প্ৰকাশ নকৰিলে আৰু আমাক কোনো ভৎৰ্সনাও নকৰিলে। বৰং তৎক্ষণাত প্ৰদেশ কংগ্ৰেছৰ সৈতে যোগাযোগ কৰি বৰপেটালৈ নেহৰু অহাটো খাটাং কৰি মিউনিচিপাল খেল পথাৰত নেহৰুৰ নিৰ্বাচনী সভাৰ আয়োজন কৰি পোষ্টাৰ ছপালে। নেহৰু বৰপেটালৈ আহিলে ছাত্ৰ-সংঘৰ পৰা এখন অভিনন্দন-পত্ৰ দিয়াৰ সিদ্ধান্ত হ'ল আৰু অক্ষয় বাবুৱে ইয়াত সন্মতি জনালে। ছাত্ৰ-সংঘৰ সম্পাদক যিহেতু কলিকতাত, সিহেতু অভিনন্দন-পত্ৰখন দিয়াৰ ভাৰ মোৰ ওপৰতে পৰিল। মোৰ তেতিয়া খদ্দৰৰ কোনো পোছাক নাছিল। গোপাল গান্ধীয়ে নেৰে ; খদ্দৰ কাপোৰ পিন্ধিহে অভিনন্দন-পত্ৰ দিব লাগিব। শেষত মধুসূদন দাসৰ পৰা এখন ধুতি আৰু মদন গান্ধীৰ পৰা এটা পাঞ্জাবি চোলা লৈ পিন্ধি মঞ্চত উঠিলোঁ। তেতিয়া প্ৰায় আন্ধাৰ হৈ আহিছিল। ফখৰুদ্দিন আলি আহমেদ (পাছত ৰাষ্ট্ৰপতি) চাহাবে সময় বচাবলৈ মোক অভিনন্দন-পত্ৰখন নপঢ়াকৈ হাতে হাতে নেহৰুৰ হাতত দিবলৈ কোৱাত মই তাকে কৰিলোঁ।

পূৰ্বতে মদন গান্ধী, কুমুদ চন্দ্ৰ দাস (সকলোৱে তেওঁক কুমুদ ভকত বুলি মাতে) আৰু সুৰেন্দ্ৰ নাথ চৌধুৰীৰ লগত অক্ষয় বাবুৰ ওচৰলৈ গ'লে তেওঁলোকৰ আলোচনাবোৰত মই অংশ লোৱা নাছিলোঁ। নেহৰুক অভিনন্দন-পত্ৰ দিয়াৰ পাছত তেওঁৰ ওচৰলৈ গ'লে মোক বহিবলৈ কোৱা হ'ল আৰু মোৰ সৈতে দুই এটা কথাও পতা হ'ল। মহেন্দ্ৰমোহন চৌধুৰী, উপেন্দ্ৰ চন্দ্ৰ দাস, ভূমিধৰ দাস (প্ৰাক্তন পৌৰপতি) আদিয়ে মোক তুমি বুলি সম্বোধন কৰিছিল। অক্ষয় বাবুৱে 'তই' বুলি সম্বোধন কৰিছিল। তেওঁৰ এই 'তই' শব্দটোত কি যে আত্মীয়তা বিচাৰি পাইছিলোঁ। এই ঘটনাৰ পাছত তেওঁৰ ওচৰলৈ মই নিঃসংকোচে যাব পৰা হ'লোঁ। যিমানেই তেওঁৰ সান্নিধ্যলৈ আহিলোঁ সিমানেই তেওঁৰ ব্যক্তিত্বই মোক মুহিত কৰিলে। অক্ষয় বাবু আচলতে এক বিৰল ব্যক্তিত্বৰ লোক। তেওঁ ঋষি-মুনিৰ দৰে সত্যবাদী আৰু গান্ধীজীৰ নীতিত অটল বিশ্বাসী। তেওঁ বিশ্বাস কৰা নীতি-আদৰ্শৰ ক্ষেত্ৰত কোনোদিনে তেওঁ আপোচ কৰা নাই। তেওঁ মাতৃহীন সন্তান তিনিটিক মাতৃ-স্নেহেৰে ডাঙৰ-দীঘল কৰিছিল। তেনে এক কঠিন সাংসাৰিক আৰু আৰ্থিক দুৰৱস্থাত আন লোক হোৱা হ'লে দেশ-সেৱা বিসৰ্জন দি পৰিয়ালৰ চিন্তাত দিশহাৰা হ'লহেঁতেন। এই ক্ষেত্ৰত অক্ষয় বাবু এক বিৰাট ব্যতিক্ৰম। তেওঁ কোনোদিনে পৰিয়াল তথা সন্তানৰ কথা চিন্তা কৰা নাই। গান্ধীজীৰ নেতৃত্বত তেওঁ এজন নিৰ্ভীক আৰু অক্লান্ত সৈনিকৰ দৰে কাম কৰি গৈছে। দেশৰ

স্বাধীনতাৰ হকে ত্যাগ আৰু সেৱা কৰাই তেওঁৰ ধৰ্ম। ইচ্ছা কৰা হ'লে তেওঁ ব্যক্তিগত লাভৰ কাৰণে বহু কিবাকিবি কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁৰ তেনে কোনো অভিলাষ নাছিল। সহজ-সৰল জীৱন যাপনেই আছিল তেওঁৰ আদৰ্শ।

অক্ষয় বাবু আছিল অসম কংগ্ৰেছৰ এটা লাইখুটা। গোপীনাথ বৰদলৈয়ে অসমৰ প্ৰধান মন্ত্ৰী আৰু মুখ্যমন্ত্ৰী হোৱাৰ আগে-পাছে অতি গুৰুত্বপূৰ্ণ কথাবোৰত অক্ষয় বাবুৰ পৰামৰ্শ লৈছিল বুলি জানিছিলোঁ। যেতিয়া অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ বৈঠকলৈ যোৱাৰ বাবে টেলিগ্ৰাম আহে, তেওঁৰ হাতত পইচা নাথাকে। মদন বাবুৱে তেওঁক যাতায়তৰ খৰচ দিয়ে।

১৯৬৪-৬৫ চন। অক্ষয় বাবু, মহেন্দ্ৰমোহন চৌধুৰী, ৰাধাকান্ত দাস (অবিভক্ত অসমৰ অতিৰিক্ত শিক্ষাধিকৰ্তা হৈছিল) প্ৰমুখ্যে নেতাসকলে বৰপেটাৰ উন্নয়ন আৰু সৌন্দৰ্য বৃদ্ধিৰ বাবে মৰানদীৰ উত্তৰ পাৰে বৰপেটা কাৰাগাৰ নিৰ্মাণৰ ব্যৱস্থা কৰিলে। তেতিয়া মই 'নতুন অসমীয়া'লৈ এখন দীঘলীয়া চিঠি লিখিলোঁ - মৰানদীৰ পাৰত কাৰাগাৰ নিৰ্মাণৰ বিপক্ষে। উক্ত চিঠিত মই যুক্তি দাঙি ধৰিলোঁ যে মৰানদীৰ পাৰত কাৰাগাৰ নিৰ্মাণ কৰিবলৈ খাল পুতোঁতে বহু টকা ব্যয় হ'ব। তাৰ উপৰি আজি কালিৰ কাৰাগাৰ হ'ব লাগিব সংস্কাৰমূলক আৰু তাৰ কাৰণে লাগিব এটা বিৰাট অঞ্চল। মৰানদীৰ পাৰত সেই সুবিধা নাই। আনহাতে বৰপেটা চহৰৰ দক্ষিণ অঞ্চল একেবাৰে পিছপৰা ; ইয়াত এটাও প্ৰতিষ্ঠান গঢ়ি উঠা নাই। বৰপেটাৰ ভাতকুছি - গণককুছি এটা বিৰাট অঞ্চল। এই অঞ্চলটো মৰানদীৰ পাৰৰ তুলনাত ওখ। ইয়াত কাৰাগাৰ নিৰ্মাণত খৰচ কম হ'ব। ইয়াত জেলৰ সংস্কাৰমূলক আঁচনি কাৰ্যকৰী কৰিবলৈ মাটিৰ অভাৱ নহ'ব। ইয়াৰ দ্বাৰা এই অনুন্নত অঞ্চলটো উন্নত হ'ব। এই চিঠি প্ৰকাশ হোৱাৰ পাছত সাৰদা বালা দাস (তেতিয়া বৰপেটা জিলা মহিলা সমিতিৰ সভানেত্ৰী) ক সভানেত্ৰী পাতি বৰপেটা কীৰ্ত্তন ঘৰৰ সম্মুখত বিৰাট ৰাজহুৱা সভা আহ্বান কৰি গণককুছি - ভাতকুছি অঞ্চলত জিলা কাৰাগাৰ নিৰ্মাণ কৰিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰি চৰকাৰলৈ পঠোৱা হ'ল। এই কামত দামোদৰ দাসে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ইয়াৰ পাছতে বৰপেটাৰ একাংশ লোক মোৰ ওপৰত খৰ্গহস্ত হৈ পৰিল আৰু বাটে-পথে মোক অপদস্ত কৰাত লাগি গ'ল। চিলঙত থকা কিছু সংখ্যক বৰপেটীয়া চাকৰিয়ালেও মোক বেয়া ভাষাৰে সমালোচনা কৰা বুলি শুনিলোঁ। এদিন এগৰাকী জেষ্ঠ্য উকিলে বাটতে মোক ক'লে - 'যা, তইঁতৰ নহাটীতে জেল নিৰ্মাণ কৰ।' মই হাঁহি হাঁহি ক'লোঁ - 'মোৰ ঘৰ উত্তৰ হাটীত বুলি আপুনি বোধহয় নাজানে।' চিলঙৰপৰা সেই সময়ত জেল-মন্ত্ৰী নিকলছ্ ৰয় নামি আহিল। গণককুছি-ভাতকুছি অঞ্চল নিজে চৰজমিন কৰি চাই মৰানদীৰ

পাৰৰ পৰিবৰ্তে উক্ত অঞ্চলতে জেল নিৰ্মাণৰ সিদ্ধান্ত ল'লে। এই ঘটনাৰ পাছতো ৰাধাবাবু, অক্ষয় বাবুৰ ওচৰলৈ গৈছোঁ। কোনোদিনে তেওঁলোকে কাৰাগাৰ প্ৰসংগ লৈ নিজৰ অসন্তুষ্টি ভাব প্ৰকাশ কৰা নাই। বৰং এদিন তেওঁ মোক ক'লে -'মৰানদীৰ পাৰত নিৰ্মাণ কৰাতকৈ তাত নিৰ্মাণ কৰাত ভালেই হৈছে। বৰপেটাৰ সকলোফালে সমানে উন্নতি হ'ব লাগে।'

তেওঁৰ ৰাজহুৱা জীৱনটো পৰিষ্কাৰ আছিল। তেওঁৰ ভিতৰ-বাহিৰ বোলা কথা নাছিল। তেওঁ নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবে কেতিয়াও কাকো ভুৱা প্ৰতিশ্ৰুতি দি পোৱা নাছিল আৰু তেনে প্ৰতিশ্ৰুতি দিয়া মানুহক তেওঁ অন্তৰেৰে বেয়া পাইছিল।

১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচন। নিৰ্বাচনী প্ৰচাৰ কাৰ্যৰ বাবে ভেল্লাত এখন বিৰাট ৰাজহুৱা সভা। সেই সভাত ধনীৰাম তালুকদাৰ, মহেন্দ্ৰমোহন চৌধুৰী, অক্ষয় বাবুৱে বক্তৃতা দিছিল। তাৰপৰা আমি হাউলীলৈ যাওঁ। হাউলীৰ চ'কত সন্ধিয়া সাতমান বজাত খাটালপাৰা অঞ্চলৰ ৰিফিউজীৰ এটা দলে অক্ষয় বাবুক তেওঁলোকৰ হকে কাম কৰি দিবলৈ অনুৰোধ কৰিলে। অক্ষয় বাবুৱে তেওঁলোকৰ কথাবোৰ নীৰৱে শুনিলে। আমি ভাবিছিলোঁ সাধাৰণতে নিৰ্বাচনী প্ৰাৰ্থীসকলে ভোটৰ আশাত যিকোনো কাম কৰি দিম বুলি ভুৱা প্ৰতিশ্ৰুতি দিয়াৰ দৰে অক্ষয় বাবুৱেও কিবা এটা প্ৰতিশ্ৰুতি দিব। কিন্তু তেওঁ চমুকৈ ক'লে কি? - 'ইলেকচনৰ পাছতো যেন এইবোৰ কথা মনত ৰাখে।' মানুহবোৰ নিৰাশ হৈ গুচি গ'ল। মই ক'লোঁ - 'কিবা এটা প্ৰতিশ্ৰুতি দিয়া হ'লে ভাল আছিল নেকি? তেওঁলোকৰ বহুত ভোট আছে।' তেওঁ দপ্‌দপাই উঠিল - 'কিয় মই মিছা প্ৰতিশ্ৰুতি দিম? মই যে কামবোৰ কৰি দিব পাৰিম তাৰ কি নিশ্চয়তা আছে? ইলেকচনত জিকিম বুলি ইলেকচন খেলিব নালাগে।' মই মনতে ভাবিলোঁ, অক্ষয় কুমাৰ দাস সঁচাকৈ এক বিৰল প্ৰকৃতিৰ সত্যনিষ্ঠ লোক। তেওঁ একান্ত স্বাৰ্থশূন্য আৰু নিস্পৃহভাৱে চলিছিল। দেশ তথা সমাজ-সেৱা কৰাই তেওঁৰ অভিলাষ, ক্ষমতাৰ বাঘ-জৰী লবলৈ নহয়। মই জনাত আমবাৰীৰ পিতৃ-ভূমিত থকা তেওঁৰ সাধাৰণ ঘৰটোৰ বাহিৰে কোনোঠাইতেই তেওঁৰ এটুকুৰা মাটি নাছিল। আজিকালিৰ মন্ত্ৰী - এম.এল.এ., ৰাজনৈতিক নেতাৰ কথা বাদেই দিছোঁ, তেওঁৰ সময়তো বহু নেতাই গুৱাহাটীত অন্ততঃ এটুকুৰা মাটি অথবা এটা ঘৰ সাজিছিল।

১৯৬৭ চনত যেতিয়া কংগ্ৰেছ বিভাজন হয়, তেওঁ বৰ দুঃখ পাইছিল। মোৰাৰজী দেশাই, অতুল্য ঘোষ, কামৰাজ আদি syndicate পন্থী অৰ্থাৎ প্ৰগতি বিৰোধী বুলি প্ৰচাৰ হোৱাৰ ক্ষেত্ৰত তেওঁ মোৰ আগত মন্তব্য কৰিছিল - God Control Act যিজন Finance Minister এ পাছ কৰালে, তেওঁ প্ৰগতি বিৰোধী হ'ব পাৰেনে?

কংগ্ৰেছ বিভাজন হোৱাত তেওঁ কংগ্ৰেছ (স) ক সমৰ্থন কৰিছিল। কংগ্ৰেছ (স) ৰ বোম্বাইত বহা এখন সভাত অসম চৰকাৰৰ এজন মন্ত্ৰী যোগ দিয়া কথা বাতৰি কাকতত প্ৰকাশ হোৱাত মই তেওঁক সুধিলোঁ - 'কোন সেইজন মন্ত্ৰী?' তেওঁ হাঁহিলে আৰু শেষত ক'লে - 'আমাৰ মহেন্দ্ৰ। গম পোৱা নাই?'

১৯৬৭ চনৰ ইলেকচন হৈ গ'ল। গণনা হোৱা নাই। তেওঁৰ চ'ৰা-ঘৰত মই, শ্ৰীসতীশ চন্দ্ৰ শৰ্মা আৰু দুজনমান লোক বহি আছোঁ। কিমান ভোট পাব এই লৈ আলোচনা চলিছে। তেওঁ একান্তমনে শুনি আছে, কোনো আবেগ-অনুভূতি নাই। মই ক'লোঁ - 'শ্ৰীমহাদেব দাসৰ Ballot Box টো প্ৰথমতে আছিল। আপোনাৰ Box টো পিছতহে পায়। বৰপেটাৰ বেছিভাগ লোকে গৰুৰ ছবি থকা বাকচটো পোনতে পাই সেইটো আপোনাৰ বুলি ভাবি শ্ৰীমহাদেব দাসৰ বাকচত ভোট দিছে।' তেওঁ অলপ সময় মোৰ পিনে চালে, একো নকলে। মই কথাখিনি ক'বলৈহে পালোঁ, শ্ৰী শৰ্মাই দপ্‌দপাই উঠিল - 'কি কোৱাহে অখিল তুমি? মই কওঁ এওঁ অন্ততঃ বিশ হাজাৰ ভোটত জিকিব।' তেতিয়া অক্ষয় বাবুৱে ক'লে - 'ৰহ, ইয়াৰ কথাটোহে ঠিক যেন লাগিছে।' পাছত দেখা গ'ল অক্ষয় বাবু হাৰিল। শ্ৰীমহাদেব দাস আৰু শ্ৰীহৰি দাস জিকিল। নিৰ্বাচনত হৰাৰ পাছতো তেওঁৰ ঘৰত বহিছোঁ। নিৰ্বাচনত হাৰিলে প্ৰাৰ্থীয়ে সাধাৰণতে আন লোকক দোষাৰোপ কৰে। কিন্তু অক্ষয় বাবু হাৰিছে তেওঁৰ কোনো খেদ নাই। আগৰ নিচিনাই গহীন-গম্ভীৰ হৈ খদ্দৰৰ বগা ধুতি পিন্ধি উদং গাৰে চিয়াৰত বহি আনে কৰা অলোচনা শুনি আছে।

বহুতে তেওঁক বেৰসিক বুলি ভাবে। কাৰণ, তেওঁ খুব কম কথা কয়। কিন্তু তেওঁৰ অন্তৰ আছিল ৰসৰ অমৃত-কুম্ভ, য'ৰ পৰা মহাপুৰুষসকলে দি যোৱা ৰসৰ অমৃত ধাৰা ফল্গু নদীৰ দৰে বৈ থাকে। বৰগীতৰ কথা ওলালত এদিন তেওঁ কৈ গ'ল কেনেকৈ কটন কলেজৰ হোষ্টেলত তেওঁ বৰগীত গাইছিল আৰু কেনেকৈ আজিকালি বৰগীতৰ আচল সুৰত ৰহণ সনা হৈছে। অক্ষয় বাবু এজন আদৰ্শ পুৰুষ আছিল। তেওঁ বহুতক গঢ়ি ৰাজপটত বহুৱালে, নিজে সেই ৰাজপাট নিবিচাৰি অতি সহজ-সৰল জীৱন যাপন কৰি গুছি গ'ল। আজি আমি নিশ্চয় ক'ব লাগিব-বৰপেটাবাসীয়ে তেওঁক বুজি নাপালে। ●

# শতবৰ্ষৰ আলোকত অক্ষয় কুমাৰ দাস

এম ইলিম উদ্দিন দেৱান

বৰপেটাৰ সমাজ-জীৱন তথা ইতিহাসত স্বকীয় ব্যক্তিত্ব, প্ৰতিভা আৰু আদৰ্শনীয় চাৰিত্ৰিক বৈশিষ্ট্যৰে যিসকল লোক উজ্জ্বল হৈ আছে, অক্ষয় কুমাৰ দাস (১৮৯৯ - ১৯৮০) সেইসকলৰ মাজত অন্যতম। গান্ধীবাদী নেতা অক্ষয় কুমাৰ দাস ডাঙৰীয়াই কৰ্ম-পটুতা আৰু ব্যক্তিত্বৰ গৰিমাৰ দ্বাৰা অক্ষয় কীৰ্তি ৰাখি থৈ গৈছে।

ইতিপূৰ্বে প্ৰকাশিত আমাৰ এখন গ্ৰন্থ 'স্মৃতিৰ জানালা' (১৯৯৭) ত 'বৰপেটাৰ চাণক্য' অক্ষয় কুমাৰ দাসৰ স্মৃতি-ৰোমন্থন কৰি লিখিছিলোঁ যে যোৱা অৰ্ধ শতিকা জুৰি অক্ষয় কুমাৰ দাস ডাঙৰীয়াই ক্ষমতাৰ আসনত থাকিয়েই হওক বা নথকাকৈয়েই হওক নিজৰ ব্যক্তিত্বৰ দ্বাৰা বৰপেটাৰ নেতৃত্ব কৰিছে।

অল্পভাষী, দৃঢ়মনা, চাণক্যসুলভ বুদ্ধিমত্তাৰ গৰাকী অক্ষয় কুমাৰ দাস এগৰাকী নীৰৱ কৰ্মী, সৎ চৰিত্ৰ আৰু ব্যক্তিত্বসম্পন্ন লোক আছিল। কোনে কি কয় তালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। নিজৰ বিবেকে যি কয় তাকেই তেওঁ আগ-স্থান দিছিল।

বাহ্যিক ৰূপত 'অক্ষয় বাবু' এজন কঠোৰ মনা আছিল। তেওঁৰ মুখমণ্ডলত হাঁহি খুব কমেই বিৰিঙি উঠা দেখা গৈছিল। সেয়া তেওঁৰ অন্তৰ-মনৰ গভীৰতাৰ পৰিচায়ক।

বৰপেটাৰ সত্ৰীয়া পৰিমণ্ডলত লালিত-পালিত অক্ষয় কুমাৰ দাস সত্ৰীয়া কলা-কৃষ্টিৰ এগৰাকী সেৱক আছিল।

গান্ধীবাদী অক্ষয় কুমাৰ দাস এগৰাকী নিষ্ঠাবান কংগ্ৰেছ কৰ্মী আৰু মুক্তি যুঁজাৰু আছিল।

অক্ষয় কুমাৰ দাস ডাঙৰীয়াক এই লেখকে কংগ্ৰেছৰ দলীয় অনুষ্ঠানত আৰু বৰপেটাৰ সাহিত্য-সংস্কৃতিৰ বিভিন্ন অনুষ্ঠানত নিচেই ওচৰৰপৰা লক্ষ্য কৰিছিল আৰু সান্নিধ্যৰ সুখো লাভ কৰিছিল।

(১)

১৯৬৬ চনৰ ১২ ফেব্ৰুৱাৰীত 'অসম কেশৰী' অম্বিকাগিৰী ৰায়চৌধুৰীদেৱ বৰপেটালৈ আহিছে; তেখেতৰ ওপজা ঠাই দক্ষিণ হাটীৰ নিজ ঘৰত বহি আছে। বৰপেটাৰ ৰাইজে 'অসম কেশৰী'ক ৰাজহুৱা সংবৰ্ধনা জ্ঞাপনৰ উদ্দেশ্যে বৰপেটালৈ বিশেষভাৱে আমন্ত্ৰণ কৰি আনিছে। সংবৰ্ধনা সমিতিৰ সভাপতি অক্ষয় কুমাৰ দাস। 'ৰাজহুৱা সংবৰ্ধনা সভা'ৰ আয়োজন প্ৰায় সম্পূৰ্ণ। সন্ধিয়া 'অসম কেশৰী' আৰু 'বৰপেটাৰ চাণক্য'ৰ সৌজন্যমূলক সাক্ষাৎকাৰ সংঘটিত হৈছে। এটি অপূৰ্ব মিলন-দৃশ্য। অম্বিকাগিৰী ৰায়চৌধুৰী আৰু অক্ষয় কুমাৰ দাসৰ মাজত সমাজ, দেশ আৰু জাতিৰ কথাই ঠাই পাইছে, বৰপেটাৰ উন্নয়নৰ কথা, অসমৰ সমস্যা আৰু ভাৰতৰ ৰাজনৈতিক পৰিমণ্ডলৰ কথা সিদিনাৰ আলাপ-আলোচনাৰ আধাৰ আছিল। এই বিৰল ঘটনাটিৰ নীৰৱ সাক্ষী আছিল অসমৰ লোক-সাহিত্য বিশাৰদ ৰামচন্দ্ৰ দাস, আতা সাহিত্যিক অৰ্জুন চন্দ্ৰ দাস আৰু এই লেখক।

(২)

১৯৬৯ চনত অসম সাহিত্য সভাৰ ৩৬ তম অধিৱেশন বৰপেটাত বহিছিল। অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি আছিল অক্ষয় কুমাৰ দাস। সেইবাৰ কাৰ্যকৰী সভাপতি অক্ষয় কুমাৰ দাসৰ কাৰ্য-কুশলতাত অধিৱেসনখন অতি উত্তম হৈছিল। উক্ত অধিৱেশনৰ সময়তে অক্ষয় কুমাৰ দাসে সাহিত্যিক সাংবাদিক শ্ৰীগোকুল পাঠকৰ দ্বাৰা সম্পাদিত 'আমাৰ দেশ' পত্ৰিকাত 'বৰপেটাত সাহিত্য সভা অধিৱেশন' শীৰ্ষক প্ৰবন্ধ এটি লিখিছিল। পূৰ্ববংগীয় মূলৰ অসমবাসী মুছলমান সমাজক লৈ তেতিয়া এটা বিতৰ্ক চলি আছিল। প্ৰবীণ গান্ধীবাদী নেতা অক্ষয় কুমাৰ দাস ডাঙৰীয়াই এই লেখক-সংশ্লিষ্ট সমাজখনৰ বিষয়ে এটা উপাদেয় মন্তব্য প্ৰকাশ কৰিছে - 'বহিৰাগতৰ চৌৱে আমাক অস্থিৰ কৰি তুলিলে। সৌভাগ্যবশতঃ এই বহিৰাগতসকলৰে এটা ডাঙৰ অংশই অসমীয়া কৃষ্টিৰ প্ৰতি আগ্ৰহশীল হোৱাত আজিও অসমীয়া জাতীয়তাৰ অন্ততঃ ক্ষীণ স্ফুৰণ সমাজত দেখা যায়। অইন বহিৰাগতসকলৰ অসমীয়া কৃষ্টিৰ প্ৰতি অমনোযোগিতা আৰু এটি বুজন সংখ্যকৰ অৱজ্ঞাৰ দৃষ্টি আৰু বিৰোধ আচৰণে অসমীয়া কৃষ্টিৰ অস্তিত্ব সন্দেহজনক কৰি তুলিছে।' অসমৰ জাতীয় জীৱন সম্পৰ্কত অক্ষয় কুমাৰ দাসৰ এই দূৰদৰ্শী উক্তিয়ে আন্ধাৰত খেপিয়াই ঘূৰি ফুৰা ন অসমীয়া মুছলমান

সমাজৰ এই লেখকজনক পোহৰৰ সন্ধান দিছিল। তেতিয়াৰ পৰা তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা-ভক্তি অধিক বাঢ়ি গৈছিল। ১৯৭৬ চনত 'বৰপেটা সাহিত্যালোচনা চক্ৰ' গঠিত হৈছিল। তেতিয়া এই লেখক ইয়াৰ সম্পাদক আছিল। বৰপেটা সাহিত্যালোচনা চক্ৰই ইয়াৰ প্ৰথম বাৰ্ষিক অধিৱেশনত অক্ষয় কুমাৰ দাসদেৱক সংবৰ্ধনা জ্ঞাপন কৰিছিল।

(৩)

বৰপেটা জিলা কংগ্ৰেছৰ পুৰণি (দহাটীত) আৰু নতুন (মৰানদীৰ পাৰত) দুয়োটা ভৱনতেই প্ৰবীণ গান্ধীবাদী নেতা অক্ষয় কুমাৰ দাসদেৱৰ সৈতে একেলগে বহুৰ স্মৃতি বিজড়িত হৈ আছে। তেওঁ দীৰ্ঘদিন সভাপতিৰ আসনত আছিল। গান্ধীবাদী অক্ষয় কুমাৰ দাসদেৱে কংগ্ৰেছ তথা মহাত্মা গান্ধীৰ নীতি-আদৰ্শ নিজে আচৰি আনকো অনুসৰণ কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল।

(৪)

১৯৭৭ চনৰ ২৬ জানুৱাৰীত 'গণতন্ত্ৰ দিৱসত' বৰপেটা জিলা কংগ্ৰেছ কমিটিয়ে প্ৰবীণ কংগ্ৰেছ কৰ্মী অক্ষয় কুমাৰ দাসদেৱক জীৱনৰ বিয়লি বেলিকাত সংবৰ্ধনা জ্ঞাপন কৰে। অভিনন্দন-পত্ৰ প্ৰদানৰ অনুষ্ঠান হয়। সেইদিনাৰ কংগ্ৰেছ অনুষ্ঠানৰ সংবৰ্ধনা সভা আৰু 'অভিনন্দন পত্ৰ' সম্পৰ্কীয় কথাত এই লেখকৰ মনত আনন্দ আৰু গৌৰৱৰ ভাব এটা জড়িত হৈ আছে। বৰপেটা জিলা কংগ্ৰেছ কমিটিয়ে অভিনন্দন পত্ৰ লিখাৰ দায়িত্ব অৰ্পণ কৰিছিল আতাউৰ ৰহমান চাহাবৰ ওপৰত। আতাউৰ ৰহমান চাহাবে পাছত সেই দায়িত্ব অৰ্পণ কৰিছিল এই অধম লেখকৰ ওপৰত। 'বৰপেটাৰ চাণক্য'ৰ আদৰ্শ-নিষ্ঠাৰ ভক্ত আৰু আতাউৰ ৰহমানৰ অনুগামী সাহিত্য-সেৱী ইলিম উদ্দিন দেৱানে অভিনন্দ-পত্ৰখন লিখি 'জননেতা' আতাউৰ ৰহমান চাহাবৰ হাতত দিছিল। কথা আৰু ভাষাৰ কোনো পৰিবৰ্তন নকৰাকৈ বৰপেটা জিলা কংগ্ৰেছে অভিনন্দন-পত্ৰখন ছপাই বিলি কৰিছিল। বৰপেটা জিলা কংগ্ৰেছৰ কাৰ্যালয় সম্পাদক হাউলীৰ শ্ৰীবিশ্বনাথ দাসে এই কথাৰ সাক্ষ্য বহন কৰি আছে।

অভিনন্দন-পত্ৰখনৰ সাৰ অংশখিনিৰ উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁঃ

হে আজীৱন কংগ্ৰেছ কৰ্মী।

পৰাধীন ভাৰতৰ জনতাক জাগ্ৰত কৰিবলৈ মহামানৱ মহাত্মা গান্ধী স্বাধীনতাৰ

আন্দোলনক শক্তিশালী কৰাৰ উদ্দেশ্যে দেশজোৰা ব্ৰমণৰ কাৰ্যসূচী লৈ যেতিয়া বৰপেটাতো আহিছিল, তেতিয়া স্বাধীনতাৰ আকাংক্ষাত গান্ধীজীৰ প্ৰেৰণাত আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ আপুনি যেতিয়া কংগ্ৰেছত যোগদান কৰিলে তাৰ পাছত আজীৱন এই অনুষ্ঠানৰ সেৱাতব্ৰতী হৈ নিজাজ আদৰ্শত অনুপ্ৰাণিত থাকি জীৱন কটাই আহিছে। বৰপেটা জিলা কংগ্ৰেছ গঠন আৰু ইয়াৰ পৰিচালনাত বিভিন্ন দায়িত্বপূৰ্ণ পদত আপুনি দক্ষতাৰে বহুবছৰ কাৰ্যনিৰ্বাহ কৰিছে। বৰপেটা জিলা কংগ্ৰেছে আপোনাৰ সেই অতুলনীয় সেৱাৰ কথা সুঁৱৰি আজি ২৮ তম গণতন্ত্ৰ দিৱসত কৃতজ্ঞতা, ভক্তি আৰু শ্ৰদ্ধাৰ নিদৰ্শণ ৰূপে আপোনালৈ হিয়াভৰা অভিনন্দন আগবঢ়াইছে।

হে কৰ্মবীৰ!

আপোনাৰ কৰ্মময় জীৱনৰ দীৰ্ঘদিনত নানা ঘাত-সংঘাত আহিছে; কিন্তু আপোনাৰ দৃঢ়চিতীয়া মনোভাৱ, সংকল্পৰ প্ৰতি অটুট বিশ্বাসৰ অধিকাৰী ব্যক্তি হিচাপে আপোনাক কোনো সমস্যায়েই বিচলিত কৰিব নোৱাৰা গুণে বিৰুদ্ধবাদীকো আপোনাৰ গুণমুগ্ধ কৰিছে। কৰ্মত নিষ্ঠা, চিন্তাত পুষ্ট আৰু ৰাজনৈতিক বিচক্ষণতাত দূৰদৰ্শী নেতৃত্বৰ বাবে আপোনাক বৰপেটাৰ বাইজে যোৱা চাৰিটা দশকেই চালক হিচাপে মানি শ্ৰদ্ধা জনাই আহিছে। বৰপেটাৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত আপোনাৰ মহান কৰ্মৰ নিদৰ্শন ৰৈ আছে - আনে প্ৰেৰণা পাই আছে।

হে সাহিত্যপ্ৰেমিক!

আপুনি জীৱনৰ পুৱতি ক্ষণত আইন ব্যৱসায়ত নিজক নিয়োজিত কৰি সমাজনীতি আৰু ৰাজনীতিৰ মাজত ডুব দি থাকিলেও অসমীয়া ভাষা সাহিত্যৰ মংগল আৰু উন্নতিৰ হকে, বৰপেটাৰ শংকৰী কলা-কৃষ্টিৰ প্ৰচাৰৰ হকে কৰা কামত আপোনাৰ অনুৰাগ আৰু কথা সৰ্বজনবিদিত। বৰগীত ৰেকৰ্ড কৰিবলৈ কলিকতালৈ যোৱা কথাই তাৰ নিদৰ্শন। অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ অভ্যাৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতিৰ দায়িত্ব বহন কৰি বৰপেটা অধিৱেশনক সাফল্যমণ্ডিত কৰাই অসম সাহিত্য সভাৰ ইতিহাসত বৰপেটাৰ সুনাম অৰ্জন কৰিছিল। তাত আপোনাৰ অৰিহণা ৰৈ থাকিব।

হে নীৰৱ সাধক!

আপুনি চিৰদিনেই স্বল্পভাষী আৰু এই গুণ কথা-কাৰ্য সকলোতেই প্ৰকাশ পাই আহিছে। আপোনাৰ প্ৰকাশিত তাকৰীয়া লিখাতো সেই গুণেই প্ৰস্ফুটিত হৈছে। আপোনাৰ বৈচিত্ৰ্যহীন মিতব্যয়ী জীৱন-ধাৰাই কাকো আকৃষ্ট নকৰাকৈ থকা নাই। আপুনি য'তেই যেনেকৈ থাকক সেই প্ৰতিভা বিকীৰ্ণ হৈ থাকক এই কামনাৰে এই অভিনন্দন যাচি আপোনাৰ সুদীৰ্ঘ জীৱনৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

(৫)

১৯৮০ চনৰ ৬ জানুৱাৰীৰ ৰাতি 'বৰপেটাৰ চাণক্য' অক্ষয় কুমাৰ দাসৰ জীৱন-বন্তি চিৰদিনৰ বাবে নিৰ্বাপিত হ'ল। ইয়াৰ কাৰণে বৰপেটাৰ সমাজ শোকাকুল হৈ পৰিছিল। এই লেখকেও শোকৰ তাপ অনুভৱ কৰিছিল। লেখকৰ দিনলিপিৰ পাতত আছে ঃ .......'বৰপেটাৰ চাণক্য' বুলি খ্যাত প্ৰবীণ গান্ধীবাদী কংগ্ৰেছ নেতা অক্ষয় কুমাৰ দাসৰ আশী বছৰ বয়সত যোৱা ৰাতি নিজ বাসভৱনত চিৰনিদ্ৰাত নিদ্ৰিত হৈ আছে।' পুৱা খবৰ পাই তালৈ গৈছিলোঁ। ১২ বজাত কংগ্ৰেছ অফিচ (মৰানদীৰ পাৰ)লৈ স্বৰ্গীয় দাসৰ শৱ অনা হৈছিল। পুষ্পাঞ্জলিৰে শেষ শ্ৰদ্ধা নিবেদন কৰা হৈছিল। জনাব আতাউৰ ৰহমান চাহাবেও মালা দিছিল। বৰপেটাত এনে এজন মানুহৰ অভাৱ হ'ল যিজনে যোৱা অৰ্ধ শতাব্দী ধৰি বৰপেটাৰ নেতৃত্ব কৰিছিল। বাকসংযমী, কৰ্মপটু, ধীৰ গম্ভীৰ আৰু তীক্ষ্ণধী সম্পন্ন অক্ষয় বাবুৰ মতৰ বিপক্ষে সতকাই কাকো যোৱা দেখা নাই। বহু অৱসৰত অক্ষয় কুমাৰ দাসক মই লগ পাইছিলোঁ। এবাৰ তেখেতৰ লগত মোৰ এটা বিশেষ সাক্ষাৎকাৰো হৈছিল। অক্ষয় বাবুৱে মোক মৰম আৰু চেনেহ কৰিছিল। এই সকলোবোৰ কথাইচোন শতবৰ্ষৰ আলোকত মৰ্মৰ ৰূপত জিলিকি উঠিছে। ●

# জননেতা অক্ষয় কুমাৰ দাস

এম ইব্ৰাহিম আলী

বৰপেটাৰ কৃতী সন্তান প্ৰয়াত জননেতা অক্ষয় কুমাৰ দাস ডাঙৰীয়াক নজনা লোকৰ সংখ্যা খুব তাকৰ। কিন্তু এই আদৰ্শবান নেতা গৰাকীৰ উত্তৰাধিকাৰী বা অনুগামী জনসেৱক আমাৰ মাজত নোহোৱা হ'ল। এয়া আমাৰ দুৰ্ভাগ্য বুলি ভাবোঁ। অল্প-ভাষী, স্বাধীনচেতা আৰু কৰ্ম-ক্ষেত্ৰত দৃঢ় সংকল্প তেখেতৰ ব্যক্তিত্বৰ উজ্জ্বল বৈশিষ্ট্য আছিল। তেখেত আছিল নিজৰ মত আদৰ্শ আৰু ব্যক্তিত্বত অটল হৈ থাকিবলৈ যিকোনো ত্যাগ স্বীকাৰ কৰা মহান পুৰুষ। বৰপেটাৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক জীৱনত সুদীৰ্ঘ পঞ্চাশ বছৰ কাল অক্ষয় কুমাৰ দাসৰ কৰ্তৃত্ব স্মৰণীয়। আচলতে মৃত্যুৰ আগলৈকে তেখেতৰ ব্যক্তিত্বৰ প্ৰভাব নামনি আৰু উজনিৰ সৰ্বত্ৰ বিয়পি আছিল। প্ৰাক্ স্বাধীনোত্তৰ কালছোৱাত বৰপেটাৰ সুসন্তান শ্ৰদ্ধেয় মহেন্দ্ৰমোহন চৌধুৰী, আতাউৰ ৰহমান, অক্ষয় কুমাৰ দাস আৰু ধৰ্মানন্দ চৌধুৰীয়ে গোটেই অসমত এটি নতুন নিৰ্ণায়ক শক্তিৰূপে ৰাজনৈতিক আৰু প্ৰশাসনিক প্ৰভাব পেলাইছিল। কিন্তু দুঃখৰ বিষয়, বৌদ্ধিক গভীৰতাৰে ৰাজনৈতিক প্ৰেক্ষাপটত সেই সামূহিক নেতৃত্ব অতি তাকৰীয়া সময়ৰ বাবে বৰ্তি আছিল। কাৰণসমূহ বিশ্লেষণ কৰিবলৈ এই প্ৰবন্ধত স্থান নহ'ব।

বিগত ত্ৰিশ আৰু চল্লিচ দশকৰ কথা। ইংৰাজ শাসন আৰু শোষণৰ বিপক্ষে ভাৰতৰ সৰ্বত্ৰ গণ-আন্দোলন। ছহিদ আৰু নিৰ্যাতিত ভাৰত বাসীৰ তালিকা একাদিক্ৰমে বাঢ়ি গৈছে। স্বাধীনতা সংগ্ৰামী হিচাপে মহেন্দ্ৰমোহন চৌধুৰী, অক্ষয় কুমাৰ দাস, ধনীৰাম তালুকদাৰ, দেৱেন্দ্ৰ নাথ উজীৰ, যাদৱ চন্দ্ৰ দাস, যোগেশ চন্দ্ৰ দাস প্ৰমুখ্যে নেতাসকলে গাঁৱে গাঁৱে জনসাধাৰণক সংগঠিত কৰি ফুৰিছে। ইংৰাজৰ পালি-পহৰীয়া আৰু চিপাহী-চন্তৰীৰ চকুত ধূলি মাৰি দিনে-নিশাই কাম কৰি গৈছে। যোগাযোগ আৰু নতুন কাৰ্যসূচী প্ৰস্তুতকাৰী হিচাপে, মুখ্য সচেতক হিচাপে স্বল্পভাষী অক্ষয় কুমাৰ দাস ব্যস্ত। মহামানৱ মহাত্মা গান্ধীৰ অহিংসা আৰু সত্যাগ্ৰহ আন্দোলনৰ প্ৰতিটো নিৰ্দেশ যথাযতভাৱে পালন কৰাৰ ক্ষেত্ৰত কংগ্ৰেছ-ভলণ্টিয়াৰসকলক সঞ্চালন কৰাৰ দায়িত্ব

অক্ষয় কুমাৰ দাসৰ।

এয়া ১৯৪১-৪৩ চনৰ কথা। বৃহত্তৰ হাউলী পৰগণাৰ মৌটুপুৰী গাঁৱৰ স্বাধীনতা সংগ্ৰামী গৰ্জন দাস ওৰফে গৰ্জন চৰকাৰে সখি পাতিছে গজাৰীয়া বিলৰ বাসিন্দা এতিয়াৰ প্ৰসিদ্ধ ঔপন্যাসিকা চাকিনা খাতুনৰ পিতৃ দ্বাৰাজ আলী (মানুহে দাৰোগালী বুলি মাতে) চৰকাৰৰ লগত। দুয়ো সখিয়েক কংগ্ৰেছৰ ভলণ্টিয়াৰ। আন্দোলনকাৰী। পুলিচ পিছে পিছে লাগি আছে। বৰপেটাৰ অক্ষয় কুমাৰ দাস ডাঙৰীয়াৰ নিৰ্দেশ মতে দুয়োজন বৃহত্তৰ হাউলীৰ ঘিলাজাৰী, কঠলীঝাৰ, নুনমাটি, জয়পুৰ, ৰায়পুৰ, বেগ্নীবাৰী, কেন্দ্ৰিয়াপাৰা আৰু বেকী নদীৰ দুয়ো পাৰৰ গাওঁ-ভূঁইত সংগঠনৰ কাম কৰি ফুৰিছে।

ঘিলাজাৰীৰ মৌজাদাৰ বিশ্বনাথ দাসৰ জে বাঁই জননেতা মহেন্দ্ৰমোহন চৌধুৰী। হাউলী-ঘিলাজাৰী অঞ্চলত তেখেতৰ প্ৰতি সকলো শ্ৰেণীৰ ৰাইজ বিমোহিত। গোটেই অসমৰ পৰ্বত-ভৈয়াম, গাওঁ-চহৰ সকলোতে তেখেত কংগ্ৰেছৰ কামত লাগি আছে। গতিকে বৃহত্তৰ বৰপেটা তথা হাউলী-ঘিলাজাৰীৰ বিশেষ দায়িত্ব অক্ষয় কুমাৰ দাসৰ হাতত। এজন সুসংগঠক হিচাপে দ্বাৰাজ আলি চৰকাৰৰ সহযোগী মাজগাঁওৰ পিয়াৰ উল্লাহ্ চৰকাৰক লগত লৈ অক্ষয় কুমাৰ দাস ডাঙৰীয়া কেবাদিন কঠলীঝাৰ নিবাসী ইছমাইল হুছেন মুন্সিৰ পুৰণি ঘৰত আলোচনাত বহিছিল। উদ্দেশ্য আছিল সেই সময়ৰ মুছলিম লীগৰ প্ৰভাৱ মুক্ত কৰি অঞ্চলটোৰ মুছলমান ৰাইজক কংগ্ৰেছৰ ভলণ্টিয়াৰ কৰা। ইছমাইল হুছেন মুন্সিৰ বৰজনা ভগ্নী-পতি দ্বাৰাজ আলী চৰকাৰক কংগ্ৰেছ নেতা বুলি সমাজচ্যুত কৰিছিল আৰু তেওঁ গা-ঢকা দি থাকি সংগঠনৰ কাম কৰিছিল।

এসময়ৰ বন-জংঘলেৰে আবৰা পশ্চিম-দক্ষিণ আৰু উত্তৰ ফালে দবিলেৰে আগুৰা কঠলীঝাৰ গাঁও আজি বনশূন্য তৰাং গাঁও। তেতিয়াৰ কঠলীঝাৰ নুনমাটি গাঁওৰ পশ্চিম ফালেৰে বৈ যোৱা বেকী নদীৰ পশ্চিম পাৰত উৰা-জাহাজ ঘাটি। ইংৰাজ সেনাৰ আড্ডা। সেনাৰ গুপ্তচৰ নদীৰ দুয়োফালে প্ৰায়ে তহল দিয়ে। কিন্তু বিল-খালেৰে আগুৰা কঠলীঝাৰ গাঁওৰ পশ্চিম ফালৰ পাতলীয়া মুছলমান প্ৰধান বসতি কৌশলগতভাৱে সুবিধাজনক হোৱা হেতুকে কংগ্ৰেছ ভলণ্টিয়াৰৰ আশ্ৰয়স্থল। অক্ষয় কুমাৰ দাস, ধনীৰাম তালুকদাৰ, দেৱেন্দ্ৰ নাথ উজীৰ, টেঁপা মহাজন, গৰ্জন চৰকাৰ, দ্বাৰাজ আলী চৰকাৰ, পিয়াৰ উল্লাহ চৰকাৰ, যোগেশ চন্দ্ৰ দাস, কামিনী দাস, যাদৱ চন্দ্ৰ দাস আৰু অন্যান্য নেতাসকলে বিভিন্ন সময়ত পদব্ৰজে, চাইকেল যোগে আৰু কেতিয়াবা জীপ গাড়ীৰে জন-সংগঠন কৰে। দেৱেন উজীৰৰ জীপ গাড়ীৰ চকা মটৰ চাইকেলৰ চকাৰ দৰে স্পোক লগোৱা। ধনীৰাম চেয়াৰমেনৰ গাড়ীখন আৰু হাউলীৰ যাদৱ বাবুৰ অবিভক্ত পৰিয়ালৰ গাড়ীখন আজিৰ জীপৰ লেখীয়া।

হ'লেও গঢ়-গতি বেলেগ আছিল।

কংগ্ৰেছ সংগঠনত অহা-যোৱা কৰা ভলণ্টিয়াৰসকলৰ চাইকেলসমূহ ঘৰৰ আগ-চোতাল নাইবা মুকলি ঠাইত থোৱা নিষিদ্ধ আছিল। সেইবোৰ হয় পিছ-বাৰী নাইবা গোহালি ঘৰ নাইবা জোপোহাৰ মাজত থৈছিল। প্ৰয়াত হাবাজ আলী চৰকাৰৰ লগত অহা-যোৱা কৰাত বহু গণ-মান্য নেতাৰ অন্যতম অক্ষয় কুমাৰ দাস ডাঙৰীয়াৰ মনোগ্ৰাহী বৰ্ণনা মোৰ পিতৃৰ মুখত শুনি তবধ মানিছিলোঁ। ধীৰ-গম্ভীৰ আৰু কম কথাৰ মানুহ। অক্ষয় বাবু খোৱা-লোৱা, চাল-চলন আৰু কথা-বতৰাত খুব হিচাবী আছিল। গান্ধীবাদী খদ্দৰ পিন্ধা, দেখাত কঠোৰ যেন লাগিলেও সান্নিধ্যত আহিলে তেখেতৰ জ্ঞান-গভীৰ আৰু সত্যনিষ্ঠ ব্যক্তিত্বৰ দ্বাৰা যিকোনো মানুহক প্ৰভাৱান্বিত কৰিছিল। জ্ঞানীলোকে কয় —'সোণাৰীয়ে সোণ চিনে।' তেখেতে সত্য আৰু ন্যায় কথাৰ কাৰণে আপোচবিহীন সংগ্ৰাম কৰিছিল। ফলত বহুতৰে অপ্ৰিয় ভাজন হ'লেও পৰোৱা কৰা নাছিল।

এই জনা স্বাধীনতা সংগ্ৰামী নেতাৰ ৰাজনৈতিক জীৱন পৰ্যালোচনা কৰিলে স্বাধীনোত্তৰ কালৰ বহু চমৎকাৰ তথ্য উদঘাটন হ'ব। তেখেত পোন প্ৰথম বাৰ সৰভোগ বিধান সভা সমষ্টিৰ পৰা নিৰ্বাচিত হৈছিল। এজন বিধায়ক হিচাপে তেখেতৰ ভূমিকা আছিল অনন্য আৰু শলাগিব লগীয়া। ৰাজহুৱা স্বাৰ্থজড়িত কামৰ ক্ষেত্ৰত সদা সতৰ্ক আৰু ব্যক্তিগত স্বাৰ্থজড়িত কামৰ প্ৰতি ঘোৰ অনীহা। আজিৰ দিনত বহু বিধায়কমণ্ডলীৰ কাৰ্য-প্ৰণালী ৰাজহুৱা স্বাৰ্থৰ দৃষ্টিত কিমান নিম্নগামী হৈছে সেই কথা সহজেই অনুমেয়।

সমাজ উন্নয়ন আৰু ৰাজহুৱা কামত দাস ডাঙৰীয়া আছিল অকপট আৰু স্পষ্টবাদী। বৰপেটা মহকুমাত বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ লোকৰ লগত তেখেতৰ চা-চিনাকি আছিল বহুদিনীয়া। এয়া ১৯৪২ ইং চনৰ ঘটনা। আগষ্টৰ ৰাতি অক্ষয় কুমাৰ দাস, হাবাজ আলী চৰকাৰ, মমৰেজ আলী, পিয়াৰ উল্লাহ চৰকাৰ, ধনীৰাম তালুকদাৰ আৰু মৌটুপুৰীৰ গৰ্জন চৰকাৰ কঠলীঝাৰ গাঁওত উপস্থিত। জীপ-গাড়ীখন দূৰৈত বাটৰ কাষৰ বননিত থৈ খোজকাঢ়ি মুন্সি ইছমাইল হুছেনৰ ঘৰত হাজিৰ। দোভাগ নিশালৈ গভীৰ আলোচনা চলিল। গৰম ভকা-পিঠা আৰু খেজুৰৰ ৰসেৰে অভ্যাগত সকলক অপ্যায়ন। ৰাতি এক বজাত হালাপাকুৰিত থকা বৃটিছৰ অস্থায়ী ডাক-বঙলাত ঘণ্টা কোবোৱা শব্দ। তেতিয়া দাইল-ভাজি, চৰাইৰ মাংস সাজু। ভাতৰ পাতত সকলোটি বহিল। অক্ষয় বাবুৱে ক'লে 'দাইল-ভাজি আৰু ঘিউ অলপ দিলেই হ'ব।' সেই সময়ত গৰম ভাতত ঘিউ-নিমখ তেখেতৰ হেনো খুব প্ৰিয় আছিল। তেখেতৰ খাদ্যৰ তালিকাখন

সঁচাকৈয়ে অনন্য আছিল। সেই ৰাতি প্ৰায় দুই বজাত দলটো বেঁকী নদী পাৰ হৈ বৰনগৰলৈ গৈছিল। উদ্দেশ্য হয়তো হিংস্ৰ আশ্ৰয় লৈ বিমান-ঘাটি জ্বলাবলৈ উদ্যত হোৱা ৰাইজক জীৱন-মৰণ পণ কৰিবাধা দিয়া। তেতিয়া বিমানঘাটিত ওখ টাৱাৰৰ সহায়ত চাৰিওফালে পোহৰ বিলোৱাৰ ব্যৱস্থা হৈছিল। অক্ষয় কুমাৰ দাসৰ দলটো সেই পোহৰৰ আঁৰ হৈ নল-খাগৰিৰ মাজেদি লুং-লুঙীয়া বাটেৰে খোজ কাঢ়ি যাবলৈ বৰপেটাৰোডৰ মাৰোৱাৰীৰ দোকানৰ পৰা লেম্প আনিছিল। লেম্পবোৰ কেৰোচিনৰ টিনৰ এফাল কাটি তাতে ভৰাই লৈছিল। ই প্ৰায় টৰ্চৰ দৰে কাম কৰিছিল। কেৱল সন্মুখ ভাগহে পোহৰ হয়।

জননেতা অক্ষয় বাবুৰ এটি কাহিনী মই গোটেই জীৱন সোঁৱৰণ কৰিম। বৰপেটা জিলা কংগ্ৰেছ কাৰ্যালয় — মৰানদীৰ পাৰ। ১৯৬৪ চনৰ বাৰিষা কাল। অক্ষয় বাবু, আতাউৰ ৰহমান, ধৰণীধৰ চৌধুৰী, মদন গান্ধী আৰু উজীৰৰ চৰ নিবাসী ৰহিজ উদ্দিন চৰকাৰে একেলগে বহি বানবিধ্বস্ত অঞ্চলৰ আলোচনা কৰি আছিল। সেইখন বৈঠকত জননেতা অক্ষয় কুমাৰ দাস ডাঙৰীয়াই কংগ্ৰেছৰ সদস্য ভৰ্তি কৰাই কৈছিল 'কংগ্ৰেছে সমাজবাদী আঁচনি গ্ৰহণ কৰিছে। গতিকে তোমালোকে উগ্ৰ বাওঁপন্থী বা সোঁপন্থীৰ দলীয় ৰাজনীতিত ভোল নাযাবা।' চাৰিঅনাৰ দলীয় সদস্য পদৰ ৰচিদ কাটি দি আতাউৰ ৰহমান চাহাবে কৈছিল —'সমাজসেৱা আৰু ৰাজনীতিত আটাইতকৈ প্ৰয়োজনীয় কথা হ'ল গভীৰ অধ্যয়ন, সমস্যা সম্পৰ্কে সম্যক ধাৰণা আৰু সমাধানৰ বাবে সৎ প্ৰচেষ্টা।'

অক্ষয় কুমাৰ দাস ডাঙৰীয়া আৰু আতাউৰ ৰহমান চাহাব আজি ইহলোকত নাই। কিন্তু তেখেতসকলৰ সেই অমৃত বাণীয়ে আমাৰ প্ৰাণত নতুন শক্তিৰ সঞ্চাৰ কৰিছিল। নেতা দুগৰাকীৰ পৰম নিষ্ঠা, সততাৰ প্ৰতি থকা প্ৰচণ্ড মনোবল আৰু প্ৰকাশ-বিমুখ নিৰ্মল ব্যক্তিত্ব আজিৰ সমাজত আপুৰুগীয়া। বৰপেটাৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক জীৱন জুৰুলা আৰু বহুধাবিভক্ত। নেতা দুগৰাকীৰ আত্মাই কিজানি অজান মুলুকত চট্‌ফটাই আছে।

অক্ষয় কুমাৰ দাস ডাঙৰীয়াৰ জীৱনৰ অন্য এটি বৈশিষ্ট্য হৈছে তেখেতে ক্ষমতাত থাকক বা নাথাকক সকলো ক্ষেত্ৰতে প্ৰায় ৫০ বছৰ কাল বৰপেটা মহকুমাৰ সামগ্ৰিক জীৱনত প্ৰভাৱ বিস্তাৰ কৰি আছিল। তেখেতৰ মৃত্যুৰ পিছত সেই স্থান আজিলৈকে কোনেও পূৰণ কৰিব পৰা নাই। বৰপেটা মহকুমা উন্নীত হৈ জিলা হ'ল। আজি কেবা বছৰ ধৰি জিলাখনৰ উত্তৰাঞ্চলত গোষ্ঠীগত সংঘৰ্ষ আৰু দক্ষিণাঞ্চলত বান-বাৰিষা আৰু গড়া খহনীয়াৰ তাণ্ডৱ চলিছে। নিবনুৱা, দৰিদ্ৰতা আৰু দুৰ্নীতিয়ে

জনজীৱন নিঃশকতীয়া কৰি পেলাইছে। এনেহেন সংকট কালত অক্ষয় কুমাৰ দাস, আতাউৰ ৰহমান আৰু মহেন্দ্ৰমোহন চৌধুৰীৰ দৰে ব্যক্তি আমাৰ অতি প্ৰয়োজন আছিল। ●

# এক বিৰল ব্যক্তিত্ব

অনিল ৰায়চৌধুৰী

বৰপেটাৰ আমাৰ শ্ৰদ্ধেয় প্ৰয়াত অক্ষয় কুমাৰ দাস এগৰাকী বিৰল ব্যক্তিত্ব-সম্পন্ন পুৰুষ আছিল। নাতিদীৰ্ঘ, শুভ্ৰ দাড়ি আৰু চুলিৰে সৰ্বদা বগা খদ্দৰৰ ধুতি পাঞ্জাবিৰে প্ৰয়াত দাসক আমি স্কুলীয়া ছাত্ৰ থকা বয়সৰে পৰা আদহীয়া বয়স পোৱালৈকে দেখি আহিছোঁ, লগ ধৰিছোঁ, কথা পাতিছোঁ। কাৰণ তেখেতক সদায়ে আমাৰ সামাজিক অভিভাৱক ৰূপে জ্ঞান কৰিছোঁ আৰু শ্ৰদ্ধা, সমীহ, সন্মান কৰিছোঁ। পাছলৈ ৰাজনৈতিক মত-পাৰ্থক্য আৰু বিৰোধজনক ঠাইত তেখেত আৰু মোৰ অৱস্থান থকা কালতো তেখেতৰ প্ৰতি সন্মান আৰু শ্ৰদ্ধা আৰু মোৰ প্ৰতি তেখেতৰ পুত্ৰসম স্নেহ অবিচলিত আছিল।

সামাজিক আৰু ৰাজনৈতিক জীৱনত বহুতো নেতা আৰু অগ্ৰজৰ সতে সম্পৰ্ক ঘটিছে। কোনোজনৰ কেতিয়াবা অনুচৰ হিচাপে, কেতিয়াবা বিৰোধীৰ ভূমিকাত অৱতীৰ্ণ হৈছোঁ। কাৰো কাৰো লগত দীঘলীয়া সময় জেলতো কটাইছোঁ। বিভিন্ন ধৰণৰ এনে সামাজিক আৰু ৰাজনৈতিক সম্পৰ্কৰ মাজেদি লগ পোৱাসকল সম্পৰ্কে মূল্যায়ন কৰিছোঁ। ৰাজহুৱা বা ব্যক্তিগত জীৱন-প্ৰণালী, সামাজিক দায়বদ্ধতা, কথা আৰু কাম, আনৰ প্ৰতি ব্যক্তিগত আৰু সামাজিক আচৰণ, নীতি-নিষ্ঠাৰ মান, ত্যাগ, সততা আৰু কৰ্মদক্ষতা আদি সকলো দিশেৰে জুখি বিসকলক মই মোৰ আন্তৰিক শ্ৰদ্ধা আৰু সন্মানৰ আসনত ঠাই দিছোঁ — সেই এমুঠিমানৰ ভিতৰত প্ৰয়াত অক্ষয় কুমাৰ দাস অন্যতম। তেখেতৰ জন্ম শতবাৰ্ষিকী উপলক্ষ্যে মোৰ শ্ৰদ্ধা আৰু অনুভৱ লিপিবদ্ধ কৰিবৰ সুযোগ পাই কৃতাৰ্থ মানিছোঁ।

তেখেত মোৰ পিতৃ-সমনীয়া। সৰুৰেপৰা তেখেতক দেখি আহিছোঁ। বৰপেটা এখন সৰু চহৰ, তাৰ সকলো মানুহে ইজনে সিজনৰ পৰিয়ালক চিনি পায়। এটা সময়ত অৰ্থাৎ শতিকাৰ বিশ-ত্ৰিশৰ দশকত বৰপেটাৰ উকিলসকলৰ লগত আন ইংৰাজী শিক্ষিতসকলৰ এখন সমাজ আছিল। তাৰে এটা চামে বৰপেটাৰ প্ৰাচীন পন্থী

সত্ৰকেন্দ্ৰিক সমাজখনক আধুনিক যুগৰ সতে খাপ খুওৱাৰ বাবে যত্নপৰ আছিল। সেইসকলৰ মাজৰপৰাই পুথি-ভঁৰাল পতা, কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে প্ৰতিবাদ স্বৰূপে চৰকাৰী হাইস্কুলৰ সমান্তৰাল ৰূপে বৰপেটা বিদ্যাপীঠ স্কুল স্থাপন কৰা, মিলন মন্দিৰ নাট্যশালা প্ৰতিষ্ঠা কৰা, কলেজ পতা, সমবায় আৰু ... বিজুলী যোগানৰ দিহা কৰা ইত্যাদি গঠনমূলক কামৰ উপৰি দেশৰ মুক্তি সংগ্ৰামৰ সতে বৰপেটাৰ উঠি অহা তৰুণসকল আৰু সাধাৰণ জনসাধাৰণক জড়িত কৰাৰ দৰে সমাজ আৰু ৰাজনৈতিক চেতনা সঞ্চালনৰ কাম কৰিছিল।

এই সকলো ক্ষেত্ৰত নেতা তথা কৰ্মীৰ ভূমিকাত প্ৰয়াত অক্ষয় কুমাৰ দাস এগৰাকী লেখৰ মানুহ আছিল। তাৰ উপৰি তেখেতৰ বংশ-পৰিয়াল আৰু বিশেষকৈ তেখেতৰ পিতৃ প্ৰয়াত মনহৰি দাস বৰপেটা সত্ৰৰ আৰু শংকৰী সংস্কৃতিৰ সতে ওতপ্ৰোতভাৱে জড়িত আছিল। তেনে পৰিবেশৰ মাজত ডাঙৰ-দীঘল হোৱা প্ৰয়াত অক্ষয় কুমাৰ দাসৰ বৰপেটা সত্ৰ আৰু শংকৰী সংস্কৃতিৰ প্ৰতি তীব্ৰ আৰু গভীৰ আকৰ্ষণ আছিল। ইয়াৰ ক্ষেত্ৰত তেখেতৰ জ্ঞানো যথেষ্ট আছিল।

তেখেত সদায়ে Low Profile চৰিত্ৰৰ আছিল। নিজৰ গুণ গৰিমা যহাই ফুৰা বিধৰ উন্নাসিক প্ৰকৃতিৰ নাছিল। নিজে আছিল আত্ম-প্ৰচাৰ বিমুখ। আনহাতে তেখেতৰ আনৰ গাত থকা সুসম্ভাৱনাবোৰ বিকশিত কৰাৰ বাবে উৎসাহ দান কৰিছিল। প্ৰয়াত দাসৰ বিচাৰ আৰু চিন্তা শক্তি অন্তৰ্মুখী, গভীৰ আৰু বহল থকাৰ গুণে, তেখেতৰ বাস্তৱ জ্ঞান তথা কাণ্ডজ্ঞান তীক্ষ্ণ হোৱাৰ বাবে — বিভিন্ন সময়ত সংকট কালত সহকৰ্মীসকলে তেখেতে কি কয় তালৈ বাট চাই আছিল। এইবোৰ গুণ তথা প্ৰকৃতিৰ বাবে তেখেত হৈ পৰিছিল ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰত এগৰাকী উপযুক্ত নেতা। নীতি-নিষ্ঠা, কৰ্মোদ্যম, দৃঢ়চিত্ত আৰু সংবেদনশীল স্বভাৱী প্ৰয়াত দাস স্বল্পভাষী চৰিত্ৰৰ আছিল — আৰু সস্তীয়া জনপ্ৰিয়তা অৰ্জনৰ বাসনাৰ পৰা শত-যোজন আঁতৰত নিজকে ৰাখিছিল ; মৃদুভাৱে, স্পষ্ট আৰু কম কথা কৈছিল, যিখিনি কৈছিল — সি কামত লগা সাৰুৱা কথা। নিজে আড়ম্বৰহীন পৰিপাটি জীৱন যাপন কৰিছিল। শুধ বগা খদ্দৰ কাপোৰৰ ধুতি, পাঞ্জাবি, গেঞ্জি, কেতিয়াবা সুদা ভৰি আৰু কেতিয়াবা সাধাৰণ পাদুকাৰে শুভ্ৰ কেশ আৰু উজ্জ্বল মুখৰ প্ৰয়াত দাসক স্বাধীনতাৰ পূৰ্বৰ কংগ্ৰেছী মুক্তি-যুঁজাৰু হিচাপে দেখিছোঁ, লগ পাইছোঁ আৰু স্বাধীনতাৰ পাছতো দেশৰ ক্ষমতা লোৱা শাসক দলৰ বিধায়ক বা আন দায়িত্ব-পদবী লোৱা হিচাপেও দেখিছোঁ। চলন-ফুৰণ, পিন্ধন-উৰণ, আলাপ-আচৰণ সকলো দিনৰ পৰাই আগতে যিজন পাছতো সেই একেজন প্ৰয়াত অক্ষয় কুমাৰ দাসক তেখেতৰ শেষ বয়সলৈ একেদৰে দেখিছোঁ।

স্থিতপ্ৰজ্ঞৰ দৰে দুখ বা শোক তথা সংকট মুহূৰ্তত তেখেত যিদৰে অবিহ্বল-অবিচল তেনেদৰে সফলতা আৰু আনন্দৰ সময়তো উচ্ছ্বসিত উৎফুল্লিত হোৱা নাছিল। সন্মুখত আহি পৰা সুখ-দুখৰ সকলো কথাকে সমানে গ্ৰহণ কৰিছিল। এনেবোৰ বিশেষ চৰিত্ৰৰ বাবে প্ৰয়াত অক্ষয় কুমাৰ দাস হেজাৰজনৰ মাজতো অনন্য পুৰুষ আছিল।

সমাজ, জন-জীৱন, দেশৰ প্ৰতি গভীৰভাৱে দায়বদ্ধ আৰু বিশেষকৈ স্বাধীনতা যুদ্ধৰ একনিষ্ঠ যোদ্ধা — সমৰ্পিত প্ৰাণ লৈ সমাজ, জনসাধাৰণ আৰু দেশৰ সেৱা কৰিছিল। ডেকা বয়সত তেখেতৰ সহধৰ্মিনী ঢুকায় আৰু দুনাই দাৰ-পৰিগ্ৰহ নকৰিলে। মাতৃহীন দুজনী কন্যা আৰু একমাত্ৰ পুত্ৰ তেতিয়া নিতান্ত নাবালক। এনে এটা পৰিস্থিতিৰ যি বোজা তাক চম্ভালি দেশৰ স্বাধীনতাৰ হকে আৰু সমাজৰ আন আন কামৰ বাবে যি সেৱা আগবঢ়াইছিল সি আছিল সৰ্বক্ষণৰ কৰ্মীৰ সেৱা। নিজৰ ব্যক্তিগত দুখ সমস্যাৰ কথা কোনো দিনে সহযোদ্ধা, সহকৰ্মীৰ মাজত প্ৰকাশ নকৰি নিজৰ কৰ্মোদ্যম অটুত ৰাখিছিল, সকলোৰে উৎসাহ যাতে বাঢ়ে, অটুত থাকে তাৰ বাবে যত্নপৰ আছিল। অনুজ সহকৰ্মীসকলক স্নেহ কৰিছিল আৰু সকলোৰে দুখ-সুখৰ খবৰ ৰাখিছিল। কিন্তু জোখৰ বাহিৰত একো নকৰিছিল। নিজৰ জীৱনৰ কৃচ্ছ্ৰসাধন, নিয়মানুবৰ্তিতা আৰু পৰিমিতাচাৰৰ মাজেদি সহকৰ্মীসকলক সমাজসেৱা আৰু সংগ্ৰামী কাম-কাজৰ আৰ্হি দেখুৱাইছিল। তেখেতে কেবাবাৰো ৰাজৰোষত পৰি কাৰাবাস খাটিছে। কাৰাবাসতো নিজৰ সহকৰ্মীসকলৰ মনোবল যাতে ক্ষুণ্ন নহয়, সদায় যাতে জেলতো আনন্দৰ পৰিৱেশ বিৰাজ কৰে — তাৰ বাবে অনুজ সহকৰ্মীসকলৰ মাজত নিজৰ সুৱলা মাতেৰে দেশ-প্ৰেমমূলক গীত শুনাইছে, শিকাইছে, ভিন ভিন দেশ আৰু নিজৰ দেশৰ মুক্তি-যুঁজৰ অতীত কাহিনী শুনাইছে, মহাত্মা গান্ধী সম্পৰ্কে চৰ্চা কৰিছে, গীতাৰ শ্লোক গাইছে। সেই ক্ষেত্ৰত অগ্ৰজ প্ৰয়াত দাসক অন্য ৰূপত অনুজসকলে পাইছে — এগৰাকী মৰমিয়াল, দৃঢ়মনা, ৰুচিবান, সংস্কৃতিশীল নিজৰ লগৰীয়াৰ ভূমিকাত।

প্ৰয়াত দাস কলেজীয়া জীৱনৰে পৰা মহাত্মা গান্ধী আৰু স্বাধীনতা সংগ্ৰামৰ প্ৰতি আকৰ্ষিত হৈ কংগ্ৰেছত যোগদান কৰে আৰু জীৱনৰ শেষ দিনলৈ সেই আদৰ্শতে আস্থাবান হৈ ৰয়। এগৰাকী দক্ষ সংগঠক আৰু অনুচৰ তথা সহকৰ্মীসকলক ত্যাগ, শ্ৰম আৰু নিষ্ঠাৰ ক্ষেত্ৰত অনুপ্ৰেৰণা যোগাব পৰা নেতৃত্বৰ সকলো গুণৰ তেখেত অধিকাৰী আছিল। কিন্তু আটাইতকৈ উল্লেখযোগ্য হ'ল তেখেতৰ দূৰদৰ্শিতা আৰু আঁতি-গুৰি সকলো দিশ পৰীক্ষাৰ দ্বাৰা চালিত কাণ্ডজ্ঞান সম্পন্ন বিচাৰ বুদ্ধি, যাক আৱেগ, উত্তেজনা আদিয়ে প্ৰভাৱিত নকৰিছিল। স্বাধীনতাৰ আগলি মুহূৰ্তত বৰপেটাত সাম্প্ৰদায়িক উত্তেজনা সঞ্চাৰিত হৈছিল। বিবদমান দুয়োপক্ষৰ জন-উন্মাদনাৰ বিপক্ষে

সাহসেৰে থিয় হৈ নীতি-নিষ্ঠভাৱে উত্তেজনা প্ৰসমনৰ বাবে মহাত্মা গান্ধীৰ বাণী আৰু সাম্প্ৰদায়িকতা বিৰোধ বক্তব্য স্পষ্ট ভাষাৰে উত্থাপন কৰিছিল, মানুহক বুজাইছিল। স্বাধীনতাৰ আগে আগে কংগ্ৰেছ আৰু মুছলীম লীগৰ মাজত ৰাজনৈতিক বিৰোধ প্ৰচণ্ড। চাৰিওপিনে সাম্প্ৰদায়িক সংঘৰ্ষ, ভাৰত বিভাজনৰ সূচনা - ৰিফিউজীৰ আগমন ইত্যাদি। বৰপেটা জিলাতো ঠায়ে ঠায়ে ধৰ্মীয় সংখ্যালঘুৰ ওপৰত নিৰ্যাতন হৈছিল। ফলত বহুতে পাকিস্তানলৈ ঘূৰি যাবলৈ বাধ্য হৈছিল। সেই সময়ত প্ৰয়াত দাসে ভাৰতীয় ধৰ্ম নিৰপেক্ষতাৰ নীতি লৈ — সংখ্যালঘু দুৰ্গতসকলৰ মাজত থিয় দিছিল। ধৰ্ম নিৰপেক্ষ জাতীয়তাবাদীসকলৰ সেই সময়টো প্ৰচণ্ড সংকটৰ কাল। সেই বিপৰ্যয়ৰ সময়ত তেখেতৰ ভূমিকা মহৎ আছিল। ফলত পৰৱৰ্তী কালত সংখ্যালঘুসকলৰ মাজতো তেখেতৰ আৰু কংগ্ৰেছৰ জনপ্ৰিয়তা বাঢ়ে। তেখেতৰ চেষ্টাত কেবাগৰাকী মুছলীম লীগ পন্থী শিক্ষিত যুৱকে কংগ্ৰেছত যোগদান কৰে। মৰহুম আতাউৰ ৰহমান এগৰাকী উচ্চ শিক্ষিত তেনে নেতা আছিল। তেখেতে মোৰ আগত প্ৰয়াত দাসৰ নীতি-নিষ্ঠ, যুক্তিবাদী দেশপ্ৰেমিক বিচাৰ ধাৰাৰ ভূয়সী প্ৰশংসা কৰিছিল আৰু কৈছিল যে 'অক্ষয় বাবুৰ দৰে জননেতা বিৰল। তেওঁ ইচ্ছা কৰাহেঁতেন অসমৰ মন্ত্ৰী সভা বা সংসদত ঠাই ল'ব পাৰিলেহেঁতেন। কাৰণ বহুতো মন্ত্ৰীতকৈ তেখেত অধিক দক্ষ, যোগ্য আৰু পুৰঠ ৰাজনীতিজ্ঞানসম্পন্ন লোক।'

প্ৰয়াত দাস কংগ্ৰেছৰ এগৰাকী লেখৰ লোক। এই দল শাসনাধীষ্ঠিত হোৱাৰ পাছত বহুতো কংগ্ৰেছী নেতাই ক্ষমতাৰ সুযোগত বহুতো চৰকাৰী সুবিধা গ্ৰহণ কৰি সা-সম্পত্তি কৰিলে, সুযোগ লৈ নিজৰ আত্মীয়-স্বজনক সুবিধা কৰি দিলে। প্ৰয়াত দাস আছিল এই ক্ষেত্ৰত বিৰল ব্যতিক্ৰম। গভীৰ নীতি-নিষ্ঠতাৰ বাবেই তেখেতে ইবোৰৰ পৰা আঁতৰি আছিল।

তেখেতৰ দিহা-পৰামৰ্শবোৰ বৰ কাণ্ডজ্ঞানসম্পন্ন আছিল। বৰপেটাৰ সমাজ সত্ৰ-নিৰ্ভৰশীল, পৰম্পৰাৰ প্ৰতি আনুগত্য প্ৰবল। সত্ৰৰ কীৰ্ত্তন ঘৰত মাছমৰীয়া আদি সম্প্ৰদায়ৰ প্ৰৱেশ নিষেধ আছিল। ই এটা পূৰ্বৰ পৰা প্ৰচলিত সংস্কাৰ — যাৰ প্ৰভাৱত আনকি উল্লিখিত সম্প্ৰদায়ৰ মানুহৰ বয়সীয়ালচামো প্ৰভাৱিত আছিল। কংগ্ৰেছৰ হৰিজন আন্দোলনৰ প্ৰভাৱত প্ৰয়াত দাসকে ধৰি প্ৰগতিশীল এচামে এনে বাধা-নিষেধৰ ওৰ পেলাব বিচাৰিলে। এনে প্ৰচেষ্টাত এচাম গোড়াপন্থীয়ে মাৰমুখী হৈ বিৰোধ কৰিলে।

বৰপেটা সত্ৰৰ সেই সময়ৰ পৰিচালনা সমিতিৰ কৰ্ণধাৰ জন স্বয়ং প্ৰয়াত দাসৰ পিতৃ। কিন্তু কিভাৱে অনুন্নতসকলক শান্তিপূৰ্ণ উপায়ে প্ৰৱেশাধিকাৰ দিয়াত সফলকাম হ'ব পাৰি তাৰে কৌশল বিচাৰি আলোচনা চলিল। পাৰ বলেৰে এই

কামত অগ্ৰসৰ হ'লে মৰামৰি, অশান্তি নিশ্চিত। আনহাতে আধুনিক কালত ই কীৰ্ত্তনঘৰ আশ্ৰিত সমাজখনৰ কলংক স্বৰূপ। কি কৰা যায়, আলোচনাৰ মাজেদি একো পথ উলিয়াব পৰা নাই— এনেতে প্ৰয়াত দাসে শেষত এটা বুধি দিলে। বুধিটো হ'ল বৰপেটা সত্ৰৰ মালিক বৰপেটাৰ সমূহ ভকত। মঠৰ চোতালৰ চৌহদত নাম প্ৰসংগৰ পাছত ভকতসকল বহে। সেয়ে সমূহ ; সেই সমূহে যি সিদ্ধান্ত লয় সিয়ে চূড়ান্ত। সেযে সৰহকৈ প্ৰৱেশাধিকাৰ সমৰ্থকে গা-পা ধুই শুদ্ধ কাপোৰ পৰিধান কৰি নিৰ্দিষ্ট এটা দিনত নিৰ্দিষ্ট সময়ত সত্ৰৰ কীৰ্ত্তন ঘৰৰ নাম প্ৰসংগত ভাগ ল'বলৈ আৰু সকলোকে আগে ভাগে মঠৰ চোতালত ভিৰ কৰি বহিবলৈ কোৱা হ'ল যাতে বিৰোধীসকলৰ বাবে মঠৰ চোতালত বহিবৰ ঠাই নাথাকে। এনেদৰে বহা হ'ল আৰু প্ৰৱেশাধিকাৰৰ বাবে প্ৰস্তাৱ সমূহত এজনে যুক্তি আদিৰে উত্থাপন কৰিলে। সমূহ বৈঠকত সকলোৱে হৰিধ্বনি দি সমৰ্থন কৰিলে। সেই সিদ্ধান্তৰ পাছত প্ৰৱেশাধিকাৰ প্ৰচলিত হ'ল। এনেদৰে প্ৰয়াত দাসৰ বুধিৰে সন্ধিৰ বাঁহ কটা গ'ল। কোনো গোলমাল নহ'ল।

প্ৰয়াত দাসে আহৰি সময়ত সত্ৰৰ ভিতৰত উদাসীন ভকতৰ বিশেষকৈ বৰ বাহাত প্ৰয়াত মহিম চন্দ্ৰ আতৈ বুঢ়া ভকতৰ বাহাত সৎসংগত বহি ধৰ্মালোচনাত যোগ দিছিল। তাত 'চৰিত তোলা' অৰ্থাৎ গুৰু দুজনাৰ জীৱন-চৰিত চৰ্চা কৰা হয়। প্ৰয়াত বুঢ়া ভকতৰ তীক্ষ্ণ স্মৰণ-শক্তি আছিল কিন্তু দৃষ্টিহীন হৈছিল, আনহাতে বয়স টুটি আহি ছিল। প্ৰয়াত দাসে অনুভৱ কৰিলে যে এই চৰিত লিপিবদ্ধ কৰি ৰখা ভাল। সেই কামৰ দায়িত্ব নিজেই লৈ দিনৰ পাছত দিন একোটা নিৰ্দিষ্ট সময়ত বুঢ়া ভকতৰ পৰা শ্ৰৱণ কৰি তাক লিপিবদ্ধ কৰে। চাৰিশ পৃষ্ঠা মানৰ এই লিপিবদ্ধ চৰিত পুথিখন হাতে লিখা অৱস্থাত প্ৰয়াত দাসৰ পুত্ৰৰ হাতত থকা বুলি শুনিছোঁ।

অসম সাহিত্য সভাৰ ৩৬ তম অধিৱেশন বৰপেটাত বহিছিল। তেখেত অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি। তেতিয়া তেখেতৰ বয়স চাৰে তিনি কুৰি বছৰৰ ডেওনা পাৰ হৈছে। জাৰকালি, অভ্যৰ্থনাৰ কামকাজত বহুতো কৰ্মী লাগি আছে। প্ৰয়াত মহেন্দ্ৰমোহন চৌধুৰী, শাসক দলৰ প্ৰধান মানুহ, সভাপতি। অভ্যৰ্থনা সমিতিৰ সৰহভাগে শাসক দলৰ সতে জড়িত ব্যক্তি। সেয়ে চৰকাৰী অফিচাৰ আৰু চাকৰিয়ালৰ সহযোগ নিশ্চিত। কামত আউল লগাৰ শংকা নাই। সভাৰ আগদিনা নিশা, সেইদিনাখনৰ পুৱাৰে পৰা দলে দলে প্ৰতিনিধি আহিব লাগিছে। খোৱাৰ ঠাই আৰু অভ্যৰ্থনা সমিতিৰ দপ্তৰ মাধৱ চৌধুৰী কলেজত, আন কেবা ঠাইতো প্ৰতিনিধি থকা ঠাই। প্ৰয়াত দাসে কেইদিনমান আগৰে পৰা তদাৰকীত ব্যস্ত। তেখেতে ডেকা কৰ্মীসকলৰ লগত সমানে খাটিছে। গুৱাহাটীৰপৰা গৈ মযো নিজৰ ঘৰলৈ বুলি গৈছোঁ — বাছৰ পৰা নামোতে

তেখেতে লগ পাই মাতি ক'লে — 'যদি পাৰা অভ্যৰ্থনা সমিতিৰ অফিচলৈ আহিবা। ইয়াৰ বহুতে বাহিৰৰ বহুলোকক, সাহিত্যিকক চিনি নাপাব পাৰে, তুমি জনাখিনি চিনাই দিবা।' নিশা এক মান বাজিছে। এনেতে প্ৰয়াত দাস খোজ কাঢ়ি কাঢ়ি আহি অফিচত ওলালহি। গৱৰ্ণমেণ্ট স্কুলৰ ১৭,১৪,১২ নং কমত লাইট নাই। প্ৰতিনিধিসকলে মম জলাই আছে, কিছু সময় আগতে আহি পাইছে। বিজুলীৰ দায়িত্বত থকাজনক বিচাৰি আনি তালৈ পঠিয়াবলৈ ক'লে আৰু দুগৰাকী বিশিষ্ট আমন্ত্ৰিতৰ লগত কাক পঠিয়াব লাগে তাৰ দিহা দিলে। আকৌ অকলে অকলে ঘৰলৈ গ'ল। পুৱা পুৱত বগাদাৰ দিওঁতে নৌদিওঁতেই আকৌ অফিচলৈ আহি সেই দিনটোৰ কৰণীয় কামৰ দিহাবোৰ সম্পৰ্কে আলোচনাত বহিল। এয়ে আছিল প্ৰয়াত অক্ষয় কুমাৰ দাস। যি দায়িত্ব ভাৰ তেখেতৰ কান্ধত পৰে — তাক এনে নিষ্ঠা আৰু শ্ৰমেৰে পালন কৰে।

ভাৰতৰ স্বাধীনতা আন্দোলনত আৰু মহাত্মা গান্ধীৰ নেতৃত্বই এটা জনমুখী বিশেষ সংস্কৃতি গঢ়ি তুলিছিল। ইয়াৰ ভেটি আছিল জনসাধাৰণৰ প্ৰতি দায়বদ্ধতা আৰু নিড়াম্বৰ জীৱন-প্ৰণালী আৰু কঠোৰ নীতি- নিষ্ঠতা। ইয়ে এচাম সমাজ তথা দেশসেৱকৰ জন্ম দিছিল। স্বাধীনতাৰ পাছত ক্ষমতাসীন হৈ এই সংস্কৃতি বহুতে এৰি পেলালে। প্ৰয়াত অক্ষয় কুমাৰ দাসে — অবিচলভাৱে জীৱনৰ আগৰপৰা শেহলৈকে একেদৰে ৰ'ল। তেখেতসকলৰ জীৱন, সততা আৰু কৰ্মনিষ্ঠা — ভাৱীকালৰ জনসেৱকৰ আৰ্হি স্বৰূপ হওক। ●

# এজন অধ্যক্ষৰ দৃষ্টিত অক্ষয় কুমাৰ দাস

সত্যনাথ দাস

যিসকল প্ৰাতঃস্মৰণীয় গুণী, জ্ঞানী আৰু স্থিতপ্ৰজ্ঞ ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ সৌভাগ্য হৈছে, যিসকলৰ ব্যক্তিত্ব আৰু জীৱনাদৰ্শই মোক প্ৰতি পদে পদে উৎসাহিত আৰু অনুপ্ৰাণিত কৰিছে, সেইসকল নমস্য ব্যক্তিৰ অন্যতম প্ৰয়াত অক্ষয় কুমাৰ দাস।

সৰু কালৰে পৰা দাস (অক্ষয় বাবু নামেৰে বিশেষ জনাজাত) ৰ বিষয়ে কিছু কিছু কথা শুনিছিলোঁ আৰু বিভিন্ন প্ৰসংগত তেওঁক দূৰৰ পৰা দেখিছিলোঁ যদিও ওচৰলৈ আহি কথা পতা বা কোনো বিষয়ে আলোচনা কৰি তেওঁৰ বিষয়ে সম্যক, শুদ্ধ ধাৰণা লোৱাৰ সুবিধা পোৱা নাছিলোঁ। কেৱল মানুহৰ মুখত শুনিবলৈ পাইছিলোঁ, তেওঁ হেনো বৰ স্বল্পভাষী, দেখাত কঠোৰ মুখায়ৱৰ আৰু অত্যন্ত সাধাৰণ সহজ-সৰল জীৱন যাপন কৰা গান্ধীবাদী স্বাধীনতা সংগ্ৰামী। স্বাধীনতা আন্দোলনৰ কালছোৱাত তেওঁ বৰপেটা তথা নামনী অসমৰ এজন অতি নিষ্ঠাবান কংগ্ৰেছ-কৰ্মী আৰু সংগঠক, ত্যাগী, আদৰ্শবান, মুক্তি-যুজাঁৰু আছিল।

পৰৱৰ্তী কালত যেতিয়া তেওঁৰ অতি নিকট সান্নিধ্যলৈ অহাৰ সুযোগ আৰু সুবিধা পালোঁ, তেতিয়া দেখিলোঁ তেওঁৰ বিশাল ব্যক্তিত্ব। প্ৰখৰ বুদ্ধিমত্তা, নীতি-আদৰ্শৰ ক্ষেত্ৰত পৰ্বত সদৃশ দৃঢ়তা, গভীৰ মানৱতাবোধ, নিঃস্বাৰ্থ দেশপ্ৰেম, লিখনি-শক্তি আৰু যুক্তি-যুক্ততা, তীব্ৰ জাতীয়তাবোধ, সাংগঠনিক দক্ষতা ইত্যাদি অলেখ গুণৰ অধিকাৰী হোৱা সত্বেও উত্তৰ পুৰুষে সেই গুণৰাশিক উপযুক্ত স্বীকৃতি বা সন্মান জনাব নোৱাৰিলে। He was the most misunderstood person in the area. এই কথা ভাবি সঁচাকৈ বৰ মৰ্মাহত হওঁ। আমি অসমীয়া সকলে গুণৰ পূজা কৰিব নাজানোৰেই নেকি? স্বামী বিবেকানন্দই ঠিকেই কৈছিলযে যি জাতিয়ে বীৰৰ পূজা কৰিব নাজানে, সেই জাতিয়ে বীৰ সন্তান জন্ম দিবও নোৱাৰে।

অক্ষয় বাবুৰ সান্নিধ্যলৈ অহাৰ সুযোগ ঘটে ১৯৬৪ চনৰ পৰা যেতিয়া আমি

বৰপেটাৰোড-হাউলী মহাবিদ্যালয় (বি. এইচ. কলেজ) স্থাপনৰ প্ৰথম আয়োজন কৰোঁ। কলেজৰ তদৰ্থ সমিতিৰ সভাপতি আছিল তদানীন্তন বৰপেটা মহকুমাৰ মহকুমাধিপতি শ্ৰীকমল চন্দ্ৰ মজুমদাৰ আৰু কাৰ্যকৰী সভাপতি আছিল অক্ষয় কুমাৰ দাস। ১৯৬৫ চনত শ্ৰীমজুমদাৰ বদলি হৈ যোৱাৰ পাছত প্ৰয়াত দাসে তদৰ্থ সমিতিৰ সভাপতি ৰূপে সকলো কাৰ্য পৰিচালনা কৰিবলৈ লয়। তেওঁৰ সভাপতিত্বত তদৰ্থ সমিতিৰ প্ৰথম বৈঠক অনুষ্ঠিত হয় সেই সময়ৰ বৰপেটাৰোড নগৰ সমিতিৰ কাৰ্যালয়ত (এতিয়া মোৰ-ভৱনৰ উত্তৰে থকা টিনপাতৰ সৰু ঘৰটোত)। তেওঁ মোক সভাৰ সিদ্ধান্তসমূহ টুকি ৰাখিবলৈ কৈ সভাৰ কাম ঠিক সময়মতে আৰম্ভ কৰিলে। কাৰ্য-সূচীৰ প্ৰতিটো বিষয় চমু অথচ স্পষ্ট ভাষাত ব্যাখ্যা কৰি উপস্থিত সদস্যসকলৰ মতামত জানি তৎক্ষণাৎ সিদ্ধান্ত লৈ শীঘ্ৰে সিদ্ধান্তসমূহ কাৰ্যকৰী কৰাৰ ব্যৱস্থা ল'বলৈ স্থিৰ কৰা হয়। সভা আৰম্ভ হোৱাৰ খুব বেছি এক বা ডেৰ ঘণ্টাৰ ভিতৰত সভাৰ সকলো কাৰ্য-সূচী আলোচনা কৰি সিদ্ধান্ত লৈ সভাৰ কাম সমাপ্ত কৰা হয়। তেওঁৰ সভা পৰিচালনা কৰা কৌশল, সময় সচেতনতা, অনাৱশ্যকীয় কথা পাতি সভাৰ সৌষ্ঠৱ হানি কৰা, কাৰ্যকৰী ব্যৱস্থা গ্ৰহণৰ প্ৰয়োজনীয়তাত গুৰুত্বদান ইত্যাদি কথাবোৰে মোক প্ৰথম দিনাই হতবাক কৰি তুলিলে। সভাৰ অন্তত সেই দিনাৰ কাৰ্য-বিৱৰণী তেৱেঁই প্ৰচিডিং বুকত লিখি থ'লে। হঠাৎ অপ্ৰত্যাশিতভাৱে তেওঁ মোক সুধিলে, 'সত্য, বেয়া নাপাবা, তোমাৰ ঘৰ ক'ত? দেউতাৰাৰ নাম কি?' 'মোৰ ঘৰ মৌটুপুৰী গাঁৱত, দেউতাৰ নাম শ্ৰীউপেন্দ্ৰ নাথ দাস, খেতি-বাতি কৰে, আপুনি চিনি নাপাব, চাৰ' বুলি কোৱাত গৰ্জন চন্দ্ৰ দাসৰ (চৰকাৰ) কিবা সম্পৰ্কীয় হওঁ নেকি সুধিলে। তেওঁ আমাৰ জেঠা হয় বুলি কোৱাত তেওঁ নিজে নিজে কোৱাদি ক'লে, 'হয়, তেওঁলোকৰ ঘৰৰ ল'ৰা হ'ব লাগিব নিশ্চয়।' আমাৰ জেঠা স্বাধীনতা যুঁজাৰু আছিল হেতুকে হয়তো জেঠাক ভালকৈ জানে। পাছত তেওঁৰ মুখৰ পৰাই জানিব পাৰিছিলোঁযে তেওঁ হেনো আমাৰ ঘৰলৈ আগতে কেবাবাৰো আহিছিল আৰু আমাৰ পৰিয়ালৰ বহুতকে ভালকৈ জানে। এয়া আৰম্ভণি।

প্ৰথম পৰিচয়তে মই তেওঁৰ পৰা বহুটো মূল্যবান কথা শিকাৰ সুবিধা পাইছিলোঁ। প্ৰথম, তেওঁৰ সময় সচেতনতা। এক বজাৰ সভা এক বজাতেই হোৱা দৰকাৰ। সেয়ে সভা আৰম্ভ হোৱাৰ ১০/১৫ মিনিট আগতেই তেওঁ নিশ্চয় উপস্থিত হ'ব। তেওঁৰ লগত যিমানবিলাক সভা সমিতিত উপস্থিত থকাৰ সৌভাগ্য হৈছিল এখন সভাতো তেওঁ এক মিনিট কাল পলমকৈ অহা দেখা পোৱা নগৈছিল। দ্বিতীয়, তেওঁৰ সভাপতি হিচাপে সভা পৰিচালনা কৰাৰ কৌশল আৰু চমৎকাৰিত্ব। অতি পৰিষ্কাৰ ভাষাত চমুকৈ কাৰ্য-সূচী সদস্যসকলৰ আগত দাঙি ধৰি অযথা অলপো সময় বিলম্ব নকৰি

সুন্দৰ যুক্তিপূৰ্ণ আৰু সৰ্বগ্ৰহণযোগ্য সিদ্ধান্ত ল'ব পৰা ক্ষমতা আছিল তেওঁৰ। Brevity was the soul of his speech.

তৃতীয়টো অভিজ্ঞতাই পৰৱৰ্তী কালত মোক যথেষ্ট সহায় কৰিছিল। সেয়া হ'ল সভাৰ কাৰ্য-বিৱৰণী অতি সুন্দৰকৈ অতি কম অথচ অৰ্থযুক্ত শব্দেৰে লিখাৰ কৌশল। একোটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত তৎক্ষণাৎ নিখুঁতভাৱে লিখি উলিওৱা সাধাৰণতে সম্ভৱপৰ নহয়। অধ্যক্ষতা কৰা কালত তেওঁৰ সেই আৰ্হিয়ে মোক বিশেষভাৱে উপকৃত কৰিছিল। উপযুক্ত স্থানত উপযুক্ত শব্দ চয়নেৰে কৰা drafting সঁচাকৈ অপূৰ্ব।

ইয়াৰ পাছৰে পৰা তেওঁৰ লগত মোৰ বৰ সঘনে সাক্ষাৎ হ'বলৈ ধৰিলে; কিয়নো বি. এইচ. কলেজ স্থাপনৰ প্ৰধান উদ্যোক্তাসকলৰ ভিতৰত তেওঁ অন্যতম। আমাৰ সমিতিৰ Friend, Philosopher and Guide তেৱেঁই আছিল। মই যদিও সেই সময়ত বজালী কলেজত অধ্যাপনা কৰি আছিলোঁ, কলেজ স্থাপনৰ নীতি-নিয়ম সম্বন্ধে মোৰ অভিজ্ঞতা তেনেই সীমিত আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উৰ্ধতম কৰ্তৃপক্ষ যেনে — পঞ্জীয়ক, উপাচাৰ্য আদি বিশিষ্ট ব্যক্তিসকলৰ লগত ব্যক্তিগত সাধাৰণ চা-চিনাকি আছিল যদিও এইক্ষেত্ৰত সেইখিনিয়েই যথেষ্ট নহয়। অক্ষয় বাবুৰ ব্যক্তিত্ব, সামাজিক আৰু ৰাজনৈতিক প্ৰভাৱ সেই সময়ত সবে জনাশুনা। সেয়ে প্ৰতি কথাতে মই তেওঁৰ দিহা পৰামৰ্শ ল'ব লগা হৈছিলোঁ। তেতিয়াৰে পৰা তেওঁৰ অন্তিম দিনলৈ সম্ভৱতঃ ময়েই তেওঁক আটাইতকৈ সঘনে সাক্ষাৎ কৰা আৰু বহু সময় ধৰি পিতা-পুত্ৰৰ দৰে ঘৰুৱা পৰিৱেশত বিভিন্ন বিষয়ে আলোচনা কৰা ব্যক্তি আছিলোঁ।

বাহ্যিক দৃষ্টিত তেওঁক নিৰস, কঠুৱা যেন দেখিলেও তেওঁৰ অন্তঃকৰণ কিমান কোমল আৰু মৰমিয়াল আছিল মই ভালকৈ জানিছিলোঁ। তেওঁৰ অন্তৰ মানৱীয় প্ৰেম, প্ৰীতি আৰু দয়াৰে ভৰি আছিল। তেওঁ কিমান দয়ালু আৰু মৰমিয়াল আছিল এটা উদাহৰণ দিলেই যথেষ্ট হ'ব।

এদিনাখন ৰাতিপুৱা মই তেওঁৰ ঘৰত উপস্থিত হৈ দেখিলোঁ এজন ডেকা ল'ৰাই তেওঁৰ লগত কথা পাতি আছিল। মই আগগুৰি একো জনা নাছিলোঁ। কিন্তু ল'ৰাজনে বৰ বিনম্ৰভাৱে তেওঁক কিবা সহায় কৰিবলৈ অনুৰোধ জনাইছিল। ক্ষন্তেক পাছতে ল'ৰাজনক বিদায় দি মোক হঠাতে সুধিলে, 'সত্য ল'ৰাজন কেনে পালা? গৰীব ল'ৰা বৰুনগৰৰ পৰা আহিছে, বৰ অমায়িক নহয়নে? ব'লা, অজি জীৱনত নকৰা কাম এটা কৰোঁ।' ক'লৈ যাব কি কৰিব মই একো ধৰিব নোৱাৰি কেৱল তেওঁৰ লগে লগে ওলাই আহিলোঁ। অলপ পাছত সেই সময়ৰ বৰপেটা D.I. (নামটো পাহৰিলোঁ)ৰ বাসভৱনত দুয়ো উপস্থিত হ'লোঁ। D.I. চাহাবে হঠাৎ অক্ষয় বাবুক

দেখি আচৰিত হ'ল আৰু নমস্কাৰ যাচি আথেবেথে আসন গ্ৰহণ কৰিবলৈ অনুৰোধ জনালে। কোনো বাহিৰা কথাৰ অৱতাৰণা নকৰি গোনেই যদি ক'ৰবাত কিবা শিক্ষকৰ পদ খালী আছে এই ল'ৰাজনক নিয়োগ কৰিবলৈ অনুৰোধ জনাই ল'ৰাজনৰ নাম লিখা কাগজ এখন তেওঁৰ হাতত দিলে আৰু ওলাই আহিবলৈ সাজু হ'ল। D.I. ৰ উত্তৰ শুনিহে গম পালোঁ আচলতে বিষয়াসকলে তেওঁক কিমান শ্ৰদ্ধা আৰু সমীহ কৰে। লগে লগে তেওঁ 'আপুনি কৈছেই যিহেতু চাৱ, মই জৰুৰ ব্যৱস্থা কৰিম' বুলি কথা দিলে। ওলাই আহি পুনৰ দুয়ো তেওঁৰ ঘৰলৈ আহিলোঁ। বাটে বাটে মোক কৈ আহিল, "ল'ৰাজনৰ প্ৰতি বৰ মায়া উপজিলহে। সেয়ে D.I. ক কথাটো লগে লগে ক'লো দিয়া। জীৱনত এনে কাম কোনো দিনে কৰা নাই। কোনো বিষয়া এনেকি মন্ত্ৰীকো মই কোনো দিন কোনো অনুৰোধ কৰি পোৱা নাই'। অক্ষয় বাবুৰ দয়া আৰু প্ৰীতিৰ এয়া এক জ্বলন্ত উদাহৰণ।

কেৱল চৰকাৰী বিষয়াই নহয়, বেচৰকাৰী উচ্চপদস্থ বিষয়া আনকি এম. এল. এ. মন্ত্ৰীসকলেও তেওঁক ইমান শ্ৰদ্ধা, সন্মান আৰু সমীহ কৰিছিলযে ভাবিলে তবধ মানিব লাগে। এই সকলো সম্ভৱ হৈছিল একমাত্ৰ তেওঁৰ ব্যক্তিত্বৰ কিছুমান গুণৰ কাৰণে।

এক, তেওঁ অত্যন্ত নীতি-নিষ্ঠ, ত্যাগী, নিঃস্বাৰ্থ স্বাধীনতা সংগ্ৰামী।

দুই, তেওঁ নিৰ্লোভ, সাংঘাতিক আত্মসন্মান বোধযুক্ত আৰু প্ৰকৃতাৰ্থত গান্ধীবাদী।

তিনি, তেওঁ অত্যন্ত সহজ-সৰল জীৱন-যাপন প্ৰণালীত অভ্যস্ত। তেওঁ আছিল Simple living and high thinking আদৰ্শৰ অনুগামী। গাত খাদী ধুতি, খাদী পাঞ্জাবি বচ, সেয়ে তেওঁৰ পিন্ধনৰ সামগ্ৰী। তেওঁক সাধাৰণতে গেঞ্জী, জোতা, কোট, ছুৱেটাৰ আদি পৰিধান কৰা দেখা নগৈছিল।

চাৰি, তেওঁ স্বল্পভাষী, গুৰুগম্ভীৰ স্বভাৱৰ আৰু নৈতিক তথা চাৰিত্ৰিক সততা অবিচল।

চৰকাৰে মুক্তি যুঁজাৰুসকলক পেঞ্চন দিয়াৰ বাবে আবেদন বিচাৰিলে। গোটেই দেশ জুৰি খদমদম্ লাগিল। কিন্তু আচৰিত, অক্ষয় বাবুৱে মুক্তি যুঁজাৰু পেঞ্চনৰ বাবে আবেদন নকৰিলে। কথাটো তদানীন্তন কংগ্ৰেছ সভাপতি শ্ৰীশৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াৰ দৃষ্টিগোচৰ হোৱাত তেওঁ নিজে আগভাগ লৈ বিনা দৰ্খাস্তে পেঞ্চনৰ ব্যৱস্থা কৰাই দিছিল। অক্ষয় কুমাৰ দাসৰ যুক্তি হ'ল তেওঁ পেঞ্চনৰ আশাত স্বাধীনতা সংগ্ৰামত আত্মনিয়োগ কৰা নাছিল।

আমি জনাত অক্ষয় কুমাৰ দাসৰ আৰ্থিক অৱস্থা স্বচ্ছল নাছিল। থকা-মেলাৰ

বাবে তিনিটা সৰু কোঠা যুক্ত এটা সাধাৰণ অসম আৰ্হিৰ ঘৰ। বহা-মেলাৰ বাবে দুখন মান কাঠৰ চেয়াৰ আৰু এখন আৰ্মড্ বেঞ্চ। ইচ্ছা কৰিলে তেওঁ ৰ দৰে ৰাজনৈতিক প্ৰভাৱশালী ব্যক্তি এজনে বহুতো কিবাকিবি কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁযে হাড়ে হিমজুৱে প্ৰকৃত গান্ধীবাদী। নিজৰ নিত্য প্ৰয়োজনতকৈ অধিক সা-সম্পত্তি বা ধন সংগ্ৰহ কৰাটোয়ে মহাপাপ! বিলাসিতা বা প্ৰাচুৰ্যৰ স্থান তেওঁৰ অভিধানত নাই।

প্ৰশাসনীয় নীতি-নিয়ম আৰু পৰিস্থিতি মোকাবিলা কৰাৰ কৌশল আদি বিভিন্ন বিষয়ে মই তেওঁৰ লগত আলোচনা কৰিছিলোঁ। আশ্চৰ্যৰ কথা, তেওঁ তৎক্ষণাৎ শুদ্ধ আৰু নিখুঁত সমিধান দিব পাৰিছিল। যিকোনো ক্ষেত্ৰতে তেওঁৰ দৰে তাৎক্ষণিক সমিধান দিব পৰা ব্যক্তি মোৰ জীৱনত খুব কমেইহে লগ পোৱাৰ সৌভাগ্য হৈছে। তেওঁ প্ৰখৰ বুদ্ধিমত্তা আৰু প্ৰত্যুৎপন্নমতিতালৈ শত নমস্কাৰ।

অক্ষয় কুমাৰ দাস মোৰ কৰ্মজীৱনৰ প্ৰধান গুৰু সদৃশ আছিল। সেয়ে তেওঁক মই অত্যন্ত শ্ৰদ্ধা আৰু ভক্তি কৰিছিলোঁ। নিজ সন্তানৰ দৰে তেওঁ মোক ইমান মৰম আৰু বিশ্বাস কৰিছিলযে কেতিয়াবা কিবা অনুৰোধ (ব্যক্তিগত নহয়) কৰিলে কোনো দিনে বিমুখ নকৰিছিল। বৰপেটা এম. চি. কলেজৰ উপাধ্যক্ষ নিযুক্তিৰ ক্ষেত্ৰত দুবাৰো পৰিচালনা সমিতিৰ সভাত সভাপতি হিচাপে তেওঁ নিযুক্তি স্থগিত ৰাখিছিল। অক্ষয় বাবুৰ মতামতৰ বিৰুদ্ধাচৰণ কৰা টান। এদিনাখন উপাধ্যক্ষ পদপ্ৰাৰ্থী সেই শিক্ষাগুৰু জনে হঠাতে মোক বাটত লগ পাই গোটেই ঘটনাটো বিৱৰি কৈ দুখ প্ৰকাশ কৰিলে আৰু অক্ষয় বাবুক তেওঁৰ হকে দুযাৰ ক'বলৈ মোক ক'লে। তেওঁৰ অনুৰোধ উপেক্ষা নকৰি মই সেইদিনাই অক্ষয় বাবুৰ আগত কথাটো উলিয়ালোঁ। তেওঁৰ Impression ভাল নহয়, সেয়ে তেওঁ সন্মতি প্ৰদান কৰা নাছিল। মই বিভাগীয় নিৰ্দেশৰ কথা উল্লেখ কৰি জনালোঁ যে পৰিচালনা সমিতিয়ে এই নিযুক্তি নিদিব পাৰে, কিন্তু ইয়াৰ দ্বাৰা এজন ব্যক্তিক তেওঁৰ ন্যায্য প্ৰাপ্তিৰ পৰা অনাহকতে বঞ্চিত কৰা হব ; এইটো বৰ উচিত কাম নহ'ব। কথা শুনি তেওঁ পোনেই মোক সুধিলে, 'তোমাৰ মতামত কি?' ময়ো লগে লগে উত্তৰ দিলোঁ, 'ন্যায্য প্ৰাপ্তিৰ পৰা কোনো ব্যক্তিক বঞ্চিত কৰিব নালাগে ; ই অন্যায় হব।' তেওঁ শুনিলে কিন্তু একো উত্তৰ নিদিলে। পাছত জানিব পাৰিছিলোঁ, পৰিচালনা সমিতিৰ পৰৱৰ্তী সভাত পোন প্ৰথমে তেওঁ এই নিযুক্তি দিব লাগে বুলি মতামত প্ৰকাশ কৰাত কামটো সম্পন্ন হ'ল। মইযে নিয়ম বহিৰ্ভূত হ'ব বুলি ক'লোঁ, সেইটোৱে চাগে তেওঁৰ অন্তৰত লাগিল। তেওঁৰ দৰে নীতিনিষ্ঠ ব্যক্তিয়ে কেতিয়াও নিয়ম ভংগ কৰি কোনো কামযে নকৰে, এয়েই তাৰ প্ৰমাণ। পাছত গম পালোঁ, এই ক্ষেত্ৰত বিভাগীয় কিবা নিৰ্দেশ আছিল বুলি তেওঁ হেনো জনা নাছিল বা

তেওঁক এই বিষয়ে কোনোৱে জনোৱাও নাছিল।

বিচাৰ-বিবেচনাৰ ন্যায্যতা আৰু নিৰপেক্ষতা অক্ষয় বাবুৰ ব্যক্তিত্বৰ আন এটা উল্লেখনীয় দিশ। তেওঁ ব্যক্তিগত স্বাৰ্থ জলাঞ্জলি দিও বিচাৰৰ ন্যায্যতা সৰ্বদা অটুট ৰাখিছিল। ১৯৬৭ চনত অসম বিধান সভাৰ সাধাৰণ নিৰ্বাচন। বৰপেটা সমষ্টিৰ কংগ্ৰেছ প্ৰাৰ্থী অক্ষয় কুমাৰ দাস আৰু তেওঁৰ প্ৰতিদ্বন্দ্বী পি. এচ. পি. ৰ ডাঃ সুৰেন্দ্ৰ নাথ দাস। প্ৰৱীণ ৰাজনীতিবিদ, সমাজ-সেৱক অক্ষয় বাবু মোৰ পিতৃসম মান্য ; আনহাতে ডাঃ সুৰেন্দ্ৰ নাথ দাস হাউলীৰ এজন বিশিষ্ট সমাজ সেৱক, জনপ্ৰিয় ডাক্তৰ, মোৰ জেষ্ঠ্য ভাতৃসম। দুই ৰথী- মহাৰথীৰ মাজত প্ৰতিদ্বন্দ্বিতা। মই মহা সংকটত পৰিলোঁ, কাক সমৰ্থন কৰিম, কাক বিৰোধিতা কৰিম। কিংকৰ্তব্য বিমূঢ় হৈ মই মোৰ মানসিক অৱস্থাৰ কথা অক্ষয় বাবুক জনাই কি কৰা উচিত পৰামৰ্শ বিচাৰিলোঁ। তেওঁ সামান্য ভাবি ক'লে, 'মই তোমাৰ অৱস্থা বুজিছোঁ। তুমি Strictly neutral থাকিবা।' নিৰ্বাচনৰ সময়ত নিজৰ স্বাৰ্থ ত্যাগ কৰি এইদৰে নিৰপেক্ষ পৰামৰ্শ দিব পৰা নেতা আজি কেইজন আছে?

প্ৰশাসনীয় ৰীতি-নীতিৰ সম্যক জ্ঞান আৰু কাৰ্যদক্ষতা তেওঁৰ ব্যক্তিত্বৰ আন এটা ভূষণ আছিল। বি. এইচ. কলেজৰ অধ্যক্ষ হিচাপে যোগদান কৰাৰ কেইদিনমান পাছত তেওঁ মোক কৈছিল, 'সত্য, দায়িত্বপূৰ্ণ প্ৰশাসকে 'ভালপোৱা', 'বেয়াপোৱা' এই শব্দ দুটা মনলৈ আনিব নালাগে। এইবোৰ স্বাৰ্থসাপেক্ষ। সদায় নিয়ম-নীতি পালন কৰি নিজৰ কৰ্ত্তব্য নিষ্ঠাৰে কৰি যাবা। দক্ষ প্ৰশাসকসকল প্ৰায়ে অপ্ৰিয়ভাজন হোৱা দেখা যায়। কিন্তু সেইবোৰ সাময়িক, অস্থায়ী ; নীতি-নিয়ম পালনহে স্থায়ী, মংগলজনক। সস্তীয়া জনপ্ৰিয়তাৰ পিছে পিছে কেতিয়াও নদৌৰিবা।' উপদেশফাঁকি সঁচাকৈ অত্যন্ত তাৎপৰ্যপূৰ্ণ আৰু অৰ্থব্যঞ্জক। তেওঁৰ এই উপদেশ দৈনন্দিন জীৱনত পালন কৰিবলৈ পাৰ্যমানে চেষ্টা কৰিছিলোঁ।

পৃথিৱীত মানুহ চিনাটোৱে বোলে অত্যন্ত টান কাম। এৰা, Man is the most difficult book to read. অক্ষয় বাবুৰ মানুহ চিনা নাড়ীজ্ঞান অনন্য। পৰচৰ্চা বা পৰনিন্দা তেওঁৰ স্বভাৱ বিৰুদ্ধ আছিল। কিন্তু স্বাৰ্থপৰ, দুৰ্নীতিগ্ৰস্ত মানুহক তেওঁ অন্তৰৰে পৰা বেয়া পাইছিল। কথা প্ৰসংগত এবাৰ তেওঁ মোক দুজন মানুহৰ পৰা সদায় দূৰত থাকিবলৈ উপদেশ দিছিল। প্ৰথমজন হোনো বৰ স্বাৰ্থপৰ, নিজৰ ব্যক্তিগত স্বাৰ্থৰ বাহিৰে দুনিয়াৰ একো বস্তু নাজানে আৰু দ্বিতীয়জন নীচমনা, দুৰ্নীতি পৰায়ণ। কোনো পঞ্চায়ত নিৰ্বাচনত হেনো তেওঁ ২০০ টকা ভেটি লৈছিল। কথাষাৰ শুনি প্ৰথমতে অলপ আচৰিত হোৱা যেন হৈছিলোঁ। পৰৱৰ্তী কালত দেখিলো তেওঁৰ

মন্তব্য আখৰে আখৰে সঁচা। জীৱনৰ বিচিত্ৰ অভিজ্ঞতা আৰু অন্তৰ্দৃষ্টিৰে তেওঁ মানুহক সঠিকভাৱে জানিব-চিনিব পাৰিছিল।

এটা কথা আমাৰ বহুতে হয়তো নাজানে। অক্ষয় বাবু ধ্ৰুপদী সংগীতৰ পৰম ভক্ত আছিল। তেওঁ বৰ সুন্দৰকৈ বৰগীত গাব জানিছিল। কথাৰ মাজতে এদিনাখন তেওঁ মোক কৈছিল যে এম. এল. এ. হৈ থাকোঁতে চিলঙত কেতিয়াবা বিধান সভা শেষ হোৱাৰ পাছত থকা ঘৰলৈ খোজ কাঢ়ি গৈ থাকোঁতে হেনো সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী এতিয়া প্ৰয়াত বিমলা প্ৰসাদ চলিহাই তেওঁক খোজ কাঢ়ি গৈ থকা দেখি গাড়ী ৰখাই তেওঁৰ বাস ভৱনলৈ লৈ গৈছিল আৰু দুয়ো হেনো কোনো এক নিৰ্জন কোঠাত সংগীত চৰ্চা কৰি অৱসৰ উপভোগ কৰিছিল -- অক্ষয় বাবুৱে গায় বৰগীত, চলিহা ডাঙৰীয়াই বজায় বেহেলা। কি সুন্দৰ মনি-কাঞ্চন যুটি, কি পবিত্ৰ অৱসৰ বিনোদনৰ ব্যৱস্থা!

পিছপৰা অঞ্চলবিলাকত বিভিন্ন পৰ্যায়ৰ শিক্ষানুষ্ঠান পাতি জন-সাধাৰণৰ মাজত শিক্ষাৰ পোহৰ বিস্তাৰতো অক্ষয় কুমাৰ দাস আগ ৰণুৱা আছিল। অনা-অসমীয়া আৰু মুছলমান অধ্যুষিত অঞ্চল বিলাকত অসমীয়া মাধ্যমৰ প্ৰাইমাৰী স্কুল, এম. ই. স্কুল, হাইস্কুল, বিশেষকৈ ছোৱালী স্কুল স্থাপনত তেওঁ বৰ গুৰুত্ব আৰোপ কৰিছিল। তেওঁ মোক প্ৰায়ে কৈছিলযে মাতৃসকলক অসমীয়া মাধ্যমত সুশিক্ষিত কৰি তুলিব পাৰিলেহে বৃহত্তৰ অসমীয়া জাতি-গঠন প্ৰক্ৰিয়া আপোনা আপুনি ঠন ধৰি উঠিব। জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰেইযে উন্নয়নৰ প্ৰাথমিক প্ৰয়োজন, অক্ষয় বাবুৱে তেতিয়াই দূৰদৃষ্টিৰে উপলব্ধি কৰিছিল।

গীতাত স্থিতপ্ৰজ্ঞ ব্যক্তিৰ সংজ্ঞা এইদৰে দিয়া আছেঃ

"দুঃখেষ্মনুদ্বিগ্নমনাঃ সুখেষু বিগত স্পৃহঃ।

বীতৰাগ ভয় ক্ৰোধঃ স্থিতধীৰ্মুনিৰুচ্যতে।। (২/৫৬)

অৰ্থাৎ তিনিবিধ দুখৰ মাজতো যিজনৰ মন চঞ্চল হৈ নপৰে আৰু সুখৰ মাজতো যিজন আপোন পাহৰা হৈ নপৰে, যিজনৰ মনৰপৰা আসক্তি, ভয় আৰু খং আঁতৰি গৈছে, তেওঁকেই স্থিতপ্ৰজ্ঞ মুনি বোলা হয়।

সৰ্বদিশ সুস্থিৰ আৰু নিৰপেক্ষভাৱে বিচাৰ কৰিলে প্ৰয়াত অক্ষয় কুমাৰ দাসক প্ৰকৃতাৰ্থত স্থিতপ্ৰজ্ঞ ব্যক্তি আছিল বুলি ক'ব পাৰি। সুখৰ আনন্দত আত্মহাৰা হোৱা বা দুখৰ তাড়নাত অস্থিৰ বা বিষাদিত হোৱা কদাপি তেওঁক দেখা নাপালোঁ। ১৯৬৭ চনৰ সাধাৰণ নিৰ্বাচনত তেওঁ পৰাজিত হ'ল। তেওঁক দেখা কৰিবলৈ গৈ মই যি দেখিলোঁ সি কল্পনাতীত। পৰাজয়ৰ সামান্য বিষাদৰ চিহ্ন বা মনোকষ্ট তেওঁৰ মুখমণ্ডলত

পৰিলক্ষিত নহ'ল। গতানুগতিক গহীন, গম্ভীৰ ব্যক্তিত্বৰে মহিমামণ্ডিত হৈ তেওঁ মোৰ লগত কথা বতৰা হ'ল, কিন্তু নিৰ্বাচনৰ ফলাফল সম্বন্ধে এটা শব্দও ঘুণাক্ষৰে উচ্চাৰণ নকৰিলে। কি আশ্চৰ্য মানসিক শক্তি!

এই সমস্ত গুণৰ অধিকাৰী হোৱা সত্বেও প্ৰয়াত অক্ষয় কুমাৰ দাসৰ বহুমুখী প্ৰতিভা, ব্যক্তিত্ব আৰু ত্যাগৰ যথোচিত মূল্যায়ন নহ'ল যেন লাগে। আমি তেওঁৰ মূল্যায়ন কৰিবলৈ সমৰ্থ নহ'লোঁ। পলমকৈ হ'লেও শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ উদ্যোগত সেই মহান আত্মাৰ প্ৰতি আমাৰ সশ্ৰদ্ধ প্ৰণাম আৰু কৃতজ্ঞতা জনোৱাৰ সুবিধাকণ পাই নথৈ আনন্দিত হৈছোঁ। ●

# গান্ধীবাদী অক্ষয় কুমাৰ দাসক যিদৰে জানো

বিজনলাল চৌধুৰী

মহাত্মা গান্ধীৰ নেতৃত্বত গোটেই ভাৰত জুৰি ব্যাপ্ত হৈ পৰা কংগ্ৰেছ আন্দোলন এক সাধাৰণ ৰাজনৈতিক আন্দোলন নাছিল। এই আন্দোলনত ঔপনিৱেশিক শাসনৰ কবলৰ পৰা মুক্তিৰ প্ৰবল ইচ্ছাই ভাৰতৰ বিভিন্ন প্ৰান্তৰ জনসাধাৰণক উজ্জীৱিত কৰি তুলিছিল। সামগ্ৰিকভাৱে ভাৰতৰ স্বাধীনতা আন্দোলন মানে কেৱল গান্ধীৰ নেতৃত্বত পৰিচালিত হোৱা কংগ্ৰেছ আন্দোলন নহয়। কংগ্ৰেছ আন্দোলন আছিল নিঃসন্দেহে এক ব্যাপক ধাৰা, যিটো ধাৰাত সংখ্যা গৰিষ্ঠ জনগণে সক্ৰিয় ৰূপত স্বাধীনতা আন্দোলন বিকশিত কৰি তুলিছিল। ১৯৫৭ চনৰ চিপাহী বিদ্ৰোহ আছিল প্ৰথম স্বাধীনতা যুদ্ধ। পৰৱৰ্তী কালত ভাৰতৰ বিভিন্ন প্ৰান্তত কৃষক সমাজে তেওঁলোকৰ নিজস্ব শ্ৰেণীগত দাবীৰ ভিত্তিত বৃটিছ প্ৰসাশন আৰু সামন্তবাদী দমন শোষণৰ বিৰুদ্ধে সশস্ত্ৰ সংঘাতৰ পথ লৈছিল। প্ৰত্যক্ষভাৱে স্বাধীনতা লাভৰ সংগ্ৰামত কৃষক অভ্যুত্থানে দীৰ্ঘস্থায়ী যুদ্ধৰ পথ যদিও ল'ব পৰা নাছিল তৎসত্বেও এই সংঘাতে বিদেশী শাসকৰ স্বৰূপ গাৱঁলীয়া ৰাইজৰ মনত পৰিষ্কাৰ কৰি তুলিছিল। স্বদেশী আন্দোলনে সশস্ত্ৰ বিপ্লৱবাদৰ পথো মুকলি কৰিছিল আৰু বংগভংগ আন্দোলনৰ তাৎপৰ্য এয়ে যে জাতীয়তাবাদৰ ধাৰা এটি প্ৰবাহিত কৰি সৰ্বভাৰতীয় ৰাজনৈতিক আন্দোলনৰ প্ৰয়োজনীয়তা সকলোৰে মনত জগাই তুলিছিল। মহাৰাষ্ট্ৰত বাল গংগাধৰ তিলকৰ নেতৃত্বত জনগণৰ মনত হিন্দু পুনৰুত্থানবাদৰ চেতনাৰ সৈতে সম্পৃক্ত দেশাত্মবোধৰ ধাৰা এটিও বোৱাই আনিছিল। আনহাতে আকৌ বৃটিছ সাম্ৰাজ্যবাদে জনগণৰ জাগৰণক বিভ্ৰান্ত কৰিবলৈ সাম্প্ৰদায়িকতাবাদী চিন্তা-চৰ্চাত উদগনি দিছিল, সংকীৰ্ণতাবাদী বা বিভেদমুখী ৰাজনৈতিক আন্দোলনক উচটনি দিছিল। ঔপনিৱেশিক শাসনকৰ্তাই জগাই তোলা জনগোষ্ঠীৰ

"that better relatios between landlords and tenants could be brought about by a sense of hearts on both sides. If that was done both could live in peace and harmony. He was never in favour of abolition of the taluqadari and zamindari system, and those who thught that it should be abolished did not know their own minds." (This last charge is rather unkind.)

He is further reported to have said : 'I shall be no party to dispossessing propertied classes of their private property without just cause. My objective is to reach your hearts and convert you [he was addressing a deputation of big zamindars) so that you may hold all your private property in trust for your tenants and use it primarily for their welfare...... But supposing that there is an attempt unjustly to deprive you of your property you will find me fighting on your side...... The socialism and communism of the west is based on certain conceptions which are fundamentally different from ours. One such conception is there belief in the essential selfishness of human nature ....... Our socialism and communism should therefore be based on non-violence and on the harmonious co-operation of labour and capital, landlord and tenant.' [An autobiography].

ওপৰৰ উদ্ধৃতিকেইটাৰপৰা বুজিব পাৰি যে মহাত্মা গান্ধী সামন্ত-প্ৰভু আৰু পুঁজিপতি শ্ৰেণীৰ বিৰোধী নাছিল। গান্ধীক আমূল সমাজ পৰিবৰ্তনৰ বিপ্লবী আন্দোলনৰ সমৰ্থক আছিল বুলি ক'ব নোৱাৰি আৰু তেওঁ নিজেও কৈ গৈছে যে তেওঁ শ্ৰেণী সংগ্ৰামৰো পক্ষপাতি নহয়। সমাজবাদী তত্ত্বৰ ব্যাখ্যা তেওঁ যিদৰে গ্ৰহণ কৰিছিল, তেনে ব্যাখ্যা সমাজ-বিজ্ঞানৰো অন্তৰ্ভুক্ত নহয়। মহাত্মা গান্ধীৰ এই প্ৰতিক্ৰিয়াশীল প্ৰৱণতাবোধ সত্বেও তেওঁ আছিল সাম্ৰাজ্যবাদৰ বিৰুদ্ধে গণতান্ত্ৰিক আন্দোলন গঢ়ি তোলা এগৰাকী অবিস্মৰণীয় জননেতা। ভাৰতৰ গ্ৰামাঞ্চলৰ জনসাধাৰণৰ আবেগ-অনুভূতি, ৰুচি-অভিৰুচি, সবলতা-দুৰ্বলতা আৰু চিন্তাৰ পটভূমি

গান্ধীয়ে যিদৰে বুজিছিল অন্য কোনো নেতাই তেনেকৈ বুজিব পাৰিছিল বুলি অনুভৱ নহয়। চৰ্‌খা আৰু খাদী আন্দোলন, অস্পৃশ্যাতা বিৰোধী আন্দোলন আদিৰ মাজেদি গান্ধীয়ে প্ৰত্যক্ষভাৱে সমাজ-সংস্কাৰৰ ধাৰা এটি প্ৰৱাহিত কৰিছিল। সৰ্বধৰ্মৰ প্ৰতি সন্মান প্ৰদৰ্শন আৰু প্ৰাৰ্থনা, খাদ্যাখাদ্যৰ বিচাৰ, খাদী পৰিধান আদিৰ মাজেদি এক নৈতিকতাৰ ভাৱধাৰা আৰু স্বদেশী আন্দোলনৰ চেতনা জাগৰিত কৰিছিল। হিন্দু মুছলমানৰ মাজত আৰু অনুসূচিত, অস্পৃশ্যতাৰ লগত বৰ্ণ হিন্দুৰ সামাজিক ব্যৱধান কমাই অনাৰ যত্ন তেওঁৰ কৰ্মসূচীৰ অন্যতম উজ্জ্বল দিশ। কোবা বাহুল্য যে গান্ধীয়ে বহুসময়ত এই সমাজ-সংস্কাৰমূলক কৰ্মসূচী ৰূপায়িত কৰোঁতে ধৰ্ম আৰু আধ্যাত্মিকতাৰ ব্যাখ্যাৰেহে পাতনি মেলিছিল। ধৰ্ম আৰু আধ্যাত্মিকতাৰ অনুপ্ৰৱেশে তেওঁৰ কৰ্মসূচীবোৰ এহাতে যেনেদৰে ব্যাপক হিন্দু জনসাধাৰণৰ গ্ৰহণযোগ্য কৰি তুলিছিল তেনেদৰে আন আন ধৰ্মীয় সম্প্ৰদায়ৰ কাৰণে উক্ত কৰ্মসূচীবোৰ কিছুপৰিমাণে দ্বিধাগ্ৰস্ততাৰ কাৰণ হৈ পৰিছিল। এয়েই হৈ পৰিছিল অন্দোলনৰ অন্তৰ্নিহিত দুৰ্বলতা আৰু সেই দুৰ্বল সন্ধিৰে সাম্প্ৰদায়িকতাবাদৰ কালী প্ৰৱেশ কৰিছিল। গান্ধী নিজে নিঃসন্দেহে সাম্প্ৰদায়িকতাবাদ বিৰোধী আছিল কিন্তু তেওঁৰ ৰাজনীতিৰ সৈতে ধৰ্মৰ অশুভ আলিংগনে তেওঁৰেই আন্দোলন সময়ে সময়ে বিভ্ৰান্ত কৰিছিল। ধৰ্ম শাস্ত্ৰৰ কথাৰে ৰাজনীতি ব্যাখ্যা কৰি গান্ধীয়ে সাম্প্ৰদায়িকতাবাদী শত্ৰুবোৰক অজ্ঞাতসাৰে সুবিধা কৰি দিছিল।

মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ লগে লগে অসমত কংগ্ৰেছ দলৰ আৰম্ভণি বুলি ক'লেও ভুল কোৱা নহয়। অৱশ্যে মধ্য শ্ৰেণীক জালিয়ানৱালাবাগৰ ঘটনাই জোঁকাৰি দিছিল আৰু সাম্ৰাজ্যবাদৰ সেই ৰাইফলৰ গৰ্জনতেই অসম সাৰ পাই উঠিছিল আৰু বিদেশী শাসকৰ বিৰুদ্ধে অসহযোগ আন্দোলন কৰিবলৈ সাহস গোটাব পাৰিছিল। ১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ অধিৱেশনত অসমীয়া মধ্যশ্ৰেণীয়ে সৰ্বভাৰতীয় মধ্যশ্ৰেণীৰ নেতৃবৃন্দৰ সৈতে মঞ্চত উপস্থিত হৈ সহযোগিতা আগবঢ়াইছিল। কেৱল ব্যতিক্ৰম হিচাপে অসমীয়া জাতীয়তাবাদী বা অসম সংৰক্ষিণী দলৰ নেতা অম্বিকাগিৰীয়ে বেলেগ পটীয়েদি যাত্ৰা আৰম্ভ কৰিছিল। হিন্দু মহাসভাৰো আগমন ঘটিছিল। অসমত তেতিয়া গ্ৰামাঞ্চলৰ কৃষক সমাজেই সংখ্যাগৰিষ্ঠ ; নগৰ বুলিবলৈ যিশেৰ ঠাই আছে সেয়া চাহ-বাগিচা আৰু ৰাজস্থানী ব্যৱসায়ীসকলৰ বেহা-বেপাৰৰ কেন্দ্ৰ। অসমীয়া ব্যৱসায়ী বুলিবলৈ যিসকল আছিল তেওঁলোকৰ সংখ্যা নিতান্ত সীমিত। চাকৰিৰ ক্ষেত্ৰবোৰত অনা-অসমীয়া বা শ্ৰীহট্টৰ পৰা অহা বাংলাভাষী কৰ্মচাৰীৰেই প্ৰাধান্য। এই পৰিৱেশত মহাত্মা গান্ধী আৰু কংগ্ৰেছৰ আন্দোলনে প্ৰধানকৈ গ্ৰামাঞ্চলত আৰু

সৰু সৰু চহৰবোৰত আলোড়ন আনিলে। অৰ্থনৈতিক ক্ষেত্ৰৰ প্ৰতিযোগিতাই স্বদেশী ভাবধাৰাৰ সোঁতৰ সৈতে কংগ্ৰেছ আন্দোলন, আঞ্চলিকতাবাদী আন্দোলনৰ সৈতে মিলিত হৈ ফল্গুৰ দৰে বৈ আছিল। অসমত এই আন্দোলনবোৰত ছাত্ৰসমাজৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। শিক্ষানুষ্ঠানবোৰ সাম্ৰাজ্যবাদী প্ৰশাসনৰ ইংৰাজী শিক্ষিত কৰ্মচাৰী গঢ়ি তোলা আৰু শিক্ষিত 'বাবু' তৈয়াৰ কৰাৰ কাৰখানা হৈছিল যদিও আনহাতে আকৌ সেই শিক্ষানুষ্ঠানবোৰতেই সাম্ৰাজ্যবাদ বিৰোধী বিদ্ৰোহীৰো জন্ম হৈছিল।

অসমত কুলধৰ চলিহা, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ আদি উচ্চ ইংৰাজী শিক্ষিত লোক স্বাধীনতা আন্দোলনত আছিল। কটন কলেজৰ ছাত্ৰ অক্ষয় কুমাৰ দাসো আছিল কলেজ বৰ্জনৰ আন্দোলনত গুৱাহাটীৰ ডাঃ হৰিকৃষ্ণ দাসৰ অস্থায়ী শিবিৰত আশ্ৰয় লোৱা ছাত্ৰ। নানা বিলাই বিপত্তিৰ মাজেদি ১৯২৫ চনত আইনৰ উপাধি লৈ তেওঁ বৰপেটাত ওকালতি আৰম্ভ কৰিছিল। ছাত্ৰ অৱস্থাতেই অসহযোগ আন্দোলনৰ প্ৰভাৱত তেওঁৰ মনৰ মাজত গান্ধীবাদী আন্দোলনৰ প্ৰভাৱ আৰু দেশপ্ৰেমৰ ধাৰণাৰ জন্ম হৈছিল। বৰপেটা অঞ্চলত গান্ধী আন্দোলনৰ প্ৰভাৱত এচাম নতুন শিক্ষিত লোকে ৰাজনৈতিক কৰ্মী হিচাপে আত্মপ্ৰকাশ কৰিছিল। তেওঁলোক আছিল দেবেন্দ্ৰ নাথ উজীৰ, ধনীৰাম তালুকদাৰ, কামেশ্বৰ দাস, মধুসূদন দাস, উপেন্দ্ৰ চন্দ্ৰ দাস, জগদীশ মেধি, মহেন্দ্ৰমোহন চৌধুৰী আদি। ইয়াৰ উপৰি যিকোনো সময়তে আন্দোলনৰ কাৰ্যসূচীত বৰপেটাত উপস্থিত হৈছিল অম্বিকাগিৰী ৰায়চৌধুৰী।

এই সকলৰ লগত অক্ষয় কুমাৰ দাসে কংগ্ৰেছৰ এগৰাকী একনিষ্ঠ নেতৃস্থানীয় কৰ্মী হৈ কাম কৰি গৈছিল। কিন্তু অন্য বহুতৰ সৈতে তুলনা কৰি চালে অক্ষয় কুমাৰ দাসৰ ব্যক্তিত্বত কিছুমান এনে বৈশিষ্ট্য দেখা যায় যিবোৰ কেতিয়াও পাহৰিব নোৱাৰি। তেওঁ জীৱিকাৰ বাবে ওকালতি কৰিছিল সঁচা, কিন্তু ৰাজনৈতিক কৰ্মী হিচাপে আদৰ্শবাদী সুলভ কথাৰ ব্যৱসায় কৰা নাছিল। তেওঁ গান্ধীবাদী কৰ্মী হিচাপে গান্ধী-নীতি মানি লৈ সকলো বিলাসিতাৰপৰা আঁতৰি কেৱল খদ্দৰৰ সাজপাৰ ব্যৱহাৰ কৰিছিল আৰু এড়ী চাদৰ এখন উৰি খালী ভৰিৰে চলিছিল। ভৰিত চেণ্ডেল পিন্ধাটো কেতিয়াবা আকস্মিক ঘটনাহে আছিল।

অক্ষয় কুমাৰ দাস কথা-বতৰাত সদায় স্বল্পভাষী আছিল ; কোনো ক্ষেত্ৰতে অতিশয়োক্তি বা অতিৰঞ্জন তেখেতৰ বচনভংগীত নাছিল। আবেগ বা ভাবোচ্ছ্বাস তেখেতৰ চৰিত্ৰত কাহানিও দেখা নগৈছিল। ছবিত দেখিবলৈ পোৱা গ্ৰীচ দেশৰ সুপ্ৰাচীন দাৰ্শনিকসকলৰ দৰে চেহেৰা আৰু খদ্দৰৰ ধুতি-চোলাৰে অক্ষয় দাসৰ সৈতে কোনোবাই কথা-বতৰা পাতিলেহে বা তৰ্কত প্ৰবৃত্ত হ'লে বুজিব পাৰিছিল তেওঁৰ

সামাজিক জ্ঞান, বাস্তৱবোধ আৰু যুক্তিবাদী মনৰ দৃঢ়তা। সভা-সমিতিত বক্তৃতা দিলেও তেওঁ চৰ্বিত-চৰ্বণ নকৰিছিল, কিন্তু যুক্তিবাদী আলোচনাৰে তেওঁ যি পৰামৰ্শ দিছিল শেষত সকলোৱে তেওঁৰ মতকেই মানি ল'বলৈ বাধ্য হৈছিল। বৰপেটাৰ স্বাধীনতা আন্দোলনৰ কৰ্মীসকলে অক্ষয় দাসৰ পৰামৰ্শ নোলোৱাকৈ কোনো কাৰ্যসূচী ৰূপায়িত কৰিব নোৱাৰিছিল। কোনো ঘটনাতেই তেওঁ অধৈৰ্য নহৈছিল ; ধীৰ-স্থিৰভাৱে তেওঁ উপায় উদ্ভাৱন কৰি সমস্যা সমাধান কৰিব পৰা বাবে বহুতে তেওঁক চানক্য সদৃশ জ্ঞান কৰিছিল।

এনে এজন গান্ধীবাদী কৰ্মী অক্ষয় কুমাৰ দাস কঠোৰ আৰু কাঠচিতীয়া মানুহ বুলি ভাবিলে ভুল কৰা হ'ব। তেওঁৰ পিতৃ মনহৰি দাস বৰপেটাৰ এগৰাকী সম্ভ্ৰান্ত ভদ্ৰলোক আছিল আৰু তেওঁ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ একান্ত অনুৰাগী আছিল। মনহৰি দাস বৰপেটা সত্ৰৰ সমাজ, ৰীতি-নীতি, শংকৰী সংস্কৃতি, শংকৰী সাহিত্য আৰু ভকতসকলৰ বংশ-পৰিয়াল-পৰিজন সম্পৰ্কেও সকলো তথ্যপাতিৰ এটি ভঁৰাল আছিল। তেওঁ কীৰ্ত্তন পুথি নিজে ছপাই প্ৰচাৰ কৰিছিল। এনেকুৱা পিতৃৰ পুত্ৰ হিচাপে আৰু পৰিয়ালৰ বৈষ্ণৱী পৰম্পৰাৰ মাজৰ পৰা উঠি অহা অক্ষয় কুমাৰ দাসে উন্নত সাংস্কৃতিক মন এটি গঠন কৰিছিল। মহাপুৰুষীয়া ধৰ্মত তেওঁৰ বিশ্বাস অটুট আছিল। ইংৰাজী বিষয়ত অনাৰ্চ লৈ প্ৰেচিডেন্সি কলেজৰপৰা স্নাতক ডিগ্ৰী গ্ৰহণ কৰা অক্ষয় দাসৰ মনত প্ৰাচ্য আৰু পাশ্চাত্ত্যৰ পোহৰ জিলিকি আছিল, জিলিকি আছিল আধুনিক যুগৰ অসমীয়া সাহিত্যৰ প্ৰভাৱ আৰু সমসাময়িক বংগীয় সাহিত্যৰো মাধুৰ্যময় ধাৰা। অৱশ্যে সেই যুগৰ প্ৰায় সকলো অসমীয়া শিক্ষিত মধ্যবিত্তৰ মানসত স্বদেশী চেতনা আৰু জাতীয়তাবাদী ভাৱনাই ঢউ খেলি আছিল। অক্ষয় কুমাৰ দাসৰ নিকটাত্মীয় দয়াল চন্দ্ৰ সূত্ৰধৰে যিদৰে তেওঁৰ অবিস্মৰণীয় কণ্ঠস্বৰেৰে বৰগীত গাই পাণ্ডু কংগ্ৰেছত মহাত্মা গান্ধীকো মুগ্ধ কৰিছিল, সেইদৰে অক্ষয় দাসেও বৰগীত গাইছিল। তেওঁ বৰগীত ভালদৰে গাব জানিছিল। কিন্তু তেওঁ নিজকে গায়ক বুলি নেদেখুৱাইছিল। আত্মপ্ৰচাৰ বিমুখ আছিল তেওঁ। তেওঁ কোনো ক্ষেত্ৰতে আত্ম-উন্নতিপ্ৰয়াসী সুবিধাবাদী (careeist) নাছিল, ৰাজনৈতিক নেতৃত্বৰ ক্ষেত্ৰতো অন্য বহুতো নেতাতকৈ পাৰদৰ্শী হোৱা সত্বেও তেওঁ যেন যৱনিকাৰ অন্তৰালত ৰৈ গৈছিল। তেওঁৰ ৰাজনৈতিক নীতিবোধ আৰু নৈতিকতাৰ ভাৱধাৰা অন্য সকলতকৈ প্ৰখৰ আছিল। নীতিৰ ক্ষেত্ৰত তেওঁ আপোচ নকৰিছিল।

দ্বিতীয় দশকত (কুৰি শতিকাৰ) বৰপেটাত 'মিলন মন্দিৰ' নামৰ নাট্যাভিনয়ৰ সংগঠনত অক্ষয় দাস জড়িত আছিল। 'মিলন মন্দিৰ' দলত সেই সময়ত ডেকা

উকীলসকলৰ প্ৰাধান্য বিৰাজ কৰিছিল। অক্ষয় কুমাৰ দাস 'মিলন মন্দিৰ'ত দেশপ্ৰেমমূলক গীতৰ এজন সুকণ্ঠ গায়ক আছিল। তেওঁ সদায় হাৰ্মনিয়াম লৈ 'উইংচ'ৰ কাষত বহি আছিল আৰু অভিনয়ত সংগীত পৰিৱেশন কৰিছিল। তেওঁ অভিনেতা নাছিল; আনকি মঞ্চত থিয় হৈ গীত গাবলৈ সংকোচবোধ কৰিছিল। অথচ তেওঁৰ শৈশৱৰপৰা আৰম্ভ কৰি গোটেই জীৱনৰ বন্ধু প্ৰসন্নলাল চৌধুৰী, বনমালী দাস, গিৰীশ চন্দ্ৰ চৌধুৰী আৰু দেৱেন্দ্ৰ নাথ উজীৰে মঞ্চত অভিনয় কৰিছিল। কিন্তু তেওঁ মঞ্চৰ অন্তৰালত থাকি সকলো কাম-কাজ নিয়ন্ত্ৰণ কৰিছিল।

মই শৈশৱৰ পৰাই অক্ষয় কুমাৰ দাসক ওচৰৰ পৰাই অৱলোকন কৰাৰ সুযোগ পাইছোঁ ; কিন্তু কাহানিও তেওঁৰ সৈতে মোৰ এটি বাক্যও বিনিময় নহ'ল। তেওঁ মোক সেই সুযোগ নিদিলে, ময়ো ভয়তে আঁতৰি থাকিলোঁ। পিতৃদেৱ প্ৰসন্নলাল চৌধুৰীৰ পৰাই মই তেওঁৰ ব্যক্তিত্ব সম্পৰ্কে জানিছিলোঁ। অক্ষয় দাসেই সম্ভৱতঃ বৰপেটাত একমাত্ৰ ব্যক্তি যিজনে পিতৃদেৱক সাহিত্য সম্পৰ্কীয় ৰচনাত উপদেশ, পৰামৰ্শ আদি দিছিল আৰু পিতৃদেৱে তেওঁৰ সমালোচনামূলক অভিমতক মূল্য দিছিল। সাহিত্য-ৰস সম্পৰ্কে তেওঁৰ বিশেষ জ্ঞান আছিল, সম্ভৱতঃ সাহিত্য-সমালোচকৰ দৃষ্টিভংগী তেওঁৰ আছিল। কিন্তু সেই ক্ষেত্ৰতো একে কথা ; তেওঁ কোনো সাহিত্য সম্পৰ্কীয় ৰচনা লিখি থৈ নগ'ল। তেওঁ সাহিত্য-কৰ্ম কৰিবলৈ আগ নাবাঢ়িলে।

বৰপেটাৰ বিশিষ্ট সমাজকৰ্মী আৰু ৰাজনৈতিক কৰ্মীসকলৰ যুগ সলনিৰ লগে লগে ৰাজনৈতিক মতাদৰ্শৰ পৰিবৰ্তন ঘটিছিল - কাৰো কাৰো স্বাধীনতা-পূৰ্ব যুগত, কাৰো স্বাধীনোত্তৰ কালত। মাননীয় ধনীৰাম তালুকদাৰে কংগ্ৰেছ ত্যাগ কৰিছিল, মধুসূদন দাস কংগ্ৰেছ বিৰোধী হৈছিল আৰু আন আন বহুতো লোক কংগ্ৰেছৰ প্ৰতি বীতৰাগ হৈছিল। কিন্তু অক্ষয় কুমাৰ দাসে অৱস্থান সলনি কৰা নাছিল। তেওঁৰ বন্ধু প্ৰসন্নলাল চৌধুৰী যদিও ধাৰাবাহিকভাৱে কোনো দলৰে সদস্য বা ৰাজনৈতিক কৰ্মী নাছিল, তথাপি ষাঠিৰ দশকত তেৱোঁ জনসংঘ দলত সোমাই বৰপেটা সংসদীয় সমষ্টিত কংগ্ৰেছৰ ফখৰুদ্দিন আলী আহমেদৰ বিৰুদ্ধে নিৰ্বাচনী যুদ্ধত নামি পৰিছিল। কিন্তু নিৰ্বাচনৰ প্ৰাৰ্থী-পত্ৰ দিয়াৰ পূৰ্বে তেওঁৰ মনত পৰিল বন্ধু অক্ষয় কুমাৰ দাসক। তেওঁক দুপৰীয়া এসাজ ভাত খাবলৈ নিমন্ত্ৰণ জনোৱা হ'ল। সেই মৰ্মে এদিন দুপৰীয়া তেওঁ আমাৰ চ'ৰা-ঘৰত হাজিৰ হ'লত দুয়ো বন্ধু মুখামুখিকৈ বহিল। পিতৃদেৱে তেওঁৰ ৰাজনৈতিক উদ্দেশ্য বেকত কৰিলে আৰু তেওঁৰ অভিমত বিচাৰিলে। তেওঁ এনেদৰে কোৱা মোৰ মনত আছে ঃ 'মই জনসংঘৰ প্ৰাৰ্থী হিচাপে ফখৰুদ্দিন আলী আহমেদৰ বিৰুদ্ধে ভোটত উঠিব খোজোঁ, তুমি কেনে দেখা ?'

'তুমি যদি ভোটত উঠা মই কি ক'ম! সেইটো তোমাৰ কথা।'

'তথাপি তোমাৰ অভিমত কি?'

'শুনা, মই মোৰ পন্থামতে চলিম, তুমি তোমাৰ মতে চলিবা। কিন্তু এটা কথা শুনা - তোমাৰ আৰু মোৰ বৰ্তমান যিটো বয়স, এই বয়সত নিৰ্বাচনৰ যুদ্ধই আমাৰ নাৰ্ভত ক্ৰিয়া কৰিব; নিৰ্বাচনৰ পাছত কিছুমান মানুহৰ প্ৰতি তোমাৰ ক্ৰোধ সৃষ্টি হ'ব। মানসিকভাৱে তোমাৰ উত্তেজনা হ'ব। সেইটো তোমাৰ স্বাস্থ্যৰ কাৰণে ক্ষতিকাৰক হ'ব। মই সেইকাৰণে তোমাৰ এই কাম সমৰ্থন কৰিব নোৱাৰোঁ।'

'বাৰু, বুজিলোঁ। যি হয় হ'ব আৰু।'

ইয়াৰ পিছত দুই বন্ধুৱে একেলগে আমাৰ ঘৰৰ মজিয়াত আনন্দেৰে অন্ন গ্ৰহণ কৰি আবেলি আঁতৰা-আঁতৰি হৈছিল। নিৰ্বাচনৰ পাছতো সময়ে সময়ে দুই বন্ধুৰ মিলন হৈছিল কিন্তু কোনো উষ্মা প্ৰকাশ কৰা নাছিল পৰস্পৰৰ বিৰুদ্ধে। অক্ষয় দাসে সকলো ৰাজনৈতিক বিৰোধীৰ সৈতে এক ভাৰসাম্য ৰক্ষা কৰি চলিছিল; এয়েই তেওঁৰ গণতান্ত্ৰিক চেতনা; বা গান্ধীবাদী মনোভাৱৰ দৃষ্টিভংগী।

তেওঁৰ পত্নীৰ অকাল মৃত্যু হৈছিল। সৰু সৰু ল'ৰা-ছোৱালীকেইটিৰ সৈতে তেওঁ ঘৰখন চম্ভালি লৈ কঠিন জীৱন অতিবাহিত কৰিছিল। দ্বিতীয় বিবাহৰ কথা তেওঁৰ মনে-ঘৰেও নাছিল। এজন ৰাজনৈতিক কৰ্মীয়ে পত্নীহীন গৃহত থাকি ঘৰুৱা লেদেনা উকটি আকৌ সমাজৰ ৰাজনৈতিক কৰ্ম-কাণ্ডত নিজকে যুক্ত ৰখাটো কিমান যে আহুকলীয়া কথা - সেয়া বুজোতাইহে বুজে। তথাপি তেওঁ তাৰ মাজতো দেশৰ কামৰ পৰা অব্যাহতি লোৱা নাছিল। তেওঁয়ে স্বাধীনতা আন্দোলনৰ কৰ্মী।

স্বাধীনতা লাভৰ পাছত তেওঁ সৰভোগ সমষ্টিৰপৰা দুবাৰো বিধায়ক নিৰ্বাচিত হৈছিল। তেওঁ লোকেল বোৰ্ডৰ সভাপতিৰ পদো অলংকৃত কৰিছিল। অসম প্ৰদেশ কংগ্ৰেছৰ উপ-সভাপতিৰ আসনতো তেওঁ আছিল। কিন্তু ইমানবোৰ উচ্চ দায়িত্বশীল পদ অধিকাৰ কৰিও তেওঁযে ব্যক্তিগতভাৱে কিবা সা-সম্পত্তি বৃদ্ধি কৰিছিল তেনে উদাহৰণ পাবলৈ নাই। তেওঁৰ সাজপাৰ যেনেকৈ সলনি হোৱা নাছিল, গান্ধীবাদী মানসিকতাৰো সাল-সলনি হোৱা নাছিল। এক অখণ্ড ব্যক্তিত্বৰ অধিকাৰী হৈ তেওঁ থিয় দিছিল।

অথচ স্বাধীনতা লাভৰ পৰৱৰ্তী কালছোৱাত কংগ্ৰেছ দলত আৰু বৰ্তমান যুগৰ শাসন-কৰ্তাসকলৰ দলত কি এক অদ্ভুত বৈপৰীত্য বিৰাজ কৰিছে। দেশৰ মূল শাসন-কৰ্তাসকলৰ কি চাৰিত্ৰিক শূন্যতা! আজি বিধায়ক, মন্ত্ৰী, সাংসদসকলেও লুণ্ঠন, ধৰ্ষণ আৰু হত্যা আদিৰ অভিযোগত গ্ৰেপ্তাৰ হয়। দুৰ্নীতিয়ে এটা অৰ্থত সকলোকে

ধৰ্ষণ কৰিব লাগিছে। এই অৱস্থাৰ পৰিপ্ৰেক্ষিতত অক্ষয় কুমাৰ দাসৰ দৰে সুসংস্কৃত মনৰ চৰিত্ৰবান, গান্ধীবাদী দেশপ্ৰেমিক ব্যক্তিৰ নিৰলস সমাজ-সেৱা আৰু ৰাজনৈতিক কৰ্মৰ কথা নতুন প্ৰজন্মৰ সমুখত আদৰ্শ স্থানীয় কৰি তোলা উচিত। আজিৰ যুৱকে অন্ততঃ জানক যে এসময়ত এনে মানুহো আছিল! ●

# প্ৰয়াত অক্ষয় কুমাৰ দাসৰ স্মৃতিত

খগেন্দ্ৰ নাথ দাস

অক্ষয় কুমাৰ দাস বিখ্যাত সূত্ৰধাৰ বংশৰ মনহৰি দাসৰ দ্বিতীয় পুত্ৰ। বৰপেটাৰ আমবাৰী হাটীৰ মনহৰি দাসৰ পৰিয়ালটো পৰম্পৰাগত ভাৱে উচ্চাংগ সংগীত বিশেষকৈ সত্ৰীয়া সংগীতৰ অনুৰাগী আছিল। অক্ষয় কুমাৰ দাস মোতকৈ ১৭/১৮ বছৰে ডাঙৰ হোৱা হেতুকে তেওঁৰ বাল্য কাল অথবা ছাত্ৰাৱস্থাৰ বিষয়ে মোৰ জ্ঞান সীমিত আছিল। তেওঁ আইনৰ স্নাতক হৈছিল যদিও আইনৰ ব্যৱসায়ৰ প্ৰতি আগ্ৰহান্বিত হোৱা দেখা ন'গল। তেওঁ ছাত্ৰাৱস্থাৰ পৰাই ভাৰতৰ স্বাধীনতা আন্দোলনত জড়িত হৈ পৰিছিল আৰু তেতিয়াৰ পৰাই তেওঁ বাপুজীৰ অতি নিষ্ঠাৱান আৰু একান্ত সেৱকৰূপে স্বীকৃতি পাইছিল। তেওঁৰ পত্নীয়ে দুজনী ছোৱালী আৰু এজন ল'ৰা জন্ম দি অকালতে ইহ সংসাৰৰ পৰা বিদায় লয় আৰু তেতিয়াৰে পৰা তেওঁ সংসাৰৰ প্ৰতি উদাসীন হৈ পৰে আৰু স্বাধীনতা আন্দোলনত একানপতীয়া হৈ লাগে। এই ঘটনাৰ পাছত খোৱা-বোৱাতো তেওঁৰ থান-থিত নোহোৱা হ'ল। ঘৰৰ গৃহস্থই তেওঁৰ বাবে মেজতে ভাত-পানী থৈ দিয়ে; ৰাতি কেতিয়াবা ঠাণ্ডা ভাত অলপ খায়, নহ'লে খালী পেটে টান বিছনাখনত শুই পৰে। আমি দেখাৰ পৰা তেওঁক খালী ভৰিৰেই খোজ কাঢ়ি ফুৰা দেখিছিলোঁ। তেওঁ গৰম বা ঠাণ্ডাৰ দিনতো কোনো পাদুকা ব্যৱহাৰ নকৰিছিল। সংসাৰ বিৰাগী, আত্ম-সংযমী আৰু কৃচ্ছ্ৰ-সাধক এই মানুহজনৰ কিন্তু উচ্চাংগ সংগীতৰ প্ৰতি দুৰ্বাৰ আকৰ্ষণ আছিল। তেওঁ বৰপেটাৰ স্বৰ্গেশ্বৰ ওস্তাদৰ ঘৰলৈ তেওঁৰ গান শুনিবলৈ প্ৰায়ে গৈছিল। মই লক্ষ্নৌৰ পৰা ১৯৪৫ চনত সংগীত বিশাৰদ পাছ কৰি অহাৰ পাছত মোকো তেওঁ মাজে মাজে মানুহ পঠাই ঘৰলৈ মতাই নি গান শুনিছিল।

এবাৰৰ এটি ঘটনা ইয়াত উল্লেখ নকৰাকৈ থাকিব নোৱাৰিলোঁ। তেওঁৰ ঘৰৰ ওচৰতে এখন বিয়া আছিল। সেই বিয়ালৈ গুৱাহাটীৰ এজন মানুহৰ লগত এজন সংগীত ওস্তাদ আহিছিল। অক্ষয় কুমাৰ দাসে এই সুযোগটো এৰি দিব নুখুজিলে।

তেওঁ নিজৰ ঘৰতে এখন বৈঠকৰ আয়োজন কৰিলে। মানুহ পঠিয়াই তেওঁ মোক তেওঁৰ ঘৰলৈ লৈ গ'ল। মই উপস্থিত হৈ দেখিলোঁ যে ঘৰ মানুহেৰে ভৰি পৰিছে। স্বৰ্গেশ্বৰ ওস্তাদ, গিৰিশ বায়ন আদিয়ে মই যোৱাত ভাল পালে।

বৈঠক আৰম্ভ হ'ল। উপস্থিত শ্ৰোতা দৰ্শকৰ পৰা আহ্বান আহিল – 'ওস্তাদে প্ৰথমে গান আৰম্ভ কৰি দিব লাগে।' ওস্তাদে গহীনাই ক'লে যে তেওঁৰ গান বুজি পোৱা মানুহ জানো ইয়াত আছে? প্ৰথমে শ্ৰোতাৰ ফালৰ পৰাই গান আৰম্ভ কৰক, পাছত তেওঁ গান গাব। মই দেখিলোঁ যে প্ৰতিজন মানুহৰ মুখ অসহায়ত কাতৰ হৈ পৰিছে। বৰপেটীয়া মানুহৰ এটি স্বভাৱ আছে। তেওঁলোকৰ নিজৰ ভিতৰত যিমানেই দ্বন্দ্ব-খৰিয়াল, বাক্-বিতণ্ডা নাথাকক কিয়, কোনোবাই যদি ঠাইখনৰ নিন্দা বা অসূয়া ভাব প্ৰকাশ কৰে তেওঁলোক তৎক্ষণাত ঐক্যবদ্ধ হৈ পৰে আৰু তেনে নিন্দা প্ৰতিহত কৰিবলৈ থিয় হয়। ওস্তাদৰ তুচ্ছ-তাচ্ছিল্য মন্তব্য শুনাৰ পাছত সকলোৰে দৃষ্টি মোৰ ওপৰত আৰু ঠাৰে-চিয়াঁৰে বুজাব খুজিছে যে তুমি আমাৰ মান ৰক্ষা কৰা। ময়ো কম আঘাত পোৱা নাছিলোঁ। কিন্তু দুৰ্ভাগ্যবশতঃ সেইদিনা মোৰ মাত ভাল অৱস্থাত নাছিল। তেতিয়া মই মনে মনে ভগৱন্ত প্ৰভুক প্ৰাৰ্থনা জনাইছিলো যাতে মোক এই বিপদৰ পৰা উদ্ধাৰ কৰে।

অৱশেষত বহু ভাবি-চিন্তি পৰ্বতীয়া গুৰু সাজু গোসাঁয়ে শিকোৱা 'পিয়ৰবা মোৰা ঘৰা আইৰি' -- বাহাৰ ৰাগৰ এই খেয়ালটো ৰাগৰ আলাপৰ পাছতে আৰম্ভ কৰিলোঁ। দেখিলোঁ, আলাপৰ পাছতে মোৰ মাত খুলি গৈছে। তেতিয়া মোৰ ভয় আঁতৰিল আৰু মোৰ আত্ম-বিশ্বাস আহিল। মই প্ৰায় এঘণ্টামান গীত পৰিৱেশন কৰিলোঁ। সকলোৰে মনত আনন্দ। ইয়াৰ পাছত সকলোৱে ওস্তাদক গান গাবলৈ অনুৰোধ কৰিলে যদিও তেওঁ মাত বেয়া হৈ থকা বুলি কোনোপধ্যে মান্তি নহ'ল। আন এদিনাখনৰ কথা। অক্ষয় কুমাৰ দাসে গুৱাহাটীৰ পাণবজাৰত মোক লগ পাই ক'লে - - 'খগেন, মোক কেইখনমান ভাল ওস্তাদৰ ৰেকৰ্ড বাছি দেচোন।' মই তেতিয়া ভৱালী ব্ৰাদাৰ্চলৈ গৈ তিনি চাৰিখনমান গানৰ ৰেকৰ্ড কিনি দিলোঁ।

শিল্পীক সমাদৰ কৰিব নজনা মানুহক তেওঁ বৰ বেয়া পাইছিল। এদিনাখন তেওঁ মোক ক'লে – 'খগেন, অমুক বাবুৱে তোৰ গান শুনিব খোজে, মোক কেইবাদিনো ক'লে, তোৰ আপত্তি নাথাকিলে সন্ধিয়া তেওঁৰ তালৈ যাবি নেকি?' মই তেতিয়া ক'লোঁ – 'আপুনি যদি কয় মই যাম'।

পাছদিনা মানুহজনৰ ঘৰত তিনি চাৰিঘণ্টামান গান হ'ল। উভতি আহোঁতে বাটত তেওঁ মোক ক'লে – 'তোক মিছাতে কষ্ট দিলোঁ। তই বেয়া নাপাবি। এই

মানুহবিলাকে সংগীত ভালপোৱা এটা ভেমহে ধৰে, কিন্তু সাধাৰণ শিষ্টাচাৰখিনিও দেখুৱাব নাজানে।'

পূৰ্বতে উল্লেখ কৰা হৈছে যে অক্ষয় কুমাৰ দাসৰ সংগীত-প্ৰীতি আৰু জ্ঞানৰ মূলতে আছিল তেওঁৰ পিতৃ-পিতামহৰ দিনৰ পৰা চলি অহা এটা সত্ৰীয়া পৰম্পৰা। এই পৰম্পৰা অনুসৰি তেওঁলোকে সত্ৰত নিয়মিত গীত-মাত পৰিৱেশন কৰিব লাগিছিল। অক্ষয় কুমাৰ দাসৰ মাতৃও সুললিত কণ্ঠৰ অধিকাৰী আছিল। তেওঁ মধুৰ কণ্ঠেৰে বৰগীত, কীৰ্ত্তন-নামঘোষাৰ পদ আওৰাব পাৰিছিল। মনহৰি দাসে জীৱনটোৰ প্ৰায়খিনি সময় বৰপেটা সত্ৰৰ উন্নতিৰ হকে কাম কৰি গৈছিল। তেওঁৰ সহযোগী আছিল পালেংদি হাটীৰ স্বৰ্গীয় বলোৰাম পাঠক। বৰপেটাৰ বাহিৰে দুয়োকে সম্মান সহ সমীহ কৰি চলিছিল। মনহৰি দাসে কীৰ্ত্তনৰ সময়ত ৰাতি গীতৰ পালাত সদায় আমবাৰী-হাটীৰ পৰা গৈ অংশ গ্ৰহণ কৰিছিল।

সত্ৰীয়া সংগীত সম্পৰ্কে মনহৰি দাস কিমান সচেতন আছিল মোৰ এটা ব্যক্তিগত কথাৰ পৰা অনুমান কৰিছিলোঁ। ১৯৪৫ চনৰপৰা ১৯৪৮ চনলৈ প্ৰায় আঢ়ৈ বছৰ ডাঃ হৰিকৃষ্ণ দাসৰ আৰ্থিক সাহায্যত সত্ৰীয়া সংগীতৰ ওজা বলোৰাম বায়ন আৰু তেওঁৰ লগত খোল-তাল সংগত কৰিব পৰা দুই-তিনিজন মানুহ আনি গুৱাহাটীৰ বৰপেটীয়া পাৰাৰ সত্ৰত ৰাখি বৰগীত, অংকৰ গীত আদিৰ স্বৰলিপি কৰিছিলোঁ। তেতিয়া বলোৰাম বায়নৰ বয়স ৮৬ ৰ পৰা ৮৮ বছৰৰ ভিতৰত আছিল। তেওঁ ১০১ বছৰ বয়সলৈ পৰমায়ু লাভ কৰিছিল। আমি বলোৰাম বায়নৰ কণ্ঠৰ বৰগীত, অংকৰ গীতৰ স্বৰলিপি কৰা জানি মূল বৰপেটা সত্ৰই ইয়াৰ শুদ্ধাশুদ্ধ বিচাৰ কৰিবলৈ সত্ৰৰ বিভিন্ন বংশৰা আৰু আন আন গুণী লোককো আমন্ত্ৰণ কৰি আনিছিল। গুৱাহাটীৰ পৰা ডাঃ হৰিকৃষ্ণ দাস, মহেন্দ্ৰমোহন চৌধুৰী, বলোৰাম বায়ন আৰু মই বৰপেটালৈ আহিছিলোঁ। নিৰ্দিষ্ট দিনত বৰপেটা সত্ৰৰ মঠৰ চোতালত চন্দ্ৰতাপৰ তলত দুজনা সত্ৰাধিকাৰ প্ৰভু আৰু গুণী গায়ন-বায়ন আৰু সমূহ ভকতৰ উপস্থিতিত এটা এটাকৈ বৰগীত আৰু ৰাস-অংকৰ চাৰি-পাঁচটামান গীত পৰিৱেশন কৰিলোঁ। মই গাই উঠাত সমূহ ভকত আৰু গায়ন-বায়নসকলে সন্তুষ্টি প্ৰকাশ কৰাত বুঢ়া সত্ৰীয়াই মোক মালা নিৰ্মালি দি আশীৰ্বাদ কৰিলে।

মানুহৰ ভিৰ কমি অহাত মনহৰি দাসে মোক অলপ নিৰলালৈ মাতি নি ক'লেযে তেওঁ মোৰ পৰা আৰু দুই চাৰিটা বৰগীত শুনিব খোজে। তেওঁৰ কথামতে মই কেইটামান বৰগীত স্বৰলিপি অনুসৰি গাই শুনালোঁ। তেওঁ সন্তুষ্টি প্ৰকাশ কৰি ক'লে - 'বোপা, ভগৱানে তোমাৰ মংগল কৰক। গীতবিলাক আৰু হেৰুৱাবৰ ভয় নাই।'

তেতিয়া মোৰ অনুভব হৈছিল, এই পুৰণিচাম লোকে কিমান শ্ৰদ্ধাৰে এই গীতবোৰ সংৰক্ষণ দিব বিচাৰিছিল। আৰু আজিৰ চামৰ মানুহৰ লগত তেওঁলোকৰ কিমান পাৰ্থক্য ঘটিল।

বৰপেটাৰ বজাৰত মনহৰি দাসৰ এখন কাপোৰৰ দোকান আছিল। সেইসূত্ৰে তেওঁ মাজে-সময়ে কলিকতালৈ কাপোৰ আনিবলৈ গৈছিল। তেওঁ আকৌ বান্ধৱ নাট্য সমিতিৰ বাবে এজন ভাল সংগীত ওস্তাদ বিচাৰি দিবলৈ এজন বঙালী বন্ধুক অনুৰোধ কৰি আহিছিল। তেওঁৰ অনুৰোধ ৰক্ষা কৰি বন্ধুজনে কলিকতাত বাস কৰা বিভূতিভূষণ চৌধুৰী নামে এজন মুৰ্শিদাবাদৰ ওস্তাদক প্ৰেৰণ কৰিলে। ওস্তাদে বৰপেটাৰ মনহৰি দাসৰ বান্ধৱ নাট্য সমিতিলৈ আহি গম পালেযে তেওঁ সমিতিৰ যাত্ৰা গানৰ সুৰ আৰু বাদ্য-যন্ত্ৰ শিকাব লাগে। ওস্তাদে ক'লে যে তেওঁ পালা গানৰ ওস্তাদ নহয়, ৰাগ-ৰাগিনীৰহে ওস্তাদ। মনহৰি দাসে অৱশেষত ওস্তাদক মোৰ পিতৃ গোলোক চন্দ্ৰ দাসৰ ওচৰলৈ পঠিয়াই দিলে। দেউতাই ক'লে -'মই এতিয়া বিয়া-বাৰু কৰাই সংসাৰী হৈছোঁ, সংগীত সাধনা আৰু চৰ্চা কৰিবলৈ মোৰ সময় নাই। তথাপি কোনো সংস্থান নোহোৱা পৰ্যন্ত আপুনি মোৰ ইয়াতেই খাই-লৈ থাকক।' ছমাহমান মনহৰি দাস ওস্তাদজন আমাৰ ঘৰতে থাকিল। এদিন দেউতাই ওস্তাদক ক'লে - 'মোৰ সৰু ভাই মতিলাল দাস, যোৰহাটৰ দেৱেন্দ্ৰনাথ বেজবৰুৱাৰ ঘৰত থাকে। আপুনি তাৰ লগ ধৰিলে কাম হ'ব। মই এখন চিঠি লিখি দিম।' ওস্তাদে দেউতাৰ চিঠি লৈ যোৰহাট অভিমুখে গৈ গুৱাহাটীৰ এখন বিয়াঘৰত উঠিল। সৌভাগ্যক্ৰমে মোৰ খুড়া মতিলাল দাসো সেই বিয়াঘৰত উপস্থিত হৈছিল। ইয়াৰ পিছৰ কথাখিনি সকলোৰে জ্ঞাত কিদৰে মতিলাল দাসে মনহৰি দাসৰ অনুগ্ৰহত পোৱা ওস্তাদৰ অধীনত সংগীত শিক্ষা গ্ৰহণ কৰি উজনী অসমৰ গোলাঘাট, যোৰহাট, শিৱসাগৰ, নাজিৰা, জাঁজী আদি ঠাইত গীত, নৃত্য-বাদ্য আদিৰ শিক্ষাকেন্দ্ৰ গঢ়ি তুলিছিল।

অক্ষয় কুমাৰ দাসৰ ভাতৃ কনক চন্দ্ৰ দাসো সংগীতপ্ৰিয় আছিল। এদিন কথা-প্ৰসংগত তেওঁ মোক কৈছিল যে কলিকতালৈ পঢ়িবলৈ গৈ গানৰ আড্ডাত মজি থাকোঁতেই পঢ়া-শুনা একো কৰিব নোৱাৰিলোঁ। তেওঁলোকৰ নুমলীয়া ভাতৃ হৰিচৰণ দাস মোৰ লগত পঢ়িছিল। স্কুলৰ সভা-সমিতিত প্ৰায়ে আমি দুয়ো সংগীত পৰিৱেশন কৰিছিলোঁ। এনে এটা সংগীতময় পৰিৱেশতে অক্ষয় কুমাৰ দাস ডাঙৰ-দীঘল হৈছিল। গুৰুসকলৰ তিথি বা জন্মোৎসৱত ডেকাকালত তেওঁক প্ৰায়ে বৰগীত পৰিৱেশন কৰা দেখিছিলোঁ।

অক্ষয় কুমাৰ দাস আছিল নিৰহংকাৰী, নিৰভিমানী, ত্যাগী আৰু মিতব্যয়ী

স্বভাৱৰ। মানুহে তেওঁৰ পৰা শিকিব লগীয়া বহুতো সদ্ গুণ আছিল। কিন্তু সৰ্ব সাধাৰণ মানুহে তেওঁক প্ৰায়ে ভুল বুজিছিল। জীৱনত কৃচ্ছ্ৰ-সাধন কৰোঁতে কৰোঁতে তেওঁ আনকো তেনেভাৱে চলাটো বিচাৰিছিল। সেয়ে আনৰ লগত তেওঁৰ সংঘাত অনিবাৰ্য হৈ উঠিছিল।

১৯৬৯ চনত পঞ্চাশ বছৰ পাছত দ্বিতীয় বাৰ বৰপেটাত অসম সাহিত্য সভাৰ অধিৱেশন বহিছিল। অক্ষয় কুমাৰ দাস আছিল এই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি। তেওঁ বিত্ত শাখাৰো সভাপতি আছিল। সমিতিৰ সকলোৰে ভয় প্ৰয়োজনীয় টকা-পইচা উলিয়াওঁতে বা কি কষ্টৰ সম্মুখীন হ'ব লগা হয়। মই আছিলো অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদক। অক্ষয় কুমাৰ দাসে আগতীয়াকৈ সমিতিৰ সদস্যসকলক সাৱধান কৰি দিছিল — 'কৰ্মকৰ্তাসকলে ভাত খাবলৈ গৈ খাদ্য মণ্ডপত যেন অযথা ভিৰ নকৰে। বৰং তাতকৈ নিজৰ নিজৰ ঘৰত ভাত খাই অহা ভাল। অৱশ্যে সাধাৰণ সম্পাদকে মণ্ডপতে খাব লাগিব। কাৰণ, সময়ে সময়ে তেওঁক বিচাৰি অফিচলৈ মানুহ আহি থাকিব।' মই কিন্তু মোৰ চাইকেলখন লৈ পোনচাটে ঘৰলৈ গৈ প্ৰায় আধাঘণ্টাৰ ভিতৰতে খাই-বৈ আহিছিলোঁ। কাৰ্যকৰী সভাপতিৰ এই নিৰ্দেশটো মোৰ বেয়া লগা নাছিল। কাৰণ, অভ্যৰ্থনা সমিতিৰ সদস্যৰ ঠেলা-হেঁচাত বাহিৰৰ আলহীয়ে ভাত নোখোৱাকৈ থাকিব এই কথা ভাবিবই নোৱাৰি। তদুপৰি মোৰ নিয়মিত সময়ত খোৱাৰ অভ্যাস আছিল। সেইবাৰ সাহিত্য সভাৰ অধিৱেশন ভালেই হ'ল।

প্ৰয়াত দাসদেৱক মই বিভিন্ন দিশৰ পৰা বুজিবলৈ চেষ্টা কৰিছিলোঁ। দোষ-গুণ, ত্ৰুটি-বিচ্যুতি আৰু সদ্‌গুণৰ সমাহাৰেই হ'ল এজন মানুহৰ চৰিত্ৰ। বিশেষ পৰিস্থিতিত এই সকলোবোৰ কথাই মানুহৰ চৰিত্ৰ গঠনত দ' সাঁচ বহুৱাই দিয়ে।

প্ৰয়াত দাস দেৱে ব্যক্তিগত জীৱনত বৰ বেছি সুখ নেদেখিলে। ছাত্ৰ জীৱনৰ পৰাই সামাজিক কামত ব্যস্ত থকাৰ উপৰি স্বাধীনতা আন্দোলন, ৰাজনীতি আদিত গভীৰভাৱে নিমজ্জিত হৈ পৰাত সাংসাৰিক কামত তেওঁ বিশেষ মন বহুৱাব নোৱাৰিলে। ওকালতি পাছ কৰিও তেওঁ উকীল হ'ব নোৱাৰিলে। ডেকা বয়সতে তেওঁ পত্নীক হেৰুৱাই আৰু বেছি উদাসীন হৈ পৰিল। যি তিনিটা ল'ৰা-ছোৱালী পালে, সিহঁতকো আনেহে চম্ভালিব লগাত পৰিল। কাৰণ, দ্বিতীয় বাৰলৈ তেওঁ দাৰ-পৰিগ্ৰহ নকৰিলে। এতিয়া তেওঁৰ জীৱনটো বিশ্লেষণ কৰি মই নিশ্চয়কৈ ক'ব পাৰোঁ যে মানুহে তেওঁক মিছাতে ভুল বুজিলে। অক্ষয় কুমাৰ দাসৰ দৰে এজন আদৰ্শৱান ব্যক্তি পোৱাটো বিৰল। মোৰ মানসপটত তেওঁৰ জীৱনাদৰ্শই যি ছাপ বহুৱাই থৈ গৈছে তাক ভাষাৰে বৰ্ণাব নোৱাৰি। তেওঁলৈ মোৰ শতবাৰ নমস্কাৰ। ●

# অক্ষয় কুমাৰ দাস আৰু মিলন মন্দিৰ

প্ৰসন্নলাল চৌধুৰী

বৰপেটাৰ তিথিৰাম ৰায়নে (১৮৬০-৬৫?) অসমত বঙলা যাত্ৰা-গানৰ পোহৰ মেলাৰ কেবা বছৰৰ পাছত ইং ১৯০৫ চনত কেদাৰ ৰায়চৌধুৰী নামেৰে এজন গড়কাপ্তানি চুপাৰ ভাইজাৰ বৰপেটালৈ আহে। সেই সময়তে আহিছিল শৰৎ কুমাৰ লাহিড়ী নামেৰে ছবডেপুটী এজন। দুয়োৰে প্ৰাণত থিয়েটাৰৰ বাগী। তেওঁলোকৰ লগ লাগিল বৰপেটাৰ মনহৰি দাস (অক্ষয় কুমাৰ দাসৰ পিতৃ)। তেওঁ তেতিয়াৰ দিনত এণ্ট্ৰেন্স ক্লাছলৈ পঢ়া উৎসাহী ডেকা মানুহ। বান্ধৱ নাট্য সমিতি নাম দি তেওঁলোকে চৰকাৰী চাকৰিয়াল আৰু শিক্ষিত লোকসকলক লৈ এটা ৰংগমঞ্চ থিয় কৰি পেলালে। সেই ঠাইতে এতিয়া বৰপেটা বিদ্যাপীঠ সজা হৈছে। অলপ দিনৰ পাছত কেদাৰ ৰায়চৌধুৰী আৰু শৰৎ লাহিড়ী বদলি হৈ গ'ল। মনহৰি দাসে অকলে বান্ধৱ নাট্য সমিতিৰ গুৰি ধৰি ৰাখিব নোৱাৰিলে। তেওঁ এটা যাত্ৰাদল গঠন কৰি বঙলা অভিনয় আৰু কেইবছৰমানলৈ চলাই থাকিল। গৌৰীপুৰৰ পৰা ফকীৰ চাঁদ নামেৰে এজন ওস্তাদ অনাই তেওঁ দলটোক শিক্ষা দিয়াইছিল। তেওঁ নিভাঁজ অসমীয়া হৈ বঙলা যাত্ৰা চলোৱাৰ কাৰণ আছিল বোধকৰোঁ তেতিয়াও সময়োপযোগী নাটকৰ অভাৱ। সেয়ে নহ'লে তেওঁ কীৰ্তন-ঘোষা পুথি ছপোৱা মানুহ হৈ তেনে কাম নকৰিলেহেঁতেন। বৰপেটাত সেই সময়ত মনহৰি দাস পৰিচালিত দলেই বৰপেটাৰ যাত্ৰাদলবোৰৰ ভিতৰত সকলোতকৈ প্ৰাচীন আছিল। আমাৰ দলৰ নাম দিয়া হৈছিল 'মিলন মন্দিৰ', কিয়নো মিলনেই আমাৰ মূলনীতি আছিল আৰু মিলনৰ ভাব থাকিলে বৰপেটাত অসাধ্য সাধন হয় আৰু তাৰ অবিহনে সকলো ভ্ৰষ্ট হয়। বৰঙণি তুলি মঞ্চ সজাৰ কথা আমি ভাবিবই নোৱাৰিছিলোঁ। কাৰণ আমাৰ বাহিজে থিয়েটাৰৰ কাৰণে আনৰ হাতত ধনবিত দিয়াত অনিচ্ছুক আছিল। সেইবাবে একশ টকাকে মাননি লৈ বিয়াই সবাহে মানুহৰ চোতালে চোতালে মুকলিভাৱে থিয়েটাৰ কৰাৰ বাটকে লৈছিলোঁ। তাৰ উপৰি দেউল-

দোমাহীয়ে টিকট লগাই অভিনয় কৰিব পৰা গৈছিল।

আমাৰ দলৰ নাম যদিও মিলন মন্দিৰ আছিল তথাপি মানুহে উকীল পাৰ্টি বুলিছিল কিয়নো এই দলত কেবাজনো জনাজাত উকিল আছিল। ভাও লওঁতা আছিল হেমচন্দ্ৰ মেধি এম.এ.বি.এল., সদানন্দ দাস বি.এল., গিৰীশ চৌধুৰী বি.এল., হৰেন্দ্ৰ নাথ শৰ্মা বি.এল., দেৱেন্দ্ৰ নাথ উজীৰ বি.এল. লক্ষ্মীপ্ৰসাদ দাস বি.এল., আনকি এদিন প্ৰৱীণতম উকিল লোহিতচন্দ্ৰ নায়ক বি.এল. ডাঙৰীয়াকো সভাসদৰূপে মঞ্চত তোলা হৈছিল। জানকী মোহন শৰ্মা বি.এল. আছিল আমাৰ নিৰ্ভৰযোগ্য সূচক। বেহেলা বজোৱা দলত আছিল যাদৱ চন্দ্ৰ দাস বি.এল.।

গোটেই ৰাতিটো হাৰমনিয়াম আগত লৈ ভৰিৰ তলুৱা দুখনকে পীৰা কৰি লৈ নিৰিষ্টমনে ঐক্যতান আৰু গান আদি গাইছিল অক্ষয় কুমাৰ দাস বি. এলে। তেওঁ বৰ সংযত আৰু গহীন স্বভাৱৰ গান্ধীভক্ত সক্ৰিয় ৰাজনৈতিক কৰ্মী আছিল। অৱশ্যে এতিয়াও সেইবোৰ লক্ষণ তেওঁৰ সম্পূৰ্ণৰূপে আছে। এনেবোৰ নিৰামুহীয়া মানুহ সাধাৰণতে থিয়েটাৰ আদি মায়াৰ খেলত খাপ নাখায়, কিন্তু তেওঁ খাপ খালে আৰু মজি গ'ল। তেওঁ প্ৰায় সকলো কামতে লাগে, কিন্তু মঞ্চত নুঠে। এনেকৈয়ে বোধকৰোঁ তেওঁ গান্ধীপন্থা আৰু থিয়েটাৰপন্থাৰ সীমা সাৱধানতাৰে ৰক্ষা কৰি চলিছিল। এদিন 'মেৱাৰ-পতন' নাট অভিনয় হ'ব লাগিছে। এইখন নাটকৰ কোৰাছৰ গানকেইটা বৰ গুৰুত্বপূৰ্ণ। ভাল গায়ক হ'লে দেশপ্ৰেম জগাই তুলিব পৰা যায়। সেইদিনাও গোৱা মানুহ ঠিকেই আছিল। কাৰ জানো মনত খেলালে, অক্ষয় দাসে সেইকেইটা গানৰ গুৰি ধৰিব লাগে বুলি। তেওঁৰ শক্তিশালী আৰু সুস্পষ্ট মাতে গানকেইটাত নতুন তেজ দিব। তৎক্ষণাত তেওঁক জপটিয়াই ধৰা হ'ল। অক্ষয় দাসে হ'লৈ জাপ মাৰি উঠিল - 'এনে কথাও কেতিয়াবা হ'ব পাৰেনে? নাই, নাই, মই নোৱাৰোঁ সেইবোৰ।' এনে এশ এটা কঠোৰ আপত্তি দেখুৱাই হাৰমনিয়ামৰ আগত তেওঁ গহীন হৈ বহি গ'ল। কিন্তু ডাঙৰবিলাকৰ ভিতৰতো কোনো কোনোৱে সৰলভাৱে ক'বলৈ ধৰিলে আৰু দেৱেন্দ্ৰ উজীৰ আদিয়ে তেওঁক মঞ্চত তুলি ৰং চাবৰ মনেৰে গহীনভাৱে সেই প্ৰস্তাৱ সমৰ্থন কৰিলে আৰু লগে লগে পিছফালে চাই তেওঁৰে নিচিনা কোনো কোনোলৈ তেওঁৰ চোকা চকুযোৰেদি টিপ্ দি মিচিক কৰে হাঁহি কথাৰ ৰস বঢ়াই তুলিবলৈ ধৰিলে। ইফালে তাকে দেখি সৰুসুৰাবিলাকেও তবধ লাগি সেই দৃশ্য চাবলৈ আগুৰি ধৰিলে, তেতিয়া আৰু অক্ষয় দাস কোমল হৈ গ'ল। তেওঁ ইটো নাই, সিটো নাই, মোৰ অভ্যাস নাই, দৃশ্যটো মাটি হ'লে মোৰ দায় নাই, এইবোৰ বৰ অন্যায় কথা আদি আপত্তি দৰ্শাবলৈ ধৰিলে। সেই সুযোগতে তৎক্ষণাত গৌৰীকান্ত দাস আৰু গিৰীশ চৌধুৰীয়ে তেওঁৰ বগা খদ্দৰৰ

চোলাৰ ওপৰত এখন গেৰুৱা চেলেং কান্ধেদি বাগগাতীয়াকৈ মেৰাই আনি কঁকালত টঙালি যেনকৈ বান্ধি দিলে আৰু তাতে খুঁচি দিলে এখন মামৰে ধৰা লেদলেদ কৰে গধুৰ থিয়েটাৰী তৰোৱাল। তেওঁৰ ভীষণ আপত্তি সত্বেও নামমাত্ৰ চমু পাগুৰি এটি মূৰত বান্ধি দিলে। এনেকৈ তেওঁক মঞ্চত চলিব পৰা বিধৰ কৰি তোলা হ'ল। মুখত ৰং সানিবলৈ দেৱেন উজীৰে কৰা প্ৰস্তাৱ তেওঁ কোনোপধ্যে গ্ৰহণ নকৰিলে। শেষত তেওঁৰ মন্দ কঁপালক মনে মনে যথেষ্ট দোষাৰোপ কৰি জীৱনত প্ৰথমবাৰৰ কাৰণে নাট্যমঞ্চত অৱতীৰ্ণ হ'ল। তেওঁ বহু ডাঙৰ সভাত দিনৰ পোহৰত যুক্তি-তৰ্কৰ অৱতাৰণা কৰি নিৰ্বাচনত বক্তৃতা দি ফুৰা মানুহ। এইবোৰ ধেমালিৰ ক্ষেত্ৰত ইমান সংকোচৰ কাৰণ কি ক'ব নোৱাৰোঁ।

বেহেলা বজোৱাত আছিল গোবিন্দ বায়ন, গোবিন্দ ওস্তাদ আৰু হৰিয়া কাৰিকৰ। তবলাত আছিল দীনবন্ধু দাস আৰু গিৰীশ বায়ন। হাৰমনিয়ামত অক্ষয় দাস বি-এল।

থিয়েটাৰ মনোমুগ্ধকৰ কৰাত আমাৰ কিছুমান অভিনেতাৰ গঢ়-গঠনেও বিশেষ সহায় কৰিছিল। প্ৰায় সকলোৱেই ওখ, ধুনীয়া আৰু ৰাইজৰ চকুত চৰিত্ৰবান বুলি গণ্য আছিল। ....... থিয়েটাৰৰ মঞ্চ এখনৰ সোণালী কল্পনাই আমাক ইমান মতলীয়া কৰি ৰাখিছিল যে তাৰ কাৰণে নিজে ভাল নোপোৱা কথাও কৰিবলৈ দ্বিধাবোধ নকৰিছিলোঁ। সেইবাবে টকা উপাৰ্জন কৰাৰ আশাত নাম থকা বঙলা নাটকৰ ভাঙনি কৰি অভিনয় কৰিছিলোঁ। ...... নাট লিখাৰ ফালে আমি পিঠি দিলেও গান ৰচনাত আমি সদায় তেনে কৰা নাছিলোঁ। দৃশ্যৰ ভাৱৰ অনুকূলে গান লিখি লোৱা হৈছিল। গণেশ চৌধুৰী এই বিষয়ত প্ৰধান আছিল আৰু সুৰ যোগাইছিল অক্ষয় দাসে। আমি চৰিত্ৰবিলাক নিজে ধ্যান কৰি সকলোফালে সংগতি ৰাখি স্বাভাৱিক ৰূপ দিয়াৰেই চেষ্টা কৰিছিলোঁ আৰু বোধকৰো কিছু সফলতাও লাভ কৰিছিলোঁ। 'কালাপাহাৰ'ত যেতিয়া চাদঁ খাঁৰ ভূমিকাত দেৱেন উজীৰে বিশ্বনাথৰ মন্দিৰ ধ্বংস কৰিবলৈ অসম্মত হৈ কালাপাহাৰক কটুক্তি কৰি কয় - 'মই মুছলমান হৈয়ো হিন্দুৰ দেৱালয় ৰক্ষা কৰিবলৈ আহিলোঁ, আশা কৰো কাশীৰ যুদ্ধক্ষেত্ৰত এই বুঢ়াৰ লগত আপোনাৰ শক্তিৰ পৰীক্ষা হ'ব।' তেতিয়া হাত চাপৰিৰ বৰষুণ পৰিছিল। আমাৰ ভিতৰুৱা মেলত এদিন প্ৰশ্ন উঠিছিল - কালাপাহাৰ নাটকখন কিয় মানুহে ইমান ভাল পাইছিল? আমাৰ ক'বৰ মন আছিল অভিনয় ভাল বুলি, কিন্তু অক্ষয় দাসে বিজ্ঞভাৱে কৈছিল - 'আমি বৰ সাম্প্ৰদায়িক সেইবাবে।'

এইদৰে নানা অৱস্থাৰ মাজেদি আমি কেবা হাজাৰ টকা উপাৰ্জন কৰি আমাৰ বহু আকাংক্ষাৰ নাট্যমঞ্চ সাজু কৰিছিলোঁ। .... সেই উদং মঞ্চখনকে বহু প্ৰবন্ধেৰে বেঢ়ি লৈ তাতে চাং বান্ধি মঞ্চ এখন পাতি বছৰত এবাৰকৈ হ'লেও একোখন থিয়েটাৰ

কৰিছিলোঁ। ভালকৈ তিৰোতাৰ অভিনয় কৰিব পৰা দুই এজন পালেই আমি বাকী বিলাকে চলাই নিব পাৰিছিলোঁ। এবাৰ নিবাৰণ চৌধুৰী বি-এক ধৰি আনি বিজয়া নাটকত বোধহয় বিজয়াৰ ভাওকে দিয়া হৈছিল। এবাৰ মথুৰানাথ দাসক 'নীলাম্বৰ'ত চন্দ্ৰাৰ ভাও দিয়া হৈছিল। এবাৰ ফটিকচন্দ্ৰ দাস এম.এছ.ছিক ধৰি আনি তিৰোতাৰ ভাওত তোলা হৈছিল।.... এবাৰ শিক্ষক গিৰীশচন্দ্ৰ দাসক আনি 'নীলাম্বৰ'ত ললিতাৰ ভাও দিয়া হৈছিল। এওঁৰ অভিনয় চাই অক্ষয় দাসে মোক কোৱা মনত পৰে 'নবীন মস্তানীৰ বদলে মানুহ পোৱা গৈছে।' ●

---

*অতুলচন্দ্ৰ হাজৰিকাৰ মঞ্চলেখা (১৯৬৭)ত প্ৰকাশিত প্ৰসন্নলাল চৌধুৰীৰ বৰপেটাৰ নাট্যশালা নিবন্ধৰ পৰা অক্ষয় কুমাৰ দাস সম্পৰ্কীয় বাক্যসমূহ কোনো পৰিৱৰ্তন নকৰাকৈ ইয়াত ভুকিয়াই লৈ শ্ৰীবিজনলাল চৌধুৰীৰ অনুমতিক্ৰমে ছপোৱা হৈছে।*

*মিলন মন্দিৰৰ প্ৰতিষ্ঠা কালৰপৰাই অক্ষয় কুমাৰ দাস কেনেদৰে জড়িত হৈ আছিল স্বৰ্গীয় গিৰীশ্চন্দ্ৰ চৌধুৰীয়ে লিখা 'মিলন মন্দিৰৰ ইতিবৃত্ত' (অপ্ৰকাশিত)ৰ পৰা কিছু কথা জনা গৈছে। ১৯২৫ চনৰ ১৩ ফেব্ৰুৱাৰীত বৰহাটীৰ যাদৱ চন্দ্ৰ দাসৰ ঘৰত অনুষ্ঠিত সভাত বৰপেটা থিয়েটাৰ কমিটিৰ নাম মিলন মন্দিৰ ৰখা হয়। সিদিনাৰ সভাৰ সভাপতি আছিল যাদৱ চন্দ্ৰ দাস আৰু সভাৰ প্ৰস্তাৱসমূহ লিখিছিল দেৱেন্দ্ৰ নাথ উজীৰে। ইয়াৰ পাছৰ সভাখন বহিছিল একে বছৰৰে ২৬ এপ্ৰিলত। তেতিয়াৰ পৰা প্ৰায় প্ৰতিখন সভাতেই অক্ষয় কুমাৰ দাসক উপস্থিত থকা দেখা গৈছে। কেতিয়াবা তেওঁক নাটক বাছনি কৰা, মঞ্চৰ উপযোগীকৈ নাটক কাটি উলিওৱা, অভিনেতাৰ বাবে বচন লিখা, সংগীত শিক্ষক, হিচাপ পৰীক্ষক আনকি সভাৰ সভাপতিৰ দায়িত্বও দিয়া হৈছে। ২৫/১/২৭ তাৰিখৰ কাৰ্য-বিৱৰণিৰ ৬ষ্ঠ প্ৰস্তাৱত আছে 'শ্ৰীযুত গিৰীশ চন্দ্ৰ চৌধুৰী, শ্ৰীযুত অক্ষয় কুমাৰ দাস, শ্ৰীযুত দেৱেন্দ্ৰ নাথ উজীৰ আৰু হেমকান্ত দাস এই চাৰিজনে নাটক বাছনি সভাৰ মত লৈ সদায় অন্ততঃ এখন নাটক লিখি (পাৰ্ট সহিতে) ঠিক কৰি ৰাখিব।' ২৭/৩/২৭ তাৰিখৰ সাধাৰণ সভাৰ কাৰ্য-বিৱৰণিৰ পৰা জনা গৈছে অক্ষয় কুমাৰ দাস একে সময়তে ষ্টেজ সজা উপসমিতি, নাটক বাছনী উপসমিতিৰ সদস্যৰ উপৰি 'সংগীত অধ্যাপক' হিচাপেও*

মনোনীত হৈছে। তেওঁ মিলন মন্দিৰৰ হিচাপ-পত্ৰ নিয়াৰিকৈ ৰখাত অধিক গুৰুত্ব দিছিল। হিচাপ পৰীক্ষকৰ নিযুক্তি লৈ সভাত ভোট লোৱাও দেখা গৈছে। ২/৬/২৮ তাৰিখৰ সাধাৰণ সভাৰ এটা প্ৰস্তাৱত আছে -'(ক) শ্ৰীযুত গিৰীশ্চন্দ্ৰ চৌধুৰীয়ে প্ৰস্তাৱ কৰে যে থিয়েটাৰ পাৰ্টিৰ মেম্বাৰৰ বাহিৰেও ২/১ জন বাহিৰা ভদ্ৰলোকৰ দ্বাৰা হিচাপ পৰীক্ষা কৰা হ'ক। শ্ৰীযুত প্ৰসন্নলাল চৌধুৰীয়ে উক্ত প্ৰস্তাৱ সমৰ্থন কৰে।

(খ) শ্ৰীযুত বনমালী দাসে প্ৰস্তাৱ কৰে যে হিচাপ পৰীক্ষাৰ ক্ষেত্ৰত বাহিৰা ভদ্ৰলোক লোৱা নহ'ব। উক্ত প্ৰস্তাৱ শ্ৰীযুত অক্ষয় কুমাৰ দাসে সমৰ্থন কৰে।

উভয় প্ৰস্তাৱৰ ভোট লোৱাত অধিক সংখ্যক মেম্বাৰে (খ) প্ৰস্তাৱ সমৰ্থন কৰাত উক্ত (খ) প্ৰস্তাৱ গৃহীত হ'ল।'

অক্ষয় কুমাৰ দাসে মাজে মাজে সভাৰ কাৰ্য-বিৱৰণি নিজেই লিখিছিল। তেওঁ মিলন মন্দিৰৰ সংকট কালতো গুৰি বঠা ধৰি আছিল। চতুৰ্থ দশকত সহকৰ্মী গৌৰীকান্ত দাসৰ অসুস্থতা, হেমকান্ত দাস, দুই ওস্তাদ গোবিন্দ বায়ন (গায়ন হাটী), গোবিন্দ বায়ন (দাৰি হাটী) ৰ পৰলোক, ২য় বিশ্ব যুদ্ধ, অৰ্থ-সংকট, স্বাধীনতা আন্দোলনৰ পৰিপ্ৰেক্ষিতত মিলন মন্দিৰ নিষ্ক্ৰিয় হৈ পৰাত তেওঁ সম্ভৱতঃ উদ্বিগ্ন হৈ পৰিছিল। ২৮/৪/৩৮ তাৰিখৰ সাধাৰণ সভাত অক্ষয় কুমাৰ দাসে সভাপতিত্ব কৰিছিল। উক্ত সভাৰ প্ৰস্তাৱত লিখা আছে -'যোৱা সভাৰ প্ৰস্তাৱ অনুযায়ী নিযুক্ত হিচাপ পৰীক্ষক শ্ৰীযুত লক্ষীপ্ৰসাদ দাস আৰু শ্ৰীযুত বনমালী দাস ডাঙৰীয়াই দিয়া হিচাবৰ বৰ্ণনা দাখিল কৰা হল আৰু সেইমতে সম্পাদকৰ হাতত নগদ ১৬৬ পাই আৰু ধনভৰালিৰ হাতত ৯৪ টকা খৰচ বাদ জমা থকা দেখা মতে হিচাব গ্ৰহণ কৰি সম্পাদকক আগৰ বহুবাৰে কোৱাৰ দৰে হিচাব গঢ় লগাই ৰাখিবলৈ এই সভাই নিৰ্দেশ দিয়ে।'

# অবিভাজিত অসম কংগ্ৰেছৰ ঊৰ্ধমহলৰ ক্ষুদ্ৰাংশ

প্ৰতাপ চন্দ্ৰ চৌধুৰী

কিবা প্ৰকাৰে অসম কংগ্ৰেছত সোমাই পৰোঁ ১৯৫১ চনৰ আগভাগত। অসুবিধা নাছিল, খাদী পিন্ধো ১৯৩৫ চনৰ পৰাই। ১৯৪২ চনৰ গণ-বিপ্লৱৰ আৰম্ভণিতে আছিলো কাশী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ ৰূপে। ইয়াৰ মাজত পৰি কি কৰিছিলোঁ, সবিশেষ জ্ঞাত কৰিবলৈ মান্য ব্যক্তি শ্ৰীপ্ৰভাত শৰ্মালৈ ঠেলি দিলোঁ। শ্ৰীশৰ্মাই কাৰাবৰণ কৰি ৰাজনৈতিক পেঞ্চন পালে নে নাই কব নোৱাৰোঁ। আমাৰ ফালৰ পৰা হাত মেলা নহ'ল। ১৯৫২ চনৰ নিৰ্বাচনৰ কাৰণে শ্ৰীমহাদেৱ দাসক (এতিয়াও কংগ্ৰেছৰ পুৰণি ছপাশাল চলাই আছে হেপীভিলাত সোমোৱাৰ পথৰ কাষত) কংগ্ৰেছৰ প্ৰাৰ্থীত্ব দিবলৈ খাটনি ধৰিছিলোঁ বিনা স্বাৰ্থত, কাৰণ মোৰ অধ্যাপনা আছিল গুৱাহাটী বিশ্ববিদ্যালয়ত। বিধায়ক হৈছিল মোৰ শ্ৰদ্ধাভাজন শহুৰ অক্ষয় কুমাৰ দাসৰ প্ৰচেষ্টাত। ১৯৫১ চনৰ ছেপ্তেম্বৰ মাহত বিলাতলৈ গৈ প্ৰায় দুবছৰ তাত থাকিবলগীয়া হোৱাত উক্ত নিৰ্বাচন নাপালোঁ। দাস ডাঙৰীয়া সৰভোগ সমষ্টিৰ পৰা নিৰ্বাচিত হোৱাত বিষ্ণুৰাম মেধি ডাঙৰীয়া দলপতি হৈ মুখ্যমন্ত্ৰীত্বৰ বাব লৈ তেওঁক ৰাজহ মন্ত্ৰীৰ বাব যাচিলে। মোক এই কথা সদৰি কৰে কেবা বছৰৰ পাছত। তেওঁৰ উত্তৰ আছিল ঃ মই নলওঁ, মহেন্দ্ৰক (মহেন্দ্ৰমোহন চৌধুৰী) কিবা এটা দিয়ক। মেধি ডাঙৰীয়াই কৈছিল ঃ দিম, কিন্তু আপুনি লব লাগিব। পুনৰ উত্তৰ দিছিল একেদৰে আৰু লগতে কৈছিল, গোৱালপাৰাৰ হৰেশ্বৰ দাসক দিলে ভাল হ'ব। তদানুযায়ী কৰা হৈছিল। মন্ত্ৰীসভাখন তাকৰীয়া আছিল, যদিওবা প্ৰাৰ্থী বহুত আছিল। খোৱা-কামোৰা তেনেকৈ নাছিল বুলি শুনিছোঁ।

মই বিলাতলৈ যাওঁতে অহা-যোৱা খৰচ বাবদ মন্ত্ৰী মতিৰাম বৰা ডাঙৰীয়াই অলপ ধন আগবঢ়াইছিল। কৃতজ্ঞ আছিলোঁ, পাহৰিব নোৱাৰোঁ। কংগ্ৰেছৰ কাৰ্যকৰী

কমিটিয়ে মোক ১৯৫৪/৫৫ চনত ৰাজ্যিক পুনৰ্গঠন আয়োগৰ হাতত দিবলৈ এখন দীঘলীয়া স্মাৰক পত্ৰ লিখিবলৈ নিৰ্দেশ দিছিল। চোৱাচিতা, পৰামৰ্শাদি দিবলৈ ডাঃ ভুবনেশ্বৰ বৰুৱা, ডঃ সূৰ্যকুমাৰ ভূঞা আৰু ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাক লৈ এখন কমিটি কৰি দিছিল। দুবাৰমান আলোচনা কৰাৰ পাছত তেওঁলোকৰ পৰামৰ্শানুযায়ী ময়ে গোটেইখন পুস্তক আকাৰত লিখি পেলালোঁ। নামাকৰণ কৰা হৈছিল ঃAssam's Case Before the State Reorganisation Commission। যথেষ্ট তথ্যপাতি সন্নিৱিষ্ট কৰা হৈছিল। তেওঁলোকে চাই-চিতি ছপা কৰিবলৈ ক'লে। মই কিন্তু কৈছিলোঁ, কংগ্ৰেছৰ নামত ছপা হ'লেও কেৱল মোৰ নামতহে ওলাব। প্ৰুফ চাই দিম, পইচা নালাগে। তেওঁলোক মান্তি হ'ল। পুস্তক ওলাল। আয়োগ অহাৰ কিছুদিন আগত দীঘলী পুখুৰীৰ পাৰৰ জিলা কংগ্ৰেছ ভৱনত বৃহৎ সভা বহিল। মুখ্যমন্ত্ৰী, মন্ত্ৰী সমন্বিতে কংগ্ৰেছৰ বৰমূৰীযাসকল আলোচনাত বহিল। মোৰ উপস্থিতিতেই এজন গণ্যমান্য কংগ্ৰেছীয়ে (লোকসভাৰ সদস্য আছিল নেকি?) মন্তব্য কৰিছিল ঃ স্মাৰক পত্ৰখন ভালেই হৈছে; কিন্তু too academic হোৱা বুলি ধাৰণা হয়। আন এজনে কৈছিল, হোৱাৰেই কথা, এজন বিদ্যায়তনিকে লিখিছে আৰু ইয়াৰ ভিতৰত ৰাজনৈতিক-সাংস্কৃতিক অৱস্থান সম্পৰ্কে সম্যক আলোচনা আছে নৃতাত্বিক-ঐতিহাসিকৰ উদ্ধৃতিসহিত ১৯৫১ চনৰ পিয়লৰ ভিত্তিত। গোৱালপাৰা জিলাক পশ্চিম বংগৰ লগত সামৰি ল'বলৈ তাৰ কংগ্ৰেছে চেষ্টা কৰিছিল। বৰাক উপত্যকাতো বেলেগ ৰাজ্য গঠনৰ প্ৰয়াস হৈছিল। আমাৰ স্মাৰকপত্ৰ, তথা পুস্তকত কোচবিহাৰলৈ হাত মেলা হৈছিল ঐতিহাসিক যুক্তি দাঙি ধৰি। এজনে সভাত কোৱা শুনিছিলোঁ, উক্ত অংশ বিচৰা ঠিক হোৱা নাই। মন্ত্ৰী বৰা ডাঙৰীয়াই মন্তব্য কৰিছিল, ঠিক হৈছে। তেতিয়াহে গোৱালপাৰা আমাৰ ভাগত ৰ'ব। আয়োগে আমাৰ যুক্তি মানি লৈ অসমৰ ভৌগোলিক অখণ্ডতা ৰক্ষা কৰিছিল। কিন্তু, আমি বিচৰামতে হ'ব লাগিছিল — কৰতোয়াং সমাৰভ্য যাৱদ্ দিক্কৰবাসীনীং। কেন্দ্ৰীয় মন্ত্ৰী এজনে কোচবিহাৰ অসমত থাকিব লাগে বুলি মাত মাতিছিল। হৈ নুঠিল। উল্লেখনীয়, দেৱেশ্বৰ শৰ্মাদেৱে মোক আন এখন স্মাৰকপত্ৰ পশ্চিমবংগ কংগ্ৰেছৰ স্মাৰকপত্ৰৰ প্ৰশ্নোত্তৰ আকাৰত লিখিবলৈ কৈছিল। লিখা নহ'ল। কিন্তু, Goalpara -- part and parcel of Assam নাম দি আন এখন পত্ৰ লিখি ছপোৱা হৈছিল। প্ৰবন্ধ আকাৰত Assam Tribune ত প্ৰকাশো কৰা হৈছিল।

১৯৫৬ চনৰ অক্টোবৰ মাহ। ১৯৫৭ চনৰ নিৰ্বাচন আসন্ন। লেখক তেতিয়া বুৰঞ্জী পুৰাতত্ব বিভাগত মেধি ডাঙৰীয়া আৰু অমীয় কুমাৰ দাসদেৱৰ মৰমসনা

আগ্ৰহত। অসম চৰকাৰৰ নিৰ্দেশানুযায়ী অসম ৰাজ্যিক প্ৰত্নতত্বৰ আঁচনি এখন কলিকতালৈ গৈ তৈয়াৰ কৰি বিমানেৰে ওভোতাৰ পথত মেধি ডাঙৰীয়াক বিমানতে সুধিছিলোঁ ১৯৫৭ চনৰ নিৰ্বাচনৰ প্ৰাৰ্থীৰ মনোনয়ন কি হ'ল? বিমৰ্ষ সুৰত কৈছিল ঃ বিমলা চলিহাই দিল্লীতেই মন্তব্য কৰিছে ঃ আপুনি এইবেলি দলপতি হ'ব নোৱাৰে। আঁৰিয়া-আঁৰিৰ পৰিস্থিতি। কিন্তু, মেধি ডাঙৰীয়া পুনৰ দলপতি হৈ মুখ্যমন্ত্ৰী হৈছিল। প্ৰতিদ্বন্দ্বিতা নোহোৱাকৈ থকা নাছিল। মুখ্যমন্ত্ৰী হৈ থাকোঁতে তেতিয়াৰ কাৰ্জন হ'লৰ গধূলি অনুষ্ঠিত সভাত এক হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি হৈছিল। প্ৰত্যক্ষদৰ্শী আছিলোঁ। তেওঁক প্ৰশ্ন কৰা হৈছিল, শোধনাগাৰ স্থাপন কৰা হ'ব নে নাই? ইতিমধ্যে বিজুলী বাতি নিৰ্বাপিত কৰা হ'ল। কথমপি আৰক্ষীয়ে আবৰি লৈ মেধি ডাঙৰীয়াক নিজ বাসভৱন পোৱাইছিল। আমি জনাত, তেওঁ এই বিষয়ত চেষ্টাৰ ত্ৰুটি কৰা নাছিল। কিছুদিন পাছৰ কথা। ১৯৫৭ চনৰ আৰম্ভণিৰ লগে লগে নগা পাহাৰত গোলমালৰ সূচনা হ'ল। তেতিয়াৰ প্ৰধান মন্ত্ৰী পণ্ডিত নেহৰুজী কোহিমালৈ আহিব। তেওঁৰ হাতত দিল্লীত বা কোহিমাতেই স্মাৰকপত্ৰ দিব। তেওঁৰপৰা বুৰঞ্জী পুৰাতত্ব বিভাগলৈ জৰুৰী চিঠি আহিল, Assam-Naga relations ৰ ওপৰত এখন তথ্য-পূৰ্ণ স্মাৰকপত্ৰ লিখি তেওঁক দিব লাগে। ডঃ ভূঞা তেতিয়াও বিভাগটোত আছে। তেওঁ নিলিখি মোকেই লিখিব দিলে। বিমোৰত পৰিলোঁ, হাতত সময় কম। তথাপি লিখি উলিয়াই পঠালোঁ। ফল নধৰিল। ব্যৰ্থ চেষ্টাত পৰিণত হ'ল। নানা কাৰণত মেধি ডাঙৰীয়াৰ বিৰুদ্ধে এচাম তেওঁৰে সতীৰ্থই (বিশেষকৈ সংসদৰ সদস্যসকলে, নাম নকওঁ) পণ্ডিত নেহৰুৰ কাণত বিষ ঢালিছিল। নাগালেণ্ডৰ জন্ম হৈ উঠিল। পণ্ডিতজীক কোৱা হৈছিল, মেধি ডাঙৰীয়া মুখ্যমন্ত্ৰী হৈ থাকিলে অসমৰ অৱস্থাৰ আৰু অৱনতি ঘটিব।

১৯৫৮ চনৰ প্ৰাগ্‌জ্যোতিষপুৰত অনুষ্ঠিত হ'বলগীয়া সৰ্বভাৰতীয় কংগ্ৰেছৰ অধিৱেশনৰ কিছুদিন আগৰ কথা। ধুবুৰীত বহা অসম কংগ্ৰেছৰ অধিৱেশনে অক্ষয় কুমাৰ দাসদেৱক সভাপতি পতা কথা ওলাওঁতে উক্ত পদৰ কাৰণে মহেন্দ্ৰমোহন চৌধুৰীৰ হেঁপাহ হ'ল। স্বাৰ্থহীন, সঁচা কংগ্ৰেছী দাসদেৱে উপসভাপতিৰ পদ হে ল'লে। চৌধুৰী ডাঙৰীয়াই তেওঁৰে উপকাৰীজনক সভাপতি ৰূপে মানি ল'ব লাগিছিল। নল'লে। দাসদেৱে চৌধুৰীদেৱৰ তলতীয়া পদ লৈ ভাল কৰা নাছিল বুলি মই কৈছিলোঁ। মেধি ডাঙৰীয়াৰ আৰু এটি উপায়হীন পৰিস্থিতিৰ উদ্ভৱ হ'ল, যেতিয়া নেহৰুজীয়ে ফখৰুদ্দিন আলী ডাঙৰীয়াক (তেতিয়া তেওঁ এড্‌ভোকেট জেনেৰেল আছিল) মন্ত্ৰীসভাত অচিৰে ল'বলৈ ক'লে। নিৰ্দেশানুযায়ী কাম কৰা হ'ল। সতীৰ্থসকলে ইতিমধ্যে উদ্যত

হ'ল অসমৰপৰা মেধি ডাঙৰীয়াক আঁতৰাবলৈ। তাকে কৰা হ'ল। স্বাধীনতা সংগ্ৰামী, দেশপ্ৰেমী, সক্ষম, কৰ্তব্যনিষ্ঠ, দানপৰায়ণ ব্যক্তি মেধি ডাঙৰীয়াক মাদ্ৰাজৰ ৰাজ্যপাল ৰূপে পঠোৱা হ'ল। বিমলা চলিহাদেৱে মুখ্যমন্ত্ৰীৰূপে শাসনভাৰ চলালে। তেতিয়া অসম কংগ্ৰেছত কি পৰিস্থিতিৰ উদ্ভৱ হৈছিল সেয়া সকলোৰে অৱগত। আলী চাহাবেই মুখ্যমন্ত্ৰীৰ কাম-কাজ চলাইছিল বুলি শুনা যায়। অৱশ্যে অসমৰ ভাষা আন্দোলনত তেওঁৰ ভূমিকা গুৰুত্বপূৰ্ণ আছিল বুলি জনা যায়। কিন্তু, অসমখন দ্বিভাষী ৰাজ্য কোনে কৰিলে? ভাৰতৰ কোন প্ৰান্তত, ৰাজ্যত উক্ত ব্যৱস্থা আছে? পণ্ডিত নেহৰুজীয়ে কোৱা নাছিলনে, অসমত অসমীয়া একমাত্ৰ ৰাজ্যিক ভাষা নহৈ বোম্বাইত হ'বনে? কৰা নহ'ল, অসাংবিধানিক কৰা হ'ল, চলিহাদেৱৰ মুখ্যমন্ত্ৰীত্বতেই। মেধি ডাঙৰীয়াই মাদ্ৰাজৰ পৰা উভতি আহি মোক মাতি নি তেওঁৰ ভাষণৰ খণ্ডসমূহ প্ৰকাশ কৰিবলৈ কৈছিল। মই কংগ্ৰেছলৈ আঙুলিয়াইছিলোঁ। কৰা নহ'ল। জীৱনৰ সৰ্বস্ব দান নকৰা হ'লে তেৱেঁই ছপাব পাৰিলেহেঁতেন। ইয়াৰ, তথা জীৱনাদৰ্শৰ স্বীকাৰ স্বৰূপে জনতাৰ মাজৰ যোগ্যজনে আজিলৈকে একো পোৱা নাই।

চলিহাদেৱে অৱশ্যে এটি অত্যাৱশ্যকীয় কাম কৰিব বিচাৰিছিল। মোক চিলঙলৈ মাতি নি বুৰঞ্জী পুৰাতত্ত্ব বিভাগ, ৰাজ্যিক সংগ্ৰহালয় আৰু প্ৰত্নতাত্ত্বিক বিভাগটো সামৰি এখন আঁচনি তৈয়াৰ কৰি পঠাব কৈছিল। কামটো কৰা হৈছিল, শ্ৰীমুৰাৰি চৰণ দাসৰ লগত আলোচনা কৰি। ফল ধৰিলেহেঁতেন যদি ইতিমধ্যে (১৯৬৯ চন) ৰাহুগ্ৰস্ত আমবাৰীৰ সাধু নোলাল হঁতেন আৰু শিক্ষামন্ত্ৰী হাগজেৰৰ সাহসী পদক্ষেপ থাকিলহেঁতেন। আমবাৰীৰ সাধু শিলালিপিয়ে চূৰ্ণ-বিচূৰ্ণ কৰিলে। লেখকৰ স্থিতিত জয়ৰ জিলিকনি পৰিল। কিন্তু আঁচনিত যৱনিকা পৰিল। বিভাগকেইটাৰ পৰিস্থিতি আগৰদৰেই থাকিল। এতিয়া বা কেনেকুৱা?

চলিহাদেৱৰ আন এটি দিশ ঃ তিনিচুকীয়াত বহা অসম কংগ্ৰেছৰ অধিৱেশনলৈ আঙুলিয়াছোঁ। শুনা কথাহে, দেৱেশ্বৰ শৰ্মাদেৱৰ লগত মইনুল হক চৌধুৰীৰ মনোমালিন্য। গুৰুত্ব দি চলিহাদেৱে শৰ্মাদেৱক শিক্ষামন্ত্ৰীত্ব এৰিব ক'লে। তেতিয়াৰ কেন্দ্ৰীয় শিক্ষামন্ত্ৰী শ্ৰীমালী গুৱাহাটীলৈ অহাত সভা এখন অনুষ্ঠিত হৈছিল (চন তাৰিখ মনত নাই)। সভাৰ শেষত লগ ধৰি শৰ্মাদেৱক পদত্যাগ নকৰিবলৈ বাধা দিছিলোঁ। নুশুনিলে, বৰ্খাস্ত কৰাৰ ভয়ত, (পুতেকে বাপেকক) লাজ দিব বুলি। মেধি ডাঙৰীয়াৰ পাছত মুখ্যমন্ত্ৰী হোৱাৰ যোগ্য, স্বাধীনতা যুঁজাৰু, অসমক ভালপোৱা, বিচক্ষণ, তীক্ষ্ণ বুদ্ধিৰ শৰ্মা ডাঙৰীয়াৰ এনেকৈয়ে ৰাজনৈতিক জীৱনৰ প্ৰায় ওৰ পৰিল। শিক্ষামন্ত্ৰী থাকোঁতে লেখকক বৃন্দাবনলৈ পঠাব বিচাৰিছিল, শ্ৰীমন্ত শংকৰদেৱৰ আসনত বহিবলৈ।

আপত্তি দৰ্শাই এৰা পৰিছিলোঁ।

চলিহাদেৱৰ আৰু এটি দিশ ঃ উইলিয়ামচন চাংমাক কংগ্ৰেছত যোগ নিদিয়াকৈ মন্ত্ৰীসভাত লবলৈ উদ্যত হৈ অক্ষয় কুমাৰ দাসদেৱৰ লগত পৰামৰ্শ কৰিছিল। হকা-বধা নুশুনি চলিহাদেৱে তাকে কৰি মেঘালয়ৰ জন্ম দিয়াত এখোপ আগ বঢ়াইছিল। উক্ত কাৰ্যসমূহে কংগ্ৰেছ মহলত আলোড়নৰ সৃষ্টি কৰিছিল। দুই এজনে তেওঁৰ বিৰুদ্ধে উঠিপৰি লগাটো কৰ্ণ-দৃষ্টি গোচৰ হৈছিল। শেষৰফালে ৰুগ্ন হোৱাত চলিহাদেৱৰ প্ৰতিনিধিত্ব কৰিছিল মহেন্দ্ৰ মোহন চৌধুৰীদেৱে — যেতিয়া তেতিয়াৰ ৰাষ্ট্ৰপতি জাকিৰ হুচেইনে অসমলৈ আহি বুৰঞ্জী পুৰাতত্ত্ব বিভাগত পদাৰ্পণ কৰে (১৯৬৯) এই লেখক সঞ্চালকৰ দায়িত্বত থকা অৱস্থাত।

অসম কংগ্ৰেছৰ ভিতৰখনত লাহে লাহে বেছিকৈ অৰিয়া-অৰিৰ সৃষ্টি হয়। কি অৱস্থাত ২৪ ঘণ্টাৰো কম নোটিচত শ্ৰীচৌধুৰীদেৱে মুখ্যমন্ত্ৰিত্ব এৰি পাঞ্জাবৰ ৰাজ্যপাল হয় আৰু গাদীখনৰ অধিকাৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহ হৈছিল ইত্যাদি ঘটনা সকলোৰে জ্ঞাত। ●

---

*প্ৰবন্ধটো ইতিপূৰ্বে ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ 'অমৃত মন্থন' গ্ৰন্থত প্ৰকাশিত।*

# পিতাৰ স্মৃতিত

ব্ৰজেন্দ্ৰ কুমাৰ দাস

মোৰ পৰম আৰাধ্যা মাতৃৰ ১৯৪১ চনত মৃত্যু হয় আৰু তেতিয়া মোৰ বয়স মাত্ৰ ৪ বছৰ। আহিঁৰ স্মৃতি একেবাৰে নাই, মাত্ৰ মৃত্যুৰ দিনাৰ কথা অলপ মনত আছে। মাতৃৰ মৃত্যুৰ পাছত মই আৰু মোৰ বাইদেউ দুগৰাকী মামাহঁতৰ ঘৰত থাকিব লগা হওঁ। ১৯৪২ চনৰ সত্যাগ্ৰহ আন্দোলনত যোগদান কৰা বাবে পিতাক গ্ৰেপ্তাৰ কৰা হয়, জেলৰ পৰা ওলাই অহাৰ পাছতহে পিতাক লগ পোৱা মনত পৰে। বহুত দিনৰ পাছত লগ পাই আমি কিমান আনন্দ পাইছিলোঁ তাক বৰ্ণাব নোৱাৰি। ডেকা সত্ৰীয় ইষ্টদেৱ নবীশ থাকোঁতে মই পিতাৰ বিষয়ে কিছুকথা জানিব পাৰিম বুলি লগ ধৰিছিলোঁ। তেখেতে পিতাক ৪২ চনত পুলিচে গ্ৰেপ্তাৰ কৰি নিয়াৰ কথা অলপ বিবৰি কৈছিল। সিদিনা আমাৰ পুৰণি চ'ৰা ঘৰৰ ভিতৰ আৰু বাহিৰ লোকে লোকাৰণ্য হৈছিল। বাহিৰত 'মহাত্মা গান্ধীৰ জয়, অক্ষয় বাবুৰ জয়' ধ্বনিৰে মুখৰিত হৈছিল। ইপিনে মোৰ গাত প্ৰবল জ্বৰ। পিতাই অকণো বিচলিত নহৈ গ্ৰেপ্তাৰ বৰণ কৰিলে।

মনত পৰা দিনৰে পৰা পিতাক আমি সাধাৰণভাৱে পিন্ধা-উৰা দেখিবলৈ পাইছিলোঁ। শোৱা বিচনাখনত এখন খদ্দৰৰ চাদৰ আৰু এটা গাৰু। জাৰকালি এখন কম্বল লৈছিল। আমি কেতিয়াও পিতাক আইনাত মুখ চোৱা বা মূৰ ফণিওৱা দেখা নাই। মূৰৰ বিষ উঠিলে মাজে সময়ে জবা কুসুম তেল ব্যৱহাৰ কৰা দেখিছিলোঁ। পিতা খোৱা-লোৱাতো অতি মিতব্যয়ী আছিল। পঞ্চাশ কি ষাঠিৰ দশকত এবাৰ চাউলৰ বৰ নাটনি হৈছিল আৰু দাম অতিপাত বৃদ্ধি হৈছিল। Ration Card যোগে গ্ৰাহকক চাউলৰ পৰিবৰ্তে ভঙা মাকৈ যোগান ধৰিছিল। বহুত মানুহে তাক প্ৰত্যাখ্যান কৰিছিল। কিন্তু পিতাৰ হেঁচাত আমি কেইদিনমান সেই ভঙা মাকৈকে চাউলৰ পৰিবৰ্তে খাদ্য হিচাপে ব্যৱহাৰ কৰিছিলোঁ।

পিতা বাহিৰত যিমান কঠোৰ আছিল ভিতৰত সিমানে কোমল আছিল। আমি

যেতিয়া যৌথ পৰিয়ালত আছিলোঁ তেতিয়া আমাৰ জেঠাৰ ল'ৰা-ছোৱালীসকলে জেঠাক খুব ভয় কৰি চলিছিল আৰু তেওঁলোকে পিতাৰ লগতহে বেছি ৰং ধেমালি কৰিছিল। পিতায়ো জেঠা-খুৰাৰ ল'ৰা ছোৱালীহঁতক খুব মৰম কৰিছিল। সৰু ল'ৰা-ছোৱালীক মাকহঁতে কেতিয়াবা মাৰপিত কৰিলে পিতাই তেতিয়া কি হ'ল, কোনে মাৰিছে বুলি আগবাঢ়ি যায়। তেতিয়া মাকহঁতে পলাই পত্রং দিয়া দেখি ময়ো ৰং পাইছিলোঁ। এবাৰ আমাৰ ঘৰৰ সম্মুখত থকা ভাড়াঘৰত এজন S.D.C.য়ে তেওঁৰ এজন ল'ৰাক খুব মাৰপিট কৰিছিল; পিতাই ল'ৰাজনৰ কান্দোন সহ্য কৰিব নোৱাৰি একপ্রকাৰ খেদি গৈ S.D.C.থকা ঘৰৰ চোতাল পাই প্রতিবাদ কৰিছিল — কিয় সৰু ল'ৰাটোক তেনেকৈ মাৰপিট কৰিছে। সেইদৰে আনৰ দুখ দেখিলে, খোৱালোৱাত কষ্ট হোৱা দেখিলে বৰ বেজাৰ পাইছিল আৰু মাজে মাজে সহায় কৰিছিল। পিতা স্কুল বোর্ডৰ চেয়াৰমেন থকা সময়ত প্রাইমাৰী স্কুলত শিক্ষক নিযুক্তিৰ দায়িত্বত আছিল। তেনেকুৱা নিযুক্তি বিষয়ত এদিন এজন ডেকা ল'ৰাই আহি চাকৰিৰ কথা কয়। ল'ৰাজনৰ যোগ্যতাও আছিল বোধহয়। তেওঁৰ পিতাকক পিতাই ভালদৰে জানিছিল। ল'ৰাজন অতি গৰীব আৰু পিতাক বেমাৰী আছিল। ল'ৰাজনে চাকৰিৰ আশাত কেইটামান হাঁহ কণী লৈ আহিছিল। পিতাই তেওঁৰ মনৰ অৱস্থা বুজি পাই ৰাগ খং সামৰি অতি মৃদুভাৱেই কৈ পঠালে — 'যা কণীকেইটা পিতেক খাবলৈ দিবি'।

পিতাৰ কোনো উচ্চ আকাংক্ষা নাছিল। ১৯২১ চনতে পঢ়া-শুনা বাদ দি কংগ্রেছত জঁপিয়াই পৰে। তাৰ পাছত ল পাছ কৰি কেইবছৰমান ওকালতি কৰে আৰু মহাত্মা গান্ধীৰ আহ্বানক্রমে ওকালতিও বর্জন কৰে। কিছুদিন বৰ কষ্টও কৰিব লগা হয়। ৪২ ৰ পাছত এবাৰ পিতা, মহেন্দ্রমোহন চৌধুৰী আৰু ভাৰত কাকতীয়ে লগ হৈ ইটাৰ ভাটাও খুলিছিল নিজৰ পৰিয়াল চলাবলৈ। স্বাধীনতা আন্দোলনৰ এটা দিশ আছিল বিদেশী কাপোৰ পৰিহাৰ কৰি খাদী বস্ত্র তৈয়াৰ কৰা। সেয়ে কংগ্রেছ কর্মীসকলে ঘৰতে সূতা কটা কাম কৰিছিল। আমাৰ ঘৰতো পিতাই নিজে সূতা কাটিছিল আৰু আমাৰ বাইদেউ কেইজনীক সূতা কটাটো একপ্রকাৰ বাধ্যতামূলক কৰি দিছিল। মহাত্মা গান্ধী ৰহপেটালৈ আহোঁতে পিতাই ঘৰত কটা খাদী সূতাৰে মামাহঁতৰ আবুৱে শালত বই দিয়া খাদী-কাপোৰ উপহাৰ দিছিল আৰু গান্ধীজীয়ে তাক হাঁহিমুখে গ্রহণ কৰিছিল।

১৯৩৭ চনৰ Legislative Council ৰ নির্বাচন হয় তাৰ কাৰণে অসম কংগ্রেছে ৰহপেটা সমষ্টিৰ বাবে পিতাৰ নাম বাছনি কৰিছিল, কিন্তু সেই কথা গম পোৱাত ঘনশ্যাম দাস কৰিবাজে আমাৰ আতাক হেনো খুব কাকুতি-মিনতি কৰিলে যেন পিতাই কংগ্রেছ প্রার্থী নহয় বুলি অসম কংগ্রেছক জনায়। শেষত আতাৰ নির্দেশত

পিতাই সেই প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ কৰে। সেই নিৰ্বাচনতে ফখৰুদ্দিন আলী আহমেদ কোনো এটা সমষ্টিৰ প্ৰাৰ্থী আছিল। তেওঁৰ বিপৰীতে আছিল মুছ্‌লীম লীগৰ প্ৰাৰ্থী। নিৰ্বাচনৰ বাবে পিতাই আলি আহমেদৰ লগত বাঘবৰৰ ফালে মিটিং কৰি থাকোঁতে আলী আহমেদক মুছলিম লীগৰ সমৰ্থকে মাৰাত্মকভাৱে আক্ৰমণ কৰে আৰু পিতাই তেওঁক অতি কৌশলৰে আঁতৰাই আনি ৰঙাপানীৰ প্ৰখ্যাত ঠাকুৰ পৰিয়ালৰ ঘৰত নি লুকুৱাই প্ৰাণ ৰক্ষা কৰে। পাছলৈ অসমত পাকিস্তানী অনুপ্ৰৱেশ আৰু বহিষ্কাৰৰ কথা লৈ আলি আহমদৰ লগত পিতাৰ মতানৈক্য ঘটে।

১৯৩৭ চনৰ পাছত ১৯৪৮ চনত পিতাক কংগ্ৰেছ সভাপতি পাতিবলৈ এচাম কংগ্ৰেছ কৰ্মীয়ে উদ্যোগ লয়। তাৰ ভিতৰত স্বৰ্গীয় ৰবীন নবীশ ডাঙৰীয়াও আছিল। এদিন নবীশৰ পাণবজাৰৰ ঘৰত এই বিষয়ে আলোচনা হয়। ইপিনে দেৱেশ্বৰ শৰ্মা মণিপুৰৰ Political Agent পদত থকাত গৃহমন্ত্ৰী চৰ্দাৰ পেটেলৰ ৰোষত পৰে। শৰ্মা ডাঙৰীয়াই সেই পদ এৰি কংগ্ৰেছ সভাপতি হোৱাটো সন্মানজনক হ'ব বুলি ভাবি সিদ্ধিনাথ শৰ্মা প্ৰমুখ্যে কেইজনমানৰ লগ লাগি পিতাক কংগ্ৰেছ সভাপতি পদৰ প্ৰাৰ্থী নহ'বলৈ অনুৰোধ কৰাত পিতাই সেই অনুৰোধ ৰক্ষা কৰি সভাপতি পদৰ প্ৰাৰ্থীত্বৰ পৰা আঁতৰি থাকে। সেইদৰে ১৯৫৭ চনতো পিতাই তেওঁৰ প্ৰিয় অনুজপ্ৰতিম মহেন্দ্ৰমোহন চৌধুৰীক কংগ্ৰেছ সভাপতি পদৰ প্ৰাৰ্থীত্ব এৰি নিজে উপ-সভাপতি পদ গ্ৰহণ কৰে। পিতাৰ কথা আছিল 'কংগ্ৰেছ কৰিছোঁ কোনো পদৰ লোভত নহয়, সমাজ-সেৱা কৰাহে উদ্দেশ্য'। ১৯৫৭ চনৰ নিৰ্বাচনত বৰপেটা বিধান সভা সমষ্টিৰ পৰা ভোট গ্ৰহণ কৰা পদ্ধতিৰ বাবেই হওক বা অন্য কাৰণতেই হওক কংগ্ৰেছ প্ৰাৰ্থী পিতা পৰাস্ত হয়। তাৰ পাছত পিতাক APSC ৰ চেয়াৰমেন পদ যচা হৈছিল। পিতাই তাক একে আষাৰতে প্ৰত্যাখ্যান কৰিছিল। সেইবাৰ নিৰ্বাচন পদ্ধতিৰ আসোঁৱাহৰ বাবে মাদ্ৰাজৰ কোনোবা সমষ্টিৰ পৰা ভি ভি গিৰিও পৰাস্ত হৈছিল। গিৰিয়ে High court কৰাত সেই নিৰ্বাচন নতুনকৈ পতা হৈছিল আৰু গিৰি নিৰ্বাচিত হৈছিল। পিতাকো কিছুমানে High court কৰাৰ কথা কোৱাত পিতাই কৈছিল — 'কেছ কৰি এম.এল.এ. হোৱাৰ হাবিয়াস নাই'। ১৯৬৭ চনত পিতাৰ স্বাস্থ্য বৰ ভাল নাছিল। সেয়ে পুনৰ নিৰ্বাচন খেলাৰ ইচ্ছা কৰা নাছিল। কিন্তু সেইবাৰ স্বৰ্গীয় বিষ্ণুৰাম মেধিয়ে মাদ্ৰাজৰ ৰাজ্যপাল পদৰ পৰা অবসৰ পাই পুনৰ নিৰ্বাচন খেলাৰ ইচ্ছা কৰে আৰু তেওঁৰ জোৰতেই পিতাই বৰপেটা সমষ্টিৰ পৰা নিৰ্বাচন খেলি হাৰিব লগা হয়। সেই নিৰ্বাচনৰ সময়ত তেতিয়াৰ ছাত্ৰসন্থা ৰাজনৈতিক দলৰ দ্বাৰা প্ৰভাৱান্বিত আছিল। ইতিমধ্যে অসম বিভাজিত হৈ নাগালেণ্ড সৃষ্টি হৈছে। মেঘালয় ৰাজ্যও হোৱাৰ পথত। ছাত্ৰসন্থাই

সকলো নিৰ্বাচন প্ৰাৰ্থীৰ পৰা প্ৰতিশ্ৰুতি বিচাৰিলে, নিৰ্বাচিত হ'লে মেঘালয় ৰাজ্য গঠন বিলৰ বিৰোধিতা কৰিব। বহুত প্ৰাৰ্থীয়ে তেনেকুৱা প্ৰতিশ্ৰুতি পত্ৰত চহী কৰিলেও পিতাই প্ৰতিশ্ৰুতি নিদিলে। তেওঁ বৰ আপোচ-বিৰোধী ব্যক্তি আছিল। তেওঁ নিৰ্বাচনৰ ভোট বিচাৰি যাওঁতে কেতিয়াও ভোটাৰক অমুক কৰি দিম তমুক কৰি দিম বুলি প্ৰতিশ্ৰুতি নিদিছিল। কোনোবাই কিবা ন্যায্য দাবী কৰিলে, নিৰ্বাচনৰ পাছত তেওঁক সেই দাবীৰ কথা মনত পেলাই দিবলৈ কৈছিল। যিটো কাম কৰিব নোৱাৰে সেই কাম কৰিম বুলি কেতিয়াও কাকো কথা নিদিছিল, যাৰ কাৰণে বহুতে তেওঁক ভাল নাপাইছিল। তেওঁ কেতিয়াও সস্তীয়া জনপ্ৰিয়তা অৰ্জন কৰিব বিচৰা নাছিল, ফলাফল যিয়েই নহওক লাগে।

বৰপেটা এখন পিছ পৰা ঠাই। ১৯৫৬ চনলৈ বৰপেটাত আনকি বিজুলী বাতিৰো প্ৰচলন হোৱা নাছিল। পিতাৰ একান্ত প্ৰচেষ্টাত বৰপেটা মৌজা কনজুমাৰ চোচাইটিৰ লাভাংশৰে (তেওঁ সভাপতি থকা কালত) বৰপেটাত বিজুলী বাতিৰ প্ৰচলন হয়। আমি ১৯৫৪ চনত মেট্ৰিক পাছ কৰি কটন কলেজত নাম লগাবলৈ যাওঁতে ট্ৰেইনেৰে যাব লগা হৈছিলোঁ। ৰাজ্যিক পৰিবহনৰ ব্যৱস্থা হোৱা নাছিল। ১৯৫২ চন মানত পিতা Road Communication Board ৰ সদস্য মনোনীত হোৱাত তেওঁৰ প্ৰচেষ্টাত বৰপেটা-দৌলাশাল-হাজো-আমিনগাওঁ পথৰ উন্নতি ঘটে আৰু নখান্দা নদীৰ ওপৰত পকী দলং নিৰ্মাণ হয়। ১৯৫৬-৫৭ চনৰ পৰা এই বাটেৰে প্ৰথম বেচৰকাৰী বাছৰ চলাচল ঘটে। এই বাটেৰে বেচৰকাৰী বাছ চলাচল কৰাৰ পৰা বৰপেটাৰ বহুতো লোক প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে উপকৃত হয়। পিতাৰ আৰু এটা ইচ্ছা আছিল বৰপেটাত Power Loom উদ্যোগ স্থাপন কৰা, কিন্তু সেই ইচ্ছা পূৰণ কৰিব নোৱাৰিলে।

শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত পিতাই গাওঁ-ভূঁই ঘূৰি-পকি স্কুল-কলেজ স্থাপনত গুৰুত্ব দিছিল। মহকুমাৰ সৰহ সংখ্যক পুৰণি হাইস্কুলৰ পিতা আছিল প্ৰতিষ্ঠাপক সভাপতি। আনন্দ বজাৰত স্থাপিত গিৰীশ বিদ্যাপীঠ পিতাৰ প্ৰাণস্বৰূপ আছিল আৰু তাক অনন্য অনুষ্ঠান হিচাপে গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল। প্ৰাক্ স্বাধীনতা কালতে সৰভোগৰ উত্তৰে কামাৰ গাঁৱত মহাত্মা গান্ধীৰ আদৰ্শ অনুসৰণ কৰি এখন সেৱাশ্ৰম খুলিছিল। পাছলৈ এই সেৱাশ্ৰমখন স্থায়ী নহ'ল। বৰপেটাৰোড-হাউলী কলেজৰ পিতা প্ৰতিষ্ঠাপক সভাপতি আছিল।

পিতাই নিজৰ কাৰণে একো কৰি নগ'ল। এসময়ত চৰকাৰে পিতাক গুৱাহাটীৰ টকৌবাৰীত চৰকাৰী মাটি এডোখৰ যাচিছিল, পিতাই সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে। আগতে মানুহে ঘৰৰ চালৰ টিনৰ চৰকাৰী আবণ্টন পাইছিল। চাহিদা হিচাপে টিন

পাতৰ যোগান বৰ কম আছিল। পিতা Supply Advisory Board ৰ তেতিয়া সদস্য। পিতাই Board ৰ মিটিঙত যি কয় তাকে সমিতিয়ে গ্ৰহণ কৰে। টিন পাতৰ বাবে এবাৰ পিতাৰ ভাগিনীয়েক এজনেও দৰ্খাস্ত কৰিছিল। তেওঁ কোনোমতে ঘৰৰ জঁকাটো সাজি টিনপাতৰ বাবে অপেক্ষা কৰি আঁছে, মাজে মাজে আহি পিতাক কৈ যায়। এইদৰে কেবাখনো Board ৰ মিটিঙ পাৰ হৈ গ'ল। সেই দাদাজনক টিনপাত দিয়া হোৱা নাছিল। দাদাৰ প্ৰতি সহানুভূতিশীল হৈ ময়ে পিতাক এবাৰ ক'লো ' দাদাক কিয় কেইবাশিল মান টিনপাত দিব পৰা নাই'? উত্তৰত পিতাই কৈছিল ' তাৰ নিচিনা দৰ্খাস্তকাৰী বহুত, মই কেনেকৈ দিবলৈ কওঁ'? আজি ক্ষমতাত থকা মন্ত্ৰী বিধায়কসকলে আগতে নিজৰ অঙহী-বঙহীকহে সকলো সা-সুবিধা দিয়াত আগ ভাগ লোৱা দেখা যায়। আমাৰ আগৰ চাম ৰাজনৈতিক কৰ্মীৰ সৈতে আজিৰ চামৰ মৌলিক পাৰ্থক্য এইখিনিতে দেখা গৈছে।

পিতাৰ সত্ৰীয়া গীত-মাত, বৰগীত আৰু উচ্চাংগ সংগীতত বৰ ৰাপ আছিল। তেওঁ নামঘোষা, কীৰ্তনঘোষাৰ সুৰ আমাৰ আবুৰ পৰা আয়ত্ত কৰি মুখস্থ কৰিছিল বুলি শুনিছোঁ। তেওঁ বৰ ভাল বৰগীত গাব পাৰিছিল। সেই সময়ত স্কুলীয়া অৱস্থাত তিথি পাৰ্বণত বৰগীত গাইছিল। জেলত থকা সময়ত বৰগীত শুনাই সতীৰ্থসকলক আমোদ দিছিল। তেওঁ কলিকতাত পঢ়ি থাকোঁতে বিদ্ৰোহী কবি নজৰুল ইছলামৰ সান্নিধ্য লাভ কৰিছিল আৰু তেওঁৰ আগত বৰগীত গাই বৰ প্ৰশংসা পাইছিল বুলিও শুনিছোঁ। এবাৰ HMV কোম্পানীয়ে পিতাক বৰগীত Recordingৰ কাৰণে মাতিও পঠাইছিল; কিন্তু কংগ্ৰেছৰ কামত লাগি থকাত তাৰ প্ৰতি আগ্ৰহ নেদেখুৱালে। বৰপেটা মিলন মন্দিৰৰ লগত আৰম্ভণিৰে পৰা পিতা ঘনিষ্ঠভাৱে জড়িত আছিল। মিলন মন্দিৰত নাটক আদি হ'লে পিতাই নেপথ্যত এছৰাজ বজাইছিল। এছৰাজ বজোৱা ময়ো অলপ দেখিছোঁ। আমাৰ ঘৰত দুবাৰো উত্তৰ ভাৰতৰ পৰা উচ্চাংগ সংগীতৰ ওস্তাদ আনি মজলিছ পাতিছিল।

বৰপেটা সত্ৰত মহিম চন্দ্ৰ আতৈ নামৰ এজন অসাধাৰণ ভকত আছিল। তেওঁৰ আনুষ্ঠানিক শিক্ষা-দীক্ষা নাছিল। কিন্তু স্মৰণ শক্তি প্ৰখৰ আছিল। চকুৰে দেখা নাপাইছিল কিন্তু গুৰু চৰিত মুখস্থ আছিল ।১৯৬০ চন মানত পিতা আৰু মহেন্দ্ৰ চৌধুৰীয়ে মাঘ বিহুৰ সময়ত বৰপেটা কীৰ্তন ঘৰলৈ যোৱাত মহিম আতৈৰ গুৰু চৰিত মুখস্থ থকা কথা অৱগত হয় আৰু পিতাই আতৈৰ পৰা গুৰু চৰিত লিখি উলিয়াবলৈ গাত লৈ প্ৰায় তিনি মাহমান আতৈৰ বাহলৈ গৈ আতৈৰ পৰা চৰিত পুথি শুনি শুনি লিখি উলিয়ায়। সেই পুথিখন এতিয়াও হাতে লিখা অৱস্থাত মোৰ তাত আছে।

পিতা বিধান সভাৰ সদস্য হৈ থকা কালত বিভিন্ন কমিটিত চেয়াৰমেন আৰু সদস্য হিচাপে কাম কৰিছিল। ১৯৬২ চনত Subordinate Legislation কমিটি ত চেয়াৰমেন আছিল আৰু সেই সূত্ৰে বিধান সভাত দাঙি ধৰা বিভিন্ন বিলবিলাক চৰকাৰী বিভাগে প্ৰস্তুত কৰি উলিওৱাৰ পিছত পিতালৈ শুধৰণিৰ কাৰণে পঠাইছিল। পিতাই সেই বিলবিলাক চাই-চিন্তি নিজ হাতে ভুল-ভ্ৰান্তি বিলাক শুধৰাই পঠিয়াইছিল। অসম কংগ্ৰেছৰ বহুতো গুৰুত্বপূৰ্ণ প্ৰস্তাৱ হেনো পিতাই Draft কৰিছিল। অসমক গ্ৰুপিঙত সোমোৱাৰ প্ৰস্তাৱ হোৱাত অসম কংগ্ৰেছত প্ৰতিবাদৰ জোৱাৰ উঠে। সেই প্ৰস্তাৱৰ বিৰোধিতা কৰি পিতাই কংগ্ৰেছ কমিটিৰ মিটিঙত অতি জোৰদাৰ বক্তৃতা দি সকলোৰে বিশেষকৈ গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ প্ৰশংসাৰ পাত্ৰ হৈছিল। পাছলৈ বিমলা চলিহা মুখ্যমন্ত্ৰী থকা কালত মন্ত্ৰীসভাৰ গুৰুত্বপূৰ্ণ মিটিঙৰ আগতে চলিহাদেৱে পিতাৰ দিহা-পৰামৰ্শ লৈছিল। পিতাই গান্ধীজীক অসমত লগ পোৱাৰ বাহিৰেও নোৱাখালী আৰু সৱৰমতি আশ্ৰমত দুবাৰ লগ পোৱা কথা আৰু আলাপ-আলোচনা কৰা কথা আমাৰ আগত কৈছিল। ●

# অক্ষয় কুমাৰ দাস

কনক চন্দ্ৰ ডেকা

মহাপুৰুষ দুজনাৰ পুত- পুণ্য পদৰেণুৰে পবিত্ৰ কৰি থকা বৰপেটা ধাম। কবিৰ বৰ্ণনাত "আকাশত হৰিনাম, বতাহত হৰিনাম; গছে পাতে হৰিনাম গায়।" এনেহেন মৰ্ত্যৰ বৈকুণ্ঠপুৰীত যুগ যুগ ধৰি বহুতো পণ্ডিত-গৱেষক, শিক্ষাবিদ্, কবি-সাহিত্যিক, বীৰ-বিপ্লবীৰ জন্ম হৈ আহিছে। মহাপুৰুষ দুজনাৰ ভক্তি ধৰ্মত যাৰ প্ৰাণ নিমজ্জিত, নিৰন্তৰে যাৰ মুখৰ পৰা হৰিনাম নুগুচে, তাতে আকৌ কলিযুগৰ অন্যতম দ্বাৰকাধিপতি স্বৰূপ মহামানৱ মহাত্মা গান্ধীৰ সত্য, প্ৰেম, অহিংসা আৰু সমতাৰ বাণীৰে যাৰ হৃদয় সৰ্বদা অনুৰণিত তেনে এজন সাধুপুৰুষ অক্ষয় কুমাৰ দাসৰ ১৮৯৯ চনৰ ১ চ'তত বৰপেটা ধামৰ আমবাৰী হাটীত জন্ম হৈছিল। পিতৃ-মাতৃৰ চাৰিজন পুত্ৰ আৰু চাৰিজনী কন্যাৰ ভিতৰত অক্ষয় কুমাৰ দাস ২য় সন্তান। জন্ম, পৰিৱেশ, সুসংগত ধৰ্মীয় আৰু সামাজিক আৱেষ্টনিৰ মাজত ডাঙৰ-দীঘল হোৱা অক্ষয় কুমাৰ দাসক বহুতে হেনো 'ধৰ্মযুধিষ্ঠিৰ'ৰ লগত তুলনা কৰি ভাল পাইছিল। বৰপেটা আৰু গুৱাহাটীত সেইজন ঋষিতুল্য ব্যক্তিক একাধিকবাৰ লগ পোৱাৰ এই নিঃকিনৰো সৌভাগ্য ঘটিছিল। জীৱনৰ শেষৰফালে কমলাকান্ত ভট্টাচাৰ্য, বেণুধৰ শৰ্মা আদিৰ দৰে দাসেও দাঢ়ি খুৰাবলৈ এৰি দিছিল। বৰপেটা সত্ৰৰ চৌহদৰ ভিতৰত জোতা বা চেণ্ডেল তেখেতে কেতিয়াও নিপিন্ধিছিল। কেতিয়াবা দূৰলৈ গ'লে জোতা পিন্ধি আহিলেও সত্ৰৰ চৌহদত শুদা ভৰিৰে খোজ কাঢ়ি জোতাযোৰ হাতত লৈহে গৈছিল; একান্ত বিশ্বাস — সত্ৰৰ চৌহদত মহাপুৰুষ দুজনাৰ পদৰেণু পৰি আছে, মহাপুৰুষৰ পদৰেণু ভক্তজনৰ শিৰৰ নিৰ্মালি, তাত জোতাৰ স্পৰ্শ ভাবিব নোৱাৰা কথা। আজিও বৰপেটা সত্ৰত তেনে আদৰ্শস্থানীয়

ব্যক্তি কিছু নোহোৱা নহয়।

চাল-চলনত 'অক্ষয় বাবু' যেনে সংযত আৰু গজেন্দ্ৰ গম্ভীৰ আছিল, কথা-বতৰাতো অল্পভাষী, গুৰু-গম্ভীৰ আছিল। বৰপেটাৰ পুৰণিচাম ৰাজনীতিক আৰু মুক্তি-যুঁজাৰুৰ ভিতৰত ৰায়চৌধুৰী, কামেশ্বৰ দাস, মধুসূদন দাস, ধনীৰাম তালুকদাৰ, মহেন্দ্ৰমোহন চৌধুৰীৰ লগতে একে উশাহতে অক্ষয় দাসৰ নামটোও উচ্চাৰণ কৰা হয়। অক্ষয় কুমাৰ দাস মানুহজন আছিল সত্যৰ প্ৰতীক, ন্যায়ৰ প্ৰতীক আৰু এই সত্য আৰু ন্যায় ৰক্ষা আৰু প্ৰতিষ্ঠাৰ বাটত তেখেত আছিল ভয়ংকৰ বিপ্লৱী।

অক্ষয় কুমাৰ দাসৰ পিতৃ মনোহৰি দাস আৰু মাক বৃন্দাৱলী আদৰ্শ পিতৃ-মাতৃ আৰু পৰম ধাৰ্মিক লোক আছিল। এখন আদৰ্শ ঘৰ, এহাল আদৰ্শ পিতৃ-মাতৃ এটা শিশুৰ ভৱিষ্যতৰ সুনাগৰিক হোৱাৰ প্ৰাৰম্ভিক আদৰ্শ বিদ্যালয়, আদৰ্শ শিক্ষক। দাসে ১৯১৭ চনত বৰপেটা হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা, ১৯১৯ চনত কটন কলেজৰ পৰা প্ৰথম বিভাগত আই. এ. আৰু ১৯২১ চনত ইংৰাজীত অনাৰ্চসহ বি.এ. পাছ কৰে। তাৰপাছত কলিকতাৰ প্ৰেচিডেন্সি কলেজত ইংৰাজী বিষয়ত এম.এ. পঢ়ি থাকোঁতে দেশৰ ৰাজনৈতিক অৱস্থাৰ প্ৰতি আকৃষ্ট হয় আৰু অসহযোগ আন্দোলনত যোগ দিয়ে।

১৯২০ চনৰ আগেয়ে অসমত কংগ্ৰেছ নামৰ কোনো ৰাজনৈতিক সংগঠন নাছিল। 'আসাম এচোচিয়েচন' নামৰ অনুষ্ঠানটিয়ে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ পৌৰহিত্যত অসমৰ ৰাজনৈতিক চিন্তা-চৰ্চাও কৰিছিল। ১৯২০ চনৰ চেপ্তেম্বৰ মাহত কলিকতাত বহা কংগ্ৰেছ অধিৱেশনত মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলনৰ প্ৰস্তাৱ দাঙি ধৰি বৃটিছ চৰকাৰক সাৱধানবাণী শুনাইছিল — 'Non-violent Non-co-operation ..... until the said wrongs are righted and Swarajya is established'। সেই অধিৱেশনৰ পৰা কৰ্মবীৰ অসমলৈ উভতি আহি অসমতো অসহযোগ আন্দোলনৰ কাৰ্যসূচী প্ৰচাৰ কৰাৰ কাৰণে বিহিত ব্যৱস্থা হাতত লৈছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাই প্ৰথমে নিজে ওকালতি বৰ্জন কৰি বৰদলৈকো অসহযোগ আন্দোলনৰ প্ৰতি সজাগ কৰি তেখেতকো ওকালতি বৰ্জন কৰিবলৈ সন্মত কৰে। সেই সময়ত দেশপ্ৰাণ — কৰ্মবীৰ 'ৰাম-লক্ষ্মণ'ৰ দৰে এই কাৰ্যত ব্ৰতী হৈছিল। চন্দ্ৰনাথ শৰ্মাৰ বুজনি আৰু পৰামৰ্শ মানি বৰদলৈয়ে ওকালতি বৰ্জন কৰি অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। অসম কংগ্ৰেছৰ সম্পাদক আৰু সহকাৰী সম্পাদকো আছিল ক্ৰমে কৰ্মবীৰ আৰু দেশপ্ৰাণ শৰ্মা।

১৯২০ চনৰ ২৫, ২৬ ডিচেম্বৰত নাগপুৰত বহা All India College Students Conference ত চন্দ্ৰনাথ শৰ্মাই প্ৰতিনিধিত্ব কৰি ঘূৰি আহি গুৱাহাটীৰ পাণবজাৰৰ হৰিসভাত ১৯২১ চনৰ জানুৱাৰী মাহত "অসম ছাত্ৰ সন্মিলনী"ৰ এখন জৰুৰী বৈঠক পাতে। সেই বৈঠকতে অসহযোগ আন্দোলনৰ তাৎপৰ্য আৰু কাৰ্যসূচী সম্পৰ্কে বিতং আলোচনা কৰি অসমৰ ছাত্ৰ শক্তিক স্কুল-কলেজ বৰ্জন কৰাৰ বাবে আহ্বান জনাইছিল। প্ৰথমে গুৱাহাটী কটন কলেজৰ ছাত্ৰসকলে কলেজ বৰ্জন কৰি অসমৰ চুকে-কোণে অসহযোগ আন্দোলনৰ প্ৰচাৰ কাৰ্য চলাইছিল। ছাত্ৰসকলে কলেজ এৰি আন্দোলনত যোগ দিয়াত তেওঁলোকৰ বেছি ভাগৰে থকা-খোৱাৰ অসুবিধা হোৱাত পাণবজাৰৰ ডাঃ হৰিকৃষ্ণ দাসৰ বাসভৱনতে অস্থায়ীভাৱে পতা শিবিৰত আশ্ৰয় লোৱা আন এজন কলেজীয়া ছাত্ৰ আছিল অক্ষয় কুমাৰ দাস।

ডাঃ হৰিকৃষ্ণ দাসৰ মহানুভৱতাৰ কথা তেখেতৰ সম্পৰ্কত লিখা প্ৰবন্ধত ইতিমধ্যে কোৱা হৈছে। এই উদাৰ পিতৃ-স্থানীয় পুৰুষজনে স্বেচ্ছাসেৱীসকলক অকল আশ্ৰয়েই দিয়া নাছিল, তেওঁলোকৰ খোৱা-থকাৰ তদাৰকো নিজেই কৰিছিল। বৰদলৈ, ফুকন আদিয়ে তালৈ সঘনে আহি স্বেচ্ছাসেৱক সকলৰ খা-খবৰ কৰিছিল আৰু খোৱা-বোৱাৰ যত্ন লৈছিল। এদিন বৰদলৈয়ে এটি ৰাঘ-বৰালি মাছ আনি ছাত্ৰসকলৰ ফালে আগবঢ়াই দি ক'লে — 'এতিয়া খোৱাৰ দিহা কৰা, এয়া নিয়া পয়চা, চাউল-পাতি আনাগৈ।' তাৰ পাছত অক্ষয় কুমাৰ দাস আৰু আন দুজনমান ছাত্ৰক ক'লে — 'এতিয়া ফুকনক কেনেকৈ পাৰা নমোৱা ; নহ'লে এই কাম অকল আমাৰ দ্বাৰা নহ'ব।' পাছদিনা ৰাতিপুৱাই অক্ষয় কুমাৰ দাসে লগৰ দুজনমানক লৈ ফুকনৰ হাউলি পালেগৈ। ফুকন প'ৰ্টিকত আৰামী চকী এখনত বহি আছিল। দাস আৰু তেখেতৰ লগৰকেইজনক কাষৰ বেঞ্চিখনতে বহিবলৈ কৈ আগমনৰ কাৰণ সুধিলে। অক্ষয় কুমাৰ দাসে বিনম্ৰভাৱে ফুকনক জনালে যে তেখেতে অসহযোগ আন্দোলনত নামি নেতৃত্ব দিব লাগে। ফুকনে কিছু চিন্তা কৰি অন্তত ক'লে —' মই এতিয়া একোকে নকওঁ; ভাবি-চিন্তি শেষত ঠিক কৰিম।'

সময় আগবাঢ়িল। ফুকনে ভাবি-চিন্তি কেতিয়ানো তেখেতৰ সিদ্ধান্তৰ কথা জনায় তাৰ বাবে বৰদলৈ প্ৰমুখ্যে কৰ্মীসকলে বাট চাই আছিল। এনেতে ১৯২১ চনৰ ১১ ফেব্ৰুৱাৰী তাৰিখে মাছখোৱা ফিল্ডত এখন বৰ ডাঙৰ ৰাজহুৱা সভা অনুষ্ঠিত হ'ল; তাত তৰুণৰাম ফুকনে তেজোদ্দীপক ভাষণ দি ৰাইজক অসহযোগ আন্দোলনত সদলবলে সহযোগ কৰাৰ বাবে আহ্বান জনালে। সেই সভাত গুৱাহাটীত থকা বহুতো মাৰোৱাৰী, বিহাৰীয়েও যোগ দিছিল। বদ্ৰীনাৰায়ণ আগৰৱালা নামৰ মুখ্য মাৰোৱাৰী

বণিক এজনে মাদকদ্ৰব্য বৰ্জনৰ ওপৰত এটি ভাষণ দিছিল। সেই সভা স্থলীতে ছিগাৰেটৰ দ'ম এটি কৰি পোৰা হ'ল। 'বন্দে মাতৰম্' ধ্বনি তুলি ৰাইজে আন্দোলনক স্বাগতম্ জনালে। এইদৰে অসহযোগ আন্দোলনৰ পৰিপ্ৰেক্ষিতত অসমৰ সৰ্বশ্ৰেষ্ঠ নেতা দুগৰাকীৰ সান্নিধ্য সুখত অক্ষয়কুমাৰ দাসৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল। একে সময়তে বৰপেটাৰ অম্বিকাগিৰী ৰায়চৌধুৰী, ধনীৰাম তালুকদাৰ, দেবেন্দ্ৰনাথ উজীৰ আদিয়েও আন্দোলনত যোগ দি কাৰাবাস খাটে। অৱশ্যে অক্ষয় কুমাৰ দাসে তেতিয়া কাৰাবাস খাটিব লগীয়া নহ'ল। তেখেতে মহাত্মা গান্ধীৰ অমোঘ বাণী গাঁও অঞ্চলত প্ৰচাৰ কৰি সংগঠনৰ কাম কৰি থাকিল। আঁচনিৰ ভিতৰত বিশেষকৈ মাদকদ্ৰব্য বৰ্জন, বিদেশী বস্ত্ৰ বৰ্জন, অস্পৃশ্যতা বৰ্জন,কপাঁহ খেতি কৰা, খদ্দৰ পৰিধান কৰা আদি প্ৰচাৰ কাৰ্যত দাসে জোৰ দিছিল। এনেবোৰ কাৰ্যত দাস কিদৰে ব্ৰতী হৈছিল তেখেতৰ লেখাত পোৱা যায়—'.....অসমত অস্পৃশ্যতা যদিও শ্ৰীশ্ৰী শঙ্কৰদেৱৰ কৃপাত বহু পৰিমাণে আঁতৰিছিল, তথাপি বাকী থকাখিনি আঁতৰোৱা সহজসাধ্য নাছিল। হাতেকটা সূতাৰ প্ৰচলন তেতিয়া জীয়াই থকা আবু আৰু আই শ্ৰেণীৰ অনুগ্ৰহত সহজ হৈছিল। গাৰো পাহাৰ, মিকিৰ পাহাৰ আদি অঞ্চলৰ পৰা কপাঁহ আনি বজাৰত পাওনা কৰি দিয়া কামো ভলণ্টিয়াৰসকলে কৰিব লাগিছিল।'

চৌৰিচৌৰাৰ ঘটনাৰ পাছত আন্দোলনে কেইবছৰমান টলকা মৰাৰ সুযোগতে অক্ষয় কুমাৰ দাসে গুৱাহাটী আৰ্ল ল কলেজৰপৰা ১৯২৫ চনত বি. এল উপাধি লাভ কৰি বৰপেটাত ওকালতি আৰম্ভ কৰে। ওকালতিতকৈ ৰাজনীতিৰ প্ৰতি তেখেতৰ আগ্ৰহ বেছি আছিল। ১৯২১ চনতে তেখেতে চিটি কংগ্ৰেছ কমিটিৰ সম্পাদক আৰু বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদক নিৰ্বাচিত হৈ দক্ষতাৰ পৰিচয় দিছিল। ১৯২৮ চনত দাসদেৱ বৰপেটা কংগ্ৰেছ কমিটিৰ সম্পাদক নিৰ্বাচিত হয়। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত ২৬-১-৩০ তাৰিখে বৰপেটাৰ কীৰ্ত্তন ঘৰৰ প্ৰাংগনত জাতীয় পতাকা উত্তোলন কৰা অভিযোগত দোষী সাব্যস্ত কৰি ছমাহ সশ্ৰম কাৰাদণ্ড ভোগে। ১৯৩১ চনৰ ৭ মাৰ্চত স্বাক্ষৰিত 'গান্ধী-আৰউইন' চুক্তি অনুসৰি আন আন ৰাজবন্দীসকলৰ লগত দাসেও মুক্তি লাভ কৰে। ১৯২৯ চনত দাসদেৱ অসম কংগ্ৰেছ কমিটিৰ কাৰ্যকৰী সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯৩৪ চনত তেখেত বৰপেটা পৌৰসভাৰ সভাপতি। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো অক্ষয় কুমাৰ দাসে মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। উল্লেখযোগ্য যে দেশৰ কামত মনপূতি লাগি থাকিবলগীয়া হোৱাত ওকালতিৰ বিষয়ে বেছি চিন্তা কৰিব নোৱাৰা হোৱাত ১৯৪০ চনত ওকালতি চিৰজীৱনৰ কাৰণে বাদ দিয়ে। ১৯৪২ চনৰ আন্দোলনৰ সময়ত দাস বৰপেটা কংগ্ৰেছ কমিটিৰ

সভাপতি আৰু মহেন্দ্ৰমোহন চৌধুৰী সম্পাদক আছিল। গান্ধীবাদী নেতা দুজনে বৰপেটাৰ আশে পাশে আদৰ্শ পাম এখন পতাৰ চিন্তা কৰিছিল। এনেতে বৰনগৰৰ কামাৰগাঁও নিবাসী মোহন চন্দ্ৰ ভকতে প্ৰায় দহ বিঘা মাটি দান কৰাত তাতে 'কামাৰগাঁও গান্ধী আশ্ৰম' নামেৰে এখন আশ্ৰম খোলা হ'ল। সৰভোগ নিবাসী, চিন্তাশীল লেখক আৰু শিক্ষক, শিক্ষাবিদ চিন্তাহৰণ পাটগিৰিদেৱ উক্ত আশ্ৰমৰ পৰিচালনা সমিতিৰ অন্যতম মুখ্য উপদেষ্টা আছিল। আশ্ৰমখন স্বয়ং-সম্পূৰ্ণ কৰাৰ কাৰণে চৌধুৰী, দাস আৰু পাটগিৰিয়ে অহৰহ চেষ্টা কৰিছিল। ৱাৰ্ধাৰপৰা প্ৰশিক্ষণ লৈ অহা বজালী অঞ্চলৰ প্ৰবীণ কৰ্মী ডাঃ প্ৰিয়নাথ শৰ্মাক আশ্ৰমখনিৰ অধ্যক্ষ হিচাপে নিযুক্ত কৰা হৈছিল। এই আশ্ৰমখনিত খাদী গ্ৰামোদ্যোগৰ আঁচনিৰ প্ৰায়বোৰ শাখা খোলা হৈছিল, লগতে এই অনুষ্ঠানটোৱে ভৈয়ামৰ জাতি-জনজাতি সকলো সম্প্ৰদায়ৰ লোকৰ মাজত সম্প্ৰীতি গঢ়াত আৰু কংগ্ৰেছ সংগঠনটোক শক্তিশালী কৰাত সহায় কৰিছিল।

১৯৩৯-৪০ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে বৃটিছ চৰকাৰে ভাৰতীয়সকলক যুদ্ধকালীন সহায় খুজিছিল। ভাৰতীয় জাতীয় কংগ্ৰেছে দেশৰ শত্ৰু বৃটিছক কোনোপধ্যে সহায় কৰিবলৈ ৰাজি নাছিল। ফলত ১৯৪০ চনৰ ১১ ডিচেম্বৰ তাৰিখে সমগ্ৰ দেশত যুদ্ধবিৰোধী ধ্বনি তুলিছিল। অসমত এই সত্যাগ্ৰহৰ শুভ উদ্বোধন কৰে গুৱাহাটীৰ কাছাৰীৰ সন্মুখত অজস্ৰ জনতাৰ হৰ্ষধ্বনিৰ মাজত লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে। এই আন্দোলনৰ সন্দৰ্ভত ২৭-১১-৪২ তাৰিখে বৰপেটাত সত্যাগ্ৰহ কৰি অক্ষয় কুমাৰ দাসে এবছৰ কাৰাদণ্ড ভোগ কৰে।

দ্বিতীয় বিশ্বযুদ্ধই সংহাৰ মূৰ্তি ধাৰণ কৰিলে। চিংগাপুৰ, ইম্ফল, ডিমাপুৰ, কহিমা আদিত যুদ্ধৰ বোমা পৰিল। জাপানী বোমাৰু উৰাজাহাজে আকাশমাৰ্গ আচ্ছন্ন কৰি পেলালে। বোমাৰ ধ্বংস ক্ৰিয়াৰ ফলত ধন-প্ৰাণৰ বিস্তৰ ক্ষতি হ'ল। অসমৰ অৱস্থাও অতি সংকটপুৰ্ণ হৈছিল। ইতিমধ্যে অসমলৈ শৰণাৰ্থীৰ লানি নিছিগা ধাৰ বৰলৈ ধৰিলে। তেনে অৱস্থাত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে ৰাজ্যিক আৰু জিলাভিত্তিত শান্তি-সেনা বাহিনীৰ প্ৰশিক্ষণৰ ক্ষিপ্ৰগতিৰে ব্যৱস্থা ল'লে। নক'লেও হ'ব যে এই শান্তি-সেনা বাহিনীৰ মূল ভেটি আছিল কংগ্ৰেছৰ স্বেচ্ছাসেবকদল।

অসমৰ আন আন ঠাইৰ দৰে বৰপেটাতো শান্তি-সেনা বাহিনী গঠনৰ যো-জা চলিছিল। এনে সময়তে অক্ষয় কুমাৰ দাসৰ জেলৰ ম্যাদ উকলি যোৱাত বৰপেটালৈ আহি এই কামত উঠিপৰি লাগিল। এই কাৰ্যত তেখেতৰ সোঁহাত স্বৰূপ আছিল মহেন্দ্ৰমোহন চৌধুৰী আৰু আন দুজন পালি সেনাপতি আছিল 'এম্পাৰাৰ ভাৰ্চেজ নবদ্বীপ ৰঞ্জন পাটগিৰি' ঐতিহাসিক ঘটনাৰ নায়ক পাটগিৰি ডাঙৰীয়া আৰু দুৰ্গেশ্বৰ

দাস। দাস, চৌধুৰী, পাটগিৰি আৰু দুৰ্গাদাসৰ অহোপুৰুষাৰ্থৰ ফলত বৰপেটা বৰনগৰ অঞ্চলত এটি শক্তিশালী শান্তি সেনাবাহিনী গঠন হৈছিল।

আন এটি দুৰ্ভাগ্যজনক ঘটনা সংঘটিত হৈছিল সৰভোগৰ ওচৰৰ বেঁকী নদীৰ পাৰত। তাত ইংৰাজসকলে সামৰিক ঘাটি পতাৰ কাৰণে বিমানকোঠ এটা নিৰ্মাণৰ যুদ্ধকালীন ব্যৱস্থা লৈছিল। কেইদিনমানৰ ভিতৰত মিলিটাৰীৰে বেঁকী নদীৰ পাৰৰ প্ৰকাণ্ড চৰণীয়া পথাৰখন ভৰি পৰিল। জাপানী সৈন্যদল ইম্ফল, ডিমাপুৰ পাৰ হৈ পশ্চিমৰ পিনে অগ্ৰসৰ হ'লে সৰভোগৰ এই বিমান ঘাটিৰ পৰা ইংৰাজে বাধা দিযাৰ অভিপ্ৰায়েৰে এই বিমানকোঠ নিৰ্মাণ কৰাত জোৰ দিছিল। কিন্তু শান্তি-সেনা বাহিনীয়ে এই বিমানঘাটিটোৰপৰা সুদূৰ প্ৰসাৰি কি বিষক্ৰিয়া হ'ব পাৰে তাৰে চিন্তা কৰি ঘাটি পতাত বাধা দিছিল, পিকেটিং চলাইছিল ইত্যাদি। শেহান্তত ১৯৪২ চনৰ ২৬ আগষ্টৰ নিশা বিমানঘাটিত অগ্নি সংযোগ কৰি ভস্মীভূত কৰা হ'ল। ৩০ আগষ্টৰ দিনাৰ পৰা পুলিছে শান্তি-সেনা বাহিনীৰ লোকক জধে-মধে গ্ৰেপ্তাৰ কৰি শাস্তি বিহিবলৈ ধৰিলে। ইয়াৰ প্ৰতিবাদ জনাই অন্তৰীণ হৈ থকা অক্ষয় কুমাৰ দাস আৰু মহেন্দ্ৰমোহন চৌধুৰী বৃটিছৰ আদেশ উলংঘা কৰি বৰপেটাৰ সীমা চেৰাই সৰভোগ পালে। সৰভোগৰ এই বিমানকোঠ ধ্বংস কৰাৰ গুৰিত আছিল ব্ৰজনাথ শৰ্মা, নৱদ্বীপ ৰঞ্জন পাটগিৰি, নন্দমোহন মজুমদাৰ, গোলোক পাঠক, মাজাৰাম দাস, বলাইৰাম পৰমাণিক প্ৰমুখ্যে কেবাজনো বিপ্লৱী যুৱক।

ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত সামৰিক বাহিনীটো গঠন কৰি বৃটিছৰ লগত যুঁজ দিয়াৰ প্ৰস্তুতি চলোৱা হৈছিল। তেখেতৰ গেৰিলা বাহিনীটোত নেপালী, কুলি আৰু ভূটান সীমান্তৱৰ্তী পাহাৰী লোক বহুতো আছিল। এই বাহিনীটোৰ ঘাই আড্ডা আছিল ৰঙাপাৰা।

সৰভোগৰ বিমানঘাটি ধ্বংস কৰা কামত অভিযুক্ত কৰি পাটগিৰি, মজুমদাৰ প্ৰমুখ্যে কেবাজনকো গ্ৰেপ্তাৰ কৰি ৩১ আগষ্টৰ দিনা গুৱাহাটীলৈ চালান দি কাৰাগাৰবাস দিলে। পলাতক হৈ থকা ব্ৰজনাথ শৰ্মাক ১৯৪৩ চনৰ ৮ জুলাইৰ দিনা গ্ৰেপ্তাৰ কৰা হৈছিল যদিও প্ৰমাণৰ অভাৱত তেখেতৰ কাৰাবাস নহ'ল। তেখেতক জামিন বন্দী কৰি ৰখা হৈছিল।

১৯৪২ চনৰ কাৰাবাসৰ পৰা আহি অক্ষয় কুমাৰ দাসে বৰপেটা অঞ্চলটোৰ সামাজিক উন্নয়নমূলক কামত উঠিপৰি লাগে। ১৯৪৫ চনত তেখেত প্ৰথম বাৰৰ কাৰণে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে লোকেল বোৰ্ডৰ সভাপতি হয় আৰু ১৯৫০ চনলৈকে মান-মৰ্যদা সহকাৰে সেই গুৰু দায়িত্ব পালন কৰে । সেই সময়ছোৱাৰ ভিতৰত তেখেতে

বৰপেটা স্কুল বোৰ্ডৰ সভাপতি হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। দেশ স্বাধীন হোৱাৰ পিছত ১৯৫২ আৰু ১৯৬২ চনত কংগ্ৰেছ দলৰ প্ৰাৰ্থী হিচাপে সৰভোগ সমষ্টিৰ পৰা দুবাৰো অসম বিধান সভালৈ নিৰ্বাচিত হয়। ১৯৫৮ চনত তেখেত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ উপ-সভাপতি আৰু ১৯৬৪ চনত বৰপেটা মহকুমা পৰিষদৰ সভাপতি নিৰ্বাচিত হয়। তেখেতৰ ৰাজনৈতিক জীৱনৰ শেষ পদৱী হিচাপে ১৯৬৭ চনত বৰপেটা জিলা কংগ্ৰেছৰ পুনৰ সভাপতি নিৰ্বাচিত হৈছিল।

ৰাজনৈতিক জীৱনেই হওক বা ব্যক্তিগত জীৱনেই হওক দাস ডাঙৰীয়াই সত্য, অহিংসা, প্ৰেম আৰু সাম্য-মৈত্ৰী ভাৱক আগ স্থান দিছিল। তেখেতৰ কথা আৰু কামৰ মাজত কোনো প্ৰভেদ নাছিল। এবাৰ তেখেতৰ পৰম অনুগামী, ৰাজনৈতিক সহবন্দী, তদুপৰি নিজৰ ভাগিন ল'ৰা এজনে, দেশ স্বাধীন হোৱাৰ পাছত এ.চি.এছ. পৰীক্ষা দিয়াৰ কাৰণে এখন Character Certificate বিচাৰি যোৱাত দাসে অতি মিতব্যয়ী ভাষাৰে চৰিত্ৰ-প্ৰমাণপত্ৰত লিখিলে – 'I know nothing against his character.'

দহ বছৰকাল বিধান সভাৰ সদস্য হৈ থকা কালত দাস ৰাজ্যিক পৰ্যায়ৰ ভালেমান অনুষ্ঠানৰ তদন্ত আয়োগৰ সভ্য আছিল। তেখেত অসম চৰকাৰৰ পঞ্চায়ত তদন্ত সমিতি আৰু কেন্দ্ৰীয় চৰকাৰৰ মৰাপাট কমিটিৰ সদস্য আছিল। দাস ডাঙৰীয়া Public Accounts Committee ৰ সদস্য, গিৰীশ বিদ্যাপীঠ ট্ৰাষ্টবোৰ্ডৰ সভাপতি, বৰপেটাৰোড হাউলী কলেজৰ পৰিচালনা সমিতিৰ সভাপতিও আছিল।

অক্ষয় কুমাৰ দাস পৰিধানত সদায় লাসবিলাসহীন আছিল। খদ্দৰৰ ধুতি-চোলা আৰু চাদৰ ব্যৱহাৰ কৰিছিল। সদায় ঘৰত নিয়মিতভাৱে ৰাৰ্দ্ধা যঁতৰত সূতা কটাটো অভ্যাসত পৰিণত হৈছিল। আহাৰ আদিৰ বিষয়তো তেখেত অনাড়ম্বৰ আৰু মিতব্যয়ী আছিল। সাংসাৰিক জীৱনত তেখেত সুখী আছিল। বৰপেটাৰ সম্ভ্ৰান্ত ব্যক্তি চণ্ডীচৰণ কাকতিৰ তৃতীয়া জীয়াৰী গিৰিবালাৰ লগত তেখেতৰ বিবাহ হৈছিল। পত্নীয়ে দুগৰাকী কন্যা আৰু এজন পুত্ৰ এৰি ১৯৪৬ চনত হঠাৎ সংসাৰ ত্যাগ কৰে। কিন্তু আদৰ্শ পুৰুষ দাসে দ্বিতীয়বাৰ বিবাহ নকৰাই সন্তান কেইটাক নিজ হাতে লালন-পালন কৰি মানুহ কৰাত ব্ৰতী হৈছিল। তেখেতৰ প্ৰথম জোঁৱাই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ মুৰব্বী অধ্যাপক (*এতিয়া অৱসৰপ্ৰাপ্ত*) তথা পণ্ডিত, গৱেষক ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰী। তেখেতৰ একমাত্ৰ পুত্ৰ ব্ৰজেন্দ্ৰ কুমাৰ দাস এগৰাকী প্ৰৱীণ ন্যায়াধীশ (*এতিয়া অৱসৰপ্ৰাপ্ত*)।

বৰপেটা সত্ৰৰ পৰিৱেশ আৰু প্ৰভাৱত থাকি অক্ষয় কুমাৰ দাসে ছাত্ৰাবস্থাৰে

পৰা গীত-বৰগীত অনুশীলন কৰিছিল। শংকৰী কলা-কৃষ্টিৰ অন্যতম সাধক দযালচন্দ্ৰ সূত্ৰধৰৰ লগত তেখেতসকলৰ ৰক্তৰ সম্পৰ্ক আৰু সম্বন্ধত সূত্ৰধাৰ দাসৰ ককায়েক আছিল। কাজেই বংশৰ উত্তৰাধিকাৰীসূত্ৰেই অক্ষয় কুমাব দাসে বৰগীত ভালদৰে আয়ত্ত কৰিছিল। এইগৰাকী মহান ব্যক্তিৰ পূৰ্ণ বয়স, ৮১ বছৰত, ১৯৮০ চনত (১৩৮৬ শকৰ ২১ পুহত) পৰলোকপ্ৰাপ্তি ঘটে। ●

# অক্ষয় কুমাৰ দাসৰ সৈতে সাক্ষাৎকাৰ

*(বৰপেটাৰ বিশিষ্ট নাগৰিক, স্বকীয় ব্যক্তিত্বৰে সমুজ্জ্বল প্ৰৱীণ ৰাজনীতিবিদ শ্ৰীঅক্ষয় কুমাৰ দাসদেৱ ছায়াৰাম ছোৱালী শিক্ষানুষ্ঠানৰ চালুকীয়া অৱস্থাৰ কাণ্ডাৰী স্বৰূপ। কেবাবছৰ ধৰি স্কুলৰ পৰিচালনা সমিতিৰ তেখেত সভাপতিও আছিল। স্কুলখনৰ সবল ভেটিটো স্থাপন কৰাৰ ক্ষেত্ৰত তেখেতৰ অৱদান বিশেষভাৱে মন কৰিবলগীয়া। আমাৰ ছাত্ৰীসকলে তেখেতৰ বহুমুখী প্ৰতিভাৰ বিষয়ে জানক, তেখেতক বুজক, তেখেতৰ ব্যক্তিত্ব উপলব্ধি কৰক, তাৰেই আশাত এই সাক্ষাৎকাৰটি যুগুতোৱা হৈছে। তেখেতৰ গা-মন এতিয়া বৰ অসুস্থ, অতীতৰ কোনা কথাই ভালকৈ মনত নাই। তথাপি আমাৰ স্কুলৰ প্ৰতি থকা মৰমৰ খাতিৰতেই তেখেতে অতি কষ্ট কৰি হ'লেও আমাৰ প্ৰশ্নসমূহৰ উত্তৰ দিছে। তাৰ বাবে আমি কৃতজ্ঞ। সাক্ষাৎকাৰটি বৰ যত্ন সহকাৰে গ্ৰহণ কৰিছে আমাৰ স্কুলৰ শিক্ষক শ্ৰীনৰেন্দ্ৰ নাথ পাটোৱাৰীদেৱে। তেওঁলৈ আমাৰ কৃতজ্ঞতা থাকিল। — সম্পাদিকা, সবিতা, ছায়াৰাম ছোৱালী শিক্ষানুষ্ঠানৰ বছৰেকীয়া মুখপত্ৰ, নৱম সংখ্যা, ১৯৭৬/৭৭)*

*১ নং প্ৰশ্ন ঃ আপোনাৰ ছাত্ৰজীৱনৰ কথা চমুকৈ উল্লেখ কৰি কোন কোন শিক্ষকৰ প্ৰতি কি কি কাৰণে আকৰ্ষিত হৈছে ক'বনে?*

উত্তৰ ঃ মোৰ ছাত্ৰজীৱন তেনেই অনাড়ম্বৰ আছিল — কিয়নো আমাৰ এই অঞ্চলৰ মানুহৰ জীৱন-যাত্ৰা প্ৰণালীয়েই অনাড়ম্বৰ আছিল। মই কোনো চকুত পৰা বিধৰ ছাত্ৰ নাছিলোঁ। সেই সময়ত স্কুল-কলেজৰ সংখ্যাও নিচেই তাকৰ আছিল। আমি পঢ়া দিনত মাজৰ হাটীৰ মৃত পানীয়া বেপাৰীৰ আগৰ ঘৰত এল.পি. স্কুল বহিছিল। প্ৰথমডোখৰ এল.পি. শিক্ষা তাতেই হ'ল। পাছৰডোখৰ আমোলাপটি এল.পি. স্কুলত হয়। হাইস্কুলত বিশেষকৈ প্ৰভাৱান্বিত হৈছিলোঁ স্বৰ্গীয় যাদৱ চন্দ্ৰ দাস, স্বৰ্গীয় উমাকান্ত দাস আৰু

কালীমোহন গুপ্তৰ ওচৰত। এওঁলোক বৰ গুণী লোক আছিল। এওঁলোকক ছাত্ৰবোৰে বৰ ভয় কৰিছিল। কিন্তু আমি ভক্তি আৰু ভয়ো কৰিছিলোঁ। উমাবাবু অংকৰ বিশেষজ্ঞ। অসমীয়া খুব ভালকৈ শিকাইছিল। নামঘোষাৰ পদবোৰৰ সুন্দৰ ব্যাখ্যা কৰি আমাক বুজাইছিল। স্বৰ্গীয় যাদৱ চন্দ্ৰ দাসদেৱ স্কুলতে শিক্ষকতা নকৰিছিল, তেওঁ প্ৰত্যেক ছাত্ৰৰে অভিভাৱকক লগ ধৰি ছাত্ৰৰ বিষয়ে আলোচনাও কৰিছিল। মই বৰ বেছি সময় পঢ়ি থাকিব নোৱাৰিছিলোঁ। এঘণ্টা আদ্‌ঘণ্টা পঢ়িলেই হৈছিল।

মই কলেজত পঢ়ি থাকোঁতেই ১৯১৯ চনত বৰপেটাত 'আসাম-এচোচিয়েচন' সভা হৈছিল। সাহিত্য বিভাগৰ সভাপতি আছিল স্বৰ্গীয় কালিৰাম মেধি আৰু ৰাজনীতি বিভাগত পৌৰাহিত্য কৰিছিল স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱাই। কলেজৰ পৰা কেইদিনমান ছুটী লৈ আহি আমি সভাৰ কাম-কাজ কিছু কৰিছিলোঁ।

*২ নং প্ৰশ্ন ঃ কি ঘটনাই আপোনাক ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশগ্ৰহণ কৰিবলৈ উদ্বুদ্ধ কৰিছিল?*

উত্তৰ ঃ ১৯০৪ চনৰ বংগ-ভংগ আন্দোলন, ১৯১৯ চনৰ জালিয়ানৱালাবাগৰ হত্যাকাণ্ড আদি ঘটনাই মোক সচেতন কৰিছিল। চাৰ আশুতোষ মুখাৰ্জী, ডঃ পি. চি. ৰয়, ৰবীন্দ্ৰ নাথ ঠাকুৰ আদিৰ বক্তৃতায়ো মোক প্ৰেৰণা দিছিল। ৰিপন কলেজত কলিকতাত ল-পঢ়ি থাকোঁতে "চাৰভেণ্ট" নামৰ দৈনিক ইংৰাজী বাতৰিখন মই প্ৰায়েই পঢ়িছিলো। তাৰ সম্পাদক আছিল শ্যাম সুন্দৰ চক্ৰবৰ্তী। তেওঁৰ সম্পাদকীয় লেখাবোৰ পঢ়ি মই বৰ ভাল পাইছিলোঁ। কলিকতাৰ কলেজ স্কোৱাৰত মিটিঙৰ খবৰ মই প্ৰায়েই ৰাখিছিলোঁ আৰু উপস্থিত হৈ বক্তাৰ বক্তৃতাবোৰ মন দি শুনিছিলোঁ। গান্ধী, লোকমান্য তিলক, সৰোজিনী নাইডু, লালা লাজপত ৰায়, জৱাহৰলাল নেহৰু আদিৰ বক্তৃতা শুনিও প্ৰেৰণা লাভ কৰিছিলোঁ। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়তে স্বাধীনতাৰ কথা কোৱা হৈছিল। বহুতে বিশ্বাসো কৰিছিল। মই কিন্তু ভাবিছিলোঁ — স্বাধীনতা ইমান সোনকালে নাহে। ইয়াৰ বাবে বিৰাট প্ৰস্তুতি আৰু বহুতো সময় লাগিব। ১৯২৫ চনত মই ল-পাছ কৰোঁ। কিন্তু জীৱনত কোনোদিনে চাকৰিৰ বাবে মই ক'তো দৰ্খাস্ত কৰা নাই। চাকৰি নকৰি দেশৰ স্বাধীনতা আন্দোলনতে লাগি থাকোঁ। ১৯৩০ চনত ছমাহ ফাটক, ১৯৪০ চনত ১ দিন আৰু ২৫ টকা জৰিমনা হয় আৰু এবাৰ সেই সময়তে মাত্ৰ এদিন ফাটক দিয়ে। ১৯৪২ চনত ৯ মাহ ফাটক খাটিছিলোঁ। এবাৰ জৰিমনাও কৰিছিল।

*৩ নং প্ৰশ্ন ঃ আপোনাৰ কল্পনাৰ স্বাধীন ভাৰতখন বাস্তৱত দেখা পোৱা বুলি ভাবেনে?*

উত্তৰ ঃ এই প্ৰশ্নৰ সন্তোষজনক উত্তৰ দিয়া টান। কল্পনা আৰু বাস্তৱ দুয়োটা বেলেগ

বস্তু। কল্পনাত সকলোকে পাব পাৰি। বাস্তৱত নোৱাৰি। বাস্তৱ যিয়েই নহওক স্বাধীনতাৰ পাছত ভাৰতে বহু উন্নতি কৰিছে। ইমান দীঘল পৰাধীনতাৰ পাছত সকলোখিনি পোৱা সম্ভৱ নহয়! বিভিন্ন তৰহৰ মানুহৰ বিশাল দেশ হিচাপে ভাৰত বহু ভালে আছে।

*৪ নং প্ৰশ্ন ঃ অভিনয় আৰু সংগীতৰ ক্ষেত্ৰত আপুনি কেনেধৰণে জড়িত আছিল?*

উত্তৰ ঃ আগৰ বৰপেটা সত্ৰ ধৰ্ম-সংস্কৃতিৰ কেন্দ্ৰ আছিল। কীৰ্ত্তন-নামঘোষাৰ পদ আৰু বৰগীত গোৱাৰ এটা অভ্যাস আছিল। মই কীৰ্ত্তনৰ পদ আৰু বৰগীত গাবলৈ আইৰ পৰাই প্ৰেৰণা পাওঁ। আয়ে ভাত ৰান্ধি থাকোঁতেও সুৱলা মাতেৰে সেইবোৰ গাইছিল আৰু মই মনপুতি শুনিছিলোঁ। যিকোনো সুৰ এটা এবাৰ শুনিলে দ্বিতীয়বাৰ আৰু শুনিব নালাগে। আইৰ মাত আৰু সুৰ বৰ মিঠা আছিল। ময়ো আইৰ সুৰকে অনুকৰণ কৰি সুৰ মাত সুৱলা কৰি ল'বলৈ যত্ন কৰিছিলোঁ। এবাৰ বৰগীতৰ ৰেকৰ্ড কৰিবলৈ যাওঁতে 'হিজ-মাষ্টাৰ-ভয়েচ'ৰ ৰিপ্ৰেজেণ্টটেটিভ এইচ দাসক লগ পাওঁ। তেওঁ ধৰি দিয়া সময়মতে মই উক্ত অফিচলৈ যাও আৰু তাত গৈ দেখো বিদ্ৰোহী কবি নজৰুল তেওঁৰ চাৰিজন সংগীৰে সৈতে তাত বহি আছিল। বৰকৈ গাবলৈ ধৰাত মই শংকৰদেৱ ৰচিত 'দেখ সখি ঐচন নিকৰুণ' গীতটো গাওঁ। 'নিকৰুণ' শব্দৰ সুৰৰ ঢৌত নজৰুল মুগ্ধ হৈ পুনৰ গাবলৈ মোক জোৰকৈ তিনি চাৰিবাৰ গোৱাইছিল। অভিনয়ত মোৰ অভিৰুচি খুব থাকিলেও অভিনয় লাজতে কৰা নাছিলোঁ। মঞ্চৰ ভিতৰতে মই কাম কৰোঁ। সেই সময়ত প্ৰম্‌ট্ কৰাটো বৰ টান আছিল। এই ক্ষেত্ৰত মানুহ নাছিলেই। এই দায়িত্ব ময়ে ল'বলগীয়া হৈছিলোঁ। মঞ্চৰ দুয়োফালে - এফালে মই আনফালে ঁজানকী শৰ্মা প্ৰম্‌টাৰ আছিলোঁ। বহুসময়ত ভাৱৰীয়াবোৰক ডিৰেকচনো দিবলগীয়া হৈছিলোঁ। 'মিলন মন্দিৰ' স্থাপনৰ ক্ষেত্ৰত মই, স্বৰ্গীয় বিশ্বনাথ দাস আৰু গৌৰীকান্ত দাস এই তিনিজনে বহু খাটনি খাটি প্ৰতিষ্ঠা কৰিছিলোঁ।

*৫ নং প্ৰশ্ন ঃ সংগীত আৰু অভিনয়ত ইমান অভিৰুচি থকা সত্ত্বেও আপুনি তাৰ পৰা কেলেই আঁতৰি থাকিল?*

উত্তৰ ঃ মই ভাবিছিলোঁ এইবোৰত গা-মন উটুৱাই দিলে স্বাধীনতা আন্দোলনত কাম কৰাটো কঠিন হ'ব। ৰাজনীতিৰ বাবেই এইবোৰ চিন্তা বা ভাব চাপৰেচ (Supress) কৰিছিলোঁ। ভাবিছিলোঁ — আগতে দেশ স্বাধীন কৰোঁ পাছত কিবা এটা হ'ব। পাছে পাছতো নহ'ল।

***৬ নং প্ৰশ্ন ঃ বৰপেটাৰ ভৱিষ্যত সম্বন্ধে আপোনাৰ অভিমত কি? বৰপেটাৰ নাগৰিক ৰাজনীতিৰ ক্ষেত্ৰত অসচেতন বুলি আপুনি ভাবেনে? অন্যান্য ঠাইৰ তুলনাত বৰপেটাৰ অনগ্ৰসৰতাৰ কাৰণ আপুনি কি বুলি ভাবে?***

**উত্তৰ ঃ** বৰপেটাৰ ভৱিষ্যত সম্বন্ধে মই কোনো অভিমত দিব নোৱাৰোঁ। বৰপেটাৰ মানুহ ৰাজনীতি ক্ষেত্ৰত অসজাগ বুলি নাভাবোঁ। অন্যান্য ঠাইত সময়ে কিছু সুবিধা আনি দিছে — যিবোৰ সুবিধা বৰপেটাত নাই। অনগ্ৰসৰতাৰ কাৰণ নেতৃত্বৰ অভাবো হ'ব পাৰে। কিন্তু আন ঠাইৰ তুলনাত বৰপেটা কিছু শান্তিত থকা বুলি মই ভাবোঁ।

*৭ নং প্ৰশ্ন ঃ আপুনি বাৰু কেতিয়াবা নিজকে বৰকৈ অসহায়বোধ কৰেনে? সেই মুহূৰ্তত আপুনি ভগৱানক স্মৰণ কৰি সান্ত্বনা লয় নেকি?*

**উত্তৰ ঃ** মই নিজকে কেতিয়াও অসহায় অনুভৱ নকৰোঁ। মই নিজকে ভাগ্যৱান বুলি ভাবোঁ। আমাৰ পৰিয়ালটোৰ ভিতৰত কেতিয়াবা কিবা কথাত মতানৈক্য ঘটিলেও বিপদ-আপদৰ বেলিকাত সকলো একগোট হয়। পৰস্পৰৰ প্ৰতি এটি প্ৰগাঢ় টান আছে। এই ক্ষেত্ৰত মই ভাগ্যৱান।

ভগৱানৰ স্মৰণৰ কথাযে আপুনি সুধিছে — 'স্মৰণ'টো সহজলভ্য বস্তু নহয়। তথাকথিতভাৱে ৰাম-হৰি-নাৰায়ণ উচ্চাৰণ কৰিলেই স্মৰণ নহয়। আমাৰ বৰপেটাৰ বেছিভাগ মানুহ ব্যৱসায়জীৱী। কাজেই স্মৰণটো সহজাত হোৱা টান। ইয়াত প্ৰাণৰ নিবিড় সাধনা লাগে।

*৮ নং প্ৰশ্ন ঃ ভাৰতে খণ্ডিত হৈ স্বাধীনতা লোৱাত ভাৰতৰ বাস্তৱ উন্নতিত বাধা পৰা নাই নে? কেতিয়াবা বাৰু আপুনি আগৰ অখণ্ডিত ভাৰতৰ কল্পনা কৰে নেকি?*

**উত্তৰ ঃ** *(প্ৰশ্নটোত তেওঁ কিছু স্তম্ভিত হ'ল। অলপ সময় বৈ থাকি ক'লে)* খণ্ডিত হোৱাত কিছু ক্ষতি নিশ্চয় হৈছে ; কিন্তু খণ্ডিত নহৈ উপায় নাছিল। আগতে হিন্দু-মুছলমান দূৰৈৰ কথা — উত্তৰ-দক্ষিণৰে মিল নাছিল। এতিয়া আগৰ তুলনাত ভাৰতৰ সংহতিৰ কিছু উন্নতি হৈছে — প্ৰায় এক ভাবৰ সূচনা হৈছে। আগৰ অখণ্ডিত ভাৰতৰ মই কাহানিও কল্পনা কৰা নাই।

*৯ নং প্ৰশ্ন ঃ অসমখনযে টুকুৰা-টুকুৰ হৈ গ'ল — তাৰ পৰা অসমীয়া জাতিৰ অনিষ্ট হোৱা নাইনে?*

**উত্তৰ ঃ** কেবাটাও শাসনৰ গোট হোৱাত এপিনে ভাল হৈছে, আনপিনে বেয়া হৈছে। আগতে উন্নত হিন্দুখিনিৰ বাদে অনুন্নত খিনিৰ আৰু পাহাৰীয়া খিনিৰ উন্নতি হোৱা নাছিল — উন্নতখিনিয়ে অনুন্নত খিনিৰ ওপৰত আধিপত্য চলাইছিল। বিভাজনৰ পাছত এতিয়া আটায়ে নিজৰ দায়িত্ব নিজে ল'ব লাগিব।

*১০ নং প্ৰশ্ন ঃ আপোনাৰ আটাইতকৈ প্ৰিয় নেতা কোন আছিল?*

**উত্তৰ ঃ** কম্পিয়েৰ কৰি কোৱাটো টান। তবু গান্ধী আৰু নেহৰুকেই বুলি ক'ব লাগিব।

গান্ধীজী সকলোৰে প্ৰিয় হ'ল মৰাৰ পাছতহে। নেহৰু কিন্তু সকলোৰে প্ৰিয় আছিল।

*১১ নং প্ৰশ্ন ঃ আজৰি সময়ত আপুনি কিতাপ পঢ়ে নিশ্চয়। কি বিষয় পঢ়াত আপোনাৰ ৰাপ বেছি?*

উত্তৰ ঃ ইতিহাস আৰু সংস্কৃত। ●

( সাক্ষাৎকাৰটো ছায়াৰাম ছোৱালী শিক্ষানুষ্ঠানৰ বছৰেকীয়া মুখপত্ৰ সবিতা (নৱম সংখ্যা, ১৯৭৬/৭৭) ত প্ৰকাশ পাইছিল। উক্ত বিদ্যালয়ৰ শিক্ষক শ্ৰীবিনয় কুমাৰ দাসৰ সৌজন্যত পোৱা গৈছে। - সম্পাদক)

# মহাত্মা গান্ধীৰ সান্নিধ্যত অক্ষয় কুমাৰ দাস

মহেন্দ্ৰমোহন চৌধুৰী

তেতিয়া অসমত যুদ্ধৰ আয়োজন পূৰ্ণ উদ্যমেৰে চলিছিল। গোটেই অসম ৰাজ্যখন যুদ্ধক্ষেত্ৰত পৰিণত হৈছিল। ইংলণ্ড আৰু আমেৰিকাৰ মিত্ৰশক্তিয়ে অসমত সৈন্য সমাৱেশ কৰি জাপানৰ বিৰুদ্ধে প্ৰস্তুত হৈছিল। পাৰ্ল হাৰবাৰত আমেৰিকাৰ বিপৰ্যয় ঘটাৰ পাছত পূব এছিয়াৰ যুদ্ধ ক্ৰমে ভাৰতৰ ওচৰ পাইছিলহি। গোটেই ব্ৰহ্মদেশ জাপানে অধিকাৰ কৰিছিল। ব্ৰহ্মদেশ জাপানে আক্ৰমণ কৰাৰ সময়ত ব্ৰহ্মদেশত যিমানবিলাক ভাৰতীয় লোক আছিল তাৰ পৰা ভাগি ভাৰতলৈ আহিছিল। সেই লোকবিলাকৰ বেছিভাগেই অসম - ব্ৰহ্ম সীমান্তৰ দুৰ্ধৰ্ষ পাহাৰ অতিক্ৰম কৰি মণিপুৰৰ মাজেদি অসমত প্ৰৱেশ কৰিছিল। ভগনীয়াসকলৰ দুৰ্গতি অবৰ্ণনীয়। তেনেকৈ আহোঁতে কিমান মানুহ মৰিল, কিমান মানুহে নানা বেমাৰত ভুগিবলগীয়া হৈছিল, সেইবিলাক কথাৰ হিচাপ আজি হয়তো বিচাৰিলেও পোৱা টান। ইয়াৰ উপৰি অসমত সাধাৰণ নাগৰিকৰ ওপৰত মিলিটেৰীৰ পক্ষৰপৰা অত্যাচাৰ হৈছিল।

তাৰ পাছ ত আৰম্ভ হ'ল ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰাম। জয় বা মৃত্যু পণ কৰি স্বাধীনতাৰ সংগ্ৰামত যোগ দিবলৈ মহাত্মা গান্ধীয়ে আহ্বান জনালে। সমগ্ৰ দেশবাসী সেই সংগ্ৰামত জপিয়াই পৰিল। মহাত্মা গান্ধী প্ৰমুখ্যে নেতাসকলক কাৰাগাৰত বন্দী কৰা হ'ল। সেই সময়ৰ লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্যে অসমৰ নেতা আৰু কৰ্মীকো কাৰাৰুদ্ধ কৰা হৈছিল। ১৯৪৪ চনৰ জানুৱাৰী মাহত বৰদলৈদেৱক স্বাস্থ্যৰ বাবে জেলৰ পৰা খালাচ দিলে। আমিও সেই বছৰ পূজাৰ পাছত জেলৰ পৰা খালাচ পাই আহিছিলোঁ। আমি জেলৰ পৰা ওলাই অহাৰ সময়ত আন্দোলনৰ তীব্ৰতা বহুত পৰিমাণে হ্ৰাস পাইছিল। বৰদলৈ ডাঙৰীয়াই নিৰ্দেশ দিলে, আমি গোটেই অসমতে ঘূৰি ৰাজনৈতিক বন্দীসকলৰ পৰিয়ালবৰ্গৰ খা-খবৰ ল'ব লাগে আৰু মিলিটেৰীৰ ফালৰ পৰা কি কি

অত্যাচাৰ হৈছে তাৰ এটা বিৱৰণো ল'ব লাগে। বৰদলৈদেৱৰ নির্দেশমতে আমি সেই কাম যথাসম্ভৱ সম্পন্ন কৰিছিলোঁ আৰু সেই সময়ৰ ঘটনাৱলীৰ আৰু অসমৰ, বিশেষকৈ উজনী অসমৰ, য'ত মিলিটেৰীৰ সমাৱেশ ঘন, তাৰ পৰিস্থিতি সম্পৰ্কে এখনি প্ৰতিবেদন দাখিল কৰিছিলোঁ। আমি দাখিল কৰা তথ্য আদিৰ ওপৰত নিৰ্ভৰ কৰিয়েই বৰদলৈদেৱে এখন দীঘল প্ৰতিবেদন তৈয়াৰ কৰিলে। তেতিয়া কংগ্ৰেছ বে-আইনী বুলি ঘোষিত হৈছিল। কংগ্ৰেছৰ পক্ষৰ পৰা সভা-সমিতি পতা নিষিদ্ধ আছিল। গতিকে প্ৰতিবেদনখন অনুমোদন কৰিবৰ বাবে সেই সময়ত যিসকল কংগ্ৰেছৰ নেতা আৰু কৰ্মী জেলৰ বাহিৰত আছিল সেইসকলক নিমন্ত্ৰণ কৰি গুৱাহাটীলৈ অনা হৈছিল। কংগ্ৰেছ কৰ্মীসকলৰ সেই সভাখন গুৱাহাটীত গোপনে স্বৰ্গীয় হৰেশ্বৰ গোস্বামীদেৱৰ পুৰণি ঘৰত বহিছিল। সেই কমিটিত দুটা সিদ্ধান্ত হৈছিল। প্ৰথমটো হ'ল - কংগ্ৰেছৰ গঠনমূলক কাম চলাবৰ কাৰণে এখন গ্ৰাম সেৱা সংঘ গঠন হ'ব লাগে ; আৰু দ্বিতীয়টো হ'ল - বৰদলৈদেৱে প্ৰস্তুত কৰা প্ৰতিবেদনখন মহাত্মা গান্ধীলৈ পঠিয়াব লাগে। গ্ৰামসেৱা সংঘৰ সভাপতি বৰদলৈ ডাঙৰীয়া নিৰ্বাচিত হ'ল আৰু মই তাৰ সম্পাদক নিৰ্বাচিত হৈছিলোঁ। দ্বিতীয় সিদ্ধান্ত মতে প্ৰতিবেদনখন মই আৰু অক্ষয় কুমাৰ দাসে লৈ গৈ মহাত্মা গান্ধীক দেখা কৰি প্ৰতিবেদনত উল্লেখ কৰা সমস্যাসমূহৰ বিষয়ে মহাত্মা গান্ধীৰ পৰামৰ্শ গ্ৰহণ কৰিব লাগে।

তেতিয়া গান্ধীজীক অসুস্থতাৰ কাৰণে খালাচ দিয়াত তেখেতে ভগ্নস্বাস্থ্য উদ্ধাৰ কৰিবৰ কাৰণে পাঁচগণিত বিশ্ৰাম লৈছিল। পাঁচগণি এখন সৰু চহৰ ; পুণাৰ পৰা ৪৩ মাইল দূৰৈত অৱস্থিত। আমি তালৈ গৈ মহাত্মা গান্ধীক দেখা কৰিছিলোঁ। মহাত্মা গান্ধীৰ বাবে আমি কেইটামান মাটিকঁঠাল লৈ গৈছিলোঁ। তেতিয়া ডাঃ জীৱৰাজ মেহতা মহাত্মা গান্ধীৰ প্ৰাইভেট ছেক্ৰেটাৰী হিচাপে কাম কৰিছিল। ডাঃ জীৱৰাজ মেহতাৰ পৰা আমি গান্ধীজীৰ লগত সাক্ষাৎ কৰিবলৈ অনুমতি ল'লোঁ। অনুমতিক্ৰমে তেখেতৰ লগত দেখা কৰি আমি লৈ যোৱা প্ৰতিবেদনখন তেখেতৰ হাতত অৰ্পণ কৰিলোঁ। প্ৰতিবেদনখন পোৱাৰ পিছত গান্ধীজীয়ে আমাক ক'লে যে প্ৰতিবেদনখন বৰ দীঘলীয়া আৰু সেইখন ভালকৈ পঢ়িবৰ কাৰণে সময়ৰ প্ৰয়োজন আৰু প্ৰতিবেদনখন পঢ়াৰ পাছত সেই বিষয়ে কিছুমান কথা আলোচনা কৰিবলগাও হ'ব পাৰে। সেই কাৰণে তেখেতে আৰু কেইদিনমান পিছত দেখা কৰিবলৈ পৰামৰ্শ দি আমাক পুণালৈ ঘূৰি আহিবলৈ ক'লে। পুণাত তেখেতৰ কাৰণে তিনিদিনলৈ অপেক্ষা কৰিব লাগিব বুলি ক'লে। তেখেতে আমাক লগতে আৰু উপদেশ দিলে যে আমি হোটেলত থাকিব নালাগে। কাৰণ তেখেতে কৈছিল, অসমৰ মানুহবিলাক তেখেতৰ দৰেই দুখীয়া

মানুহ, গতিকে হোটেলত থাকি টকা পইচা খৰচ কৰি যোবাটো আমাৰ পক্ষে সম্ভৱ নহয়। সেইকাৰণে তেখেতে আমাক ভাভে ধৰ্মশালাত থাকিবলৈ কৈছিল আৰু তাতেই ৰান্ধি-বাঢ়ি খাবলৈ উপদেশ দিছিল। আমি তেখেতৰ উপদেশ অনুসৰি পুণাত তেখেতৰ কাৰণে অপেক্ষা কৰিছিলোঁ। নিৰ্দিষ্ট সময়ত তেখেত পুণালৈ আহিছিল। আমি তেখেতক পুণাত দেখা কৰিলোঁ। তেখেতে ডাঃ মেহতাৰ প্ৰাকৃতিক চিকিৎসালয়ত অৱস্থান কৰিছিল। আমি দেখা কৰাত তেখেতে ক'লে যে তেখেতৰ দৰ্শনৰ বাবে মানুহৰ ইমান ভিৰ যে তেখেতে আমাৰ লগত সুস্থিৰভাৱে কথা কোৱা সময় নহ'ব। সেই কাৰণে আমাক নিৰ্দেশ দিলে যে আমি ৰেলেৰে তেখেতৰ লগতে একেলগে কল্যাণ ষ্টেচনৰ পৰা বাৰ্ধালৈ যাব লাগিব আৰু ৰেলত তেখেতে আমাৰ লগত আলোচনা কৰিব আৰু যিখিনি দিবলগীয়া পৰামৰ্শ আছে তাক দিব। আমি সেই নিৰ্দেশত অতিশয় আনন্দিত হৈছিলোঁ। গান্ধীজীৰ লগত একেলগে একেখন ৰেলৰ ডবাত ভ্ৰমণ কৰাৰ সৌভাগ্য জীৱনত কেতিয়াবা ঘটিব বুলি কল্পনা কৰা আমাৰ পক্ষে সেই সময়ত টান আছিল। কিন্তু হঠাৎ এই সুযোগ পোৱাত আমি আনন্দত আত্মহাৰা হৈছিলোঁ। নিৰ্দিষ্ট সময়ত কল্যাণ ষ্টেচনলৈ আহি গান্ধীজীৰ লগত একেলগে বাৰ্ধালৈ ৰেলেৰে যাত্ৰা কৰিলোঁ। ৰেল এৰি দিয়াৰ লগে লগে আমি দুজনক একেলগে বহুৱাই তেওঁ আলোচনা আৰম্ভ কৰিলে। আমাৰ পৰা তেখেতে কিছুমান কথাৰ স্পষ্টীকৰণ বিচৰাত আমি সেইবিলাক তেখেতৰ ওচৰত দাঙি ধৰিছিলোঁ।

তেখেতৰ লগতে খোৱা-বোৱাৰ সকলো বন্দবস্ত আছিল। আমি তেখেতৰ লগতে ভোজন কৰিলোঁ। গোটেই ৰাতি আমি ৰেলগাড়ীত শুব নোৱাৰিলোঁ। কাৰণ যিবিলাক ষ্টেচনত ৰেলগাড়ী ৰৈছিল সেইবিলাকত মানুহৰ অসংখ্য ভিৰ হৈছিল আৰু দুৱাৰ -খিৰিকি বন্ধ কৰি থ'লেও মানুহে থপৰিয়াই খুলিবলৈ বাধ্য কৰিছিল। গান্ধীজীয়ে জনতাক খিৰিকীৰে দৰ্শন দিছিল আৰু হৰিজন ভঁৰালৰ বাবে অৰ্থ সংগ্ৰহ কৰিছিল। অৰ্থ সংগ্ৰহৰ দায়িত্ব তেখেতস লগত ভ্ৰমণ কৰা আটাইবিলাক যাত্ৰীৰ ওপৰতে পৰিছিল। আমিও সেই কামত অংশ গ্ৰহণ কৰিছিলোঁ।

ৰাতিপুৱা আঠ বজাত আমি বাৰ্ধা ষ্টেচন পালোঁগৈ। গান্ধীজীয়ে মটৰগাড়ীৰে সেৱাগ্ৰামলৈ গ'ল। লগতে প্ৰায়বিলাকেই টঙাতে সেৱাগ্ৰামলৈ গ'ল। আমিও টঙাতে গ'লোঁ। সেৱাগ্ৰামৰ ওচৰ-চুবুৰীয়া মানুহবিলাকে গান্ধীজী বহুত দিনৰ পিছত ঘূৰি অহাত বিশেষভাৱে তেওঁক অভ্যৰ্থনা জনাইছিল। সেই অভ্যৰ্থনাত গোৱা ভজনটো আজিও মোৰ কাণত প্ৰতিধ্বনিত হৈ আছে। সেই ভজনটোৰ চমুকৈ অৰ্থ হ'ল ঃ মানুহে ঈশ্বৰক নিৰাকাৰ বুলি কয়, কিন্তু যদি কোনোবা মানুহে ঈশ্বৰক সাক্ষাৎ দৰ্শন কৰে তেনেহ'লে

তেওঁ ঈশ্বৰক নিৰাকাৰ বুলি কেনেকৈ বিশ্বাস কৰিব পাৰে। ইয়াৰ তাৎপৰ্য হ'ল গান্ধীজী সাক্ষাৎ ঈশ্বৰ আৰু তেখেতৰ দৰ্শনত সাকাৰ ঈশ্বৰৰ সাক্ষাৎ লাভ হৈছে।

এই সংক্ৰান্তত আৰু এটা কথা গান্ধীজীৰ জীৱন-কাহিনী সম্পৰ্কত উল্লেখ আছে। ভ্ৰমণৰ সময়ত গান্ধীজীৰ গাড়ীৰ ইঞ্জিন বেয়া হোৱাত বিহাৰৰ সৰু গাঁৱলীয়া ষ্টেচন এটাত কিছু সময় অপেক্ষা কৰিব লগা হৈছিল। গান্ধীজীৰ কথা শুনি অসংখ্য জনতাৰ সমাবেশ হ'ল। লগতে এগৰাকী বুঢ়ীও তেখেতৰ দৰ্শন পোৱাৰ কাৰণে তালৈ আহিছিল। সেই বুঢ়ী গৰাকীয়ে কৈছিল, 'বাপুজী, মোৰ বয়স ১০৪ বছৰ আৰু মোৰ চকুৰ দৃষ্টিশক্তি লাহে লাহে কমি আহিছে। মই বহুতো তীৰ্থ ভ্ৰমণ কৰিছোঁ। আমাৰ গাঁৱত দুটা মন্দিৰো নিৰ্মাণ কৰি দিছোঁ। যেনেকৈ ৰাম-কৃষ্ণ অৱতাৰী পুৰুষ ঠিক তেনেকৈ ভাৰতত মহাত্মা গান্ধীও অৱতাৰী পুৰুষ বুলি শুনিছোঁ। গতিকে তেখেতক নেদেখা পৰ্যন্ত মোৰ মৃত্যু নহয়।' এইবুলি তেখেতে মহাত্মা গান্ধীৰ দৰ্শন কামনা কৰিছিল। এই বিশ্বাসত লাখ লাখ ভাৰতবৰ্ষৰ মানুহে গান্ধীজীৰ সান্নিধ্যলৈ আহিছিল।

সেৱাগ্ৰামত দুপৰীয়া ভোজনত আমি কেউজনে একেলগে গান্ধীজীৰ লগত ভোজন কৰিছিলোঁ। আমাৰ মহৎ সৌভাগ্য হৈছিল গান্ধীজীৰ ওচৰত বহি খাবলৈ। সেৱাগ্ৰামত যি খোৱাৰ দিহা হৈছিল সেই খোৱা আমাৰ সচৰাচৰ খোৱা খাদ্যৰ লগত নিমিলে। গান্ধীজীয়ে আমাক যিবিলাক শাক-পাচলি খাবলৈ দিছিল তাৰ ভিতৰত কোনটো আগত খাব লাগে কোনটো পিছত খাব লাগে সেইবিলাক দেখুৱাই দিছিল। ভাত খোৱাৰ পিছত তেখেতে আমাক সেৱাগ্ৰামৰ বিভিন্ন অনুষ্ঠানসমূহ চাবলৈ নিৰ্দেশ দিছিল। তেখেতে বিশেষকৈ আমাক প্ৰফেচৰ ভালছালিৰ লগত সাক্ষাত কৰিবৰ কাৰণে আদেশ দিছিল। তেখেতে কৈছিল যে ভালছালি এটা অনুষ্ঠান বিশেষ, আৰু ক'লে যে যদি আমাৰ আৰু কিবা ক'বলগীয়া কথা আছে তেন্তে আবেলি যেতিয়া ভ্ৰমণৰ সময় হ'ব আমাৰ লগত তেখেতে সেই ভ্ৰমণতে কথা পাতিব। প্ৰফেচৰ ভালছালিক আমি লগ পাইছিলোঁ। তেখেতে যঁতৰত নিবিষ্টভাৱে সূতা কাটিছিল। আমি বহুসময় তেখেতৰ ওচৰত বহি থকাতো তেখেতে মাতবোল নিদিয়াত আমি তাৰ পৰা আঁতৰি আহিলোঁ।

গান্ধীজীৰ লগত দুটা কথাৰ বিষয়ে আমাৰ আলোচনা কৰিবলৈ বাকী আছিল। প্ৰথমটো হ'ল, সেই সময়ত আমাৰ অসমত এজন মুখ্য কংগ্ৰেছ নেতা শংকৰচন্দ্ৰ বৰুৱাদেৱে ধৰা নিদিয়াকৈ লুকাই আন্দোলন চলাই আছিল। তেখেত সেই সময়ত বিধান সভাৰ সদস্য আছিল। আগেয়ে উল্লেখ কৰা হৈছে যে সেই সময়ত বহুতো ঠাইত বগা চিপাহীবিলাকে তিৰোতাৰ গাতো হাত নিদিয়াকৈ থকা নাছিল। তাৰ প্ৰতিৰোধকল্পে বৰুৱাদেৱে তিৰোতাসকলক সংগঠন কৰাৰ দিহা কৰিছিল আৰু

তেওঁলোকক আত্মৰক্ষা আৰু মৰ্যাদা ৰক্ষাৰ বাবে ডেগাৰ ব্যৱহাৰ কৰিবলৈ শিক্ষা দিছিল। সেইটো বিষয় লৈ বহুতো বাক-বিতণ্ডা আৰু সমালোচনা হৈছিল। গান্ধীজীৰ অহিংসা সংগ্ৰামত যিহেতু হিংসাৰ স্থান নাই সেই কাৰণে তৰোৱাল ব্যৱহাৰ উচিত নহয় বুলি বা গান্ধীজীৰ অহিংস আন্দোলনৰ পৰিপন্থী বুলি বহুতে মত প্ৰকাশ কৰিছিল। জেলৰ ভিতৰতো কংগ্ৰেছ কৰ্মীসকলৰ মাজত এই বিষয়ে বহু বিৰুদ্ধ সমালোচনা চলিছিল। এই বিষয়ে গান্ধীজীয়ে কি মত প্ৰকাশ কৰে সেইটো সাক্ষাৎ প্ৰসংগত আলোচনা কৰি পাৰিলে এটা নিৰ্দেশ আনিবলৈ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাদেৱে পাঁচগণি যাত্ৰাৰ প্ৰাক্কালত আমাক কৈছিল।

আমি যেতিয়া গান্ধীজীক সেই প্ৰশ্নটো কৰিলোঁ তেখেতে কৈছিল যে, আটাইবিলাকে নহ'লে যদি এগৰাকী ছোৱালীয়েও তৰোৱালৰ সহায়ত আত্মসন্মান আৰু জীৱন ৰক্ষা কৰিব পাৰে তাতকৈ আৰু আনন্দৰ বিষয় একো হ'ব নোৱাৰে। তেখেতে লগতে কৈছিল যে অহিংসা বীৰৰ অস্ত্ৰ, কাপুৰুষৰ নহয়। যিবিলাক মানুহে নিজৰ আত্মবলৰ দ্বাৰা নিজৰ সন্মান বা আত্মৰক্ষা কৰিবলৈ অপাৰগ তেওঁলোকে কাপুৰুষৰ দৰে আত্মসমৰ্পণ নকৰি যদি হিংসাৰ আশ্ৰয় লৈয়ো সন্মান আৰু জীৱন ৰক্ষা কৰে তেনেহ'লে তাৰদ্বাৰা অহিংসাৰ পৰা আঁতৰি অহা প্ৰশ্ন উঠিব নোৱাৰে।

দ্বিতীয় প্ৰশ্নটো হ'ল, সেই সময়ত পূৰ্ববংগৰ পৰা অবাধে অসমলৈ অহা মানুহৰ সোঁত কিছু পৰিমাণে নিয়ন্ত্ৰণ কৰিবলৈ সেই সময়ৰ চৰকাৰে লাইন প্ৰথা প্ৰবৰ্তন কৰিছিল। কংগ্ৰেছ সেই সময়ত চৰকাৰ-বিৰোধী হ'লেও সেইটো সমৰ্থন কৰিছিল। লাইন-প্ৰথা মানে, এটা নিৰ্দিষ্ট সীমাৰ ভিতৰলৈ পূৰ্ব বংগৰ পৰা অহা লোকসকলৰ মাটিবাৰী অধিগ্ৰহণ নিষিদ্ধ কৰা হৈছিল। কাৰণ তেনেকৈ লানি নিচিগাকৈ অহা পূৰ্ব বংগৰ মানুহৰ শতকৰা ৯০ ভাগেই মুছলমান আছিল। লাইন-প্ৰথা সাম্প্ৰদায়িক হয়নে সেই বিষয় লৈ কংগ্ৰেছৰ ভিতৰতে বাদানুবাদ চলিছিল। এই কথাটোৰ এটা নিষ্পত্তি কৰিবৰ কাৰণে আমাক মহাত্মা গান্ধীৰ লগত এই বিষয়ে পৰামৰ্শ কৰিবৰ কাৰণে লোকপ্ৰিয় বৰদলৈদেৱে নিৰ্দেশ দিছিল। গান্ধীজীৰ আগত এই বিষয়টো উত্থাপন কৰাত গান্ধীজীয়ে কৈছিল যে, যদি কোনো এখন প্ৰদেশত তাৰ থলুৱা লোকৰ স্বাৰ্থ বাহিৰৰ পৰা অবাধে অহা মানুহৰ হস্তক্ষেপত হানি বা বাধাপ্ৰাপ্ত হয় তেনেহ'লে তেনে হস্তক্ষেপ আঁতৰাবৰ কাৰণে যদি সেই প্ৰদেশৰ চৰকাৰে বা তাৰ অধিবাসীসকলে কোনো ব্যৱস্থা গ্ৰহণ কৰে তেনেহ'লে সেইটো সাম্প্ৰদায়িক হ'ব নোৱাৰে, বৰং সেইটো নকৰিলে সেই প্ৰদেশৰ প্ৰতি গুৰুতৰ অন্যায় কৰাহে হ'ব। পূৰ্ববংগৰ পৰা হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ মানুহেই অসমলৈ আহিছিল। গতিকে সেইসকলৰ মাটিবাৰী অধিগ্ৰহণৰ ক্ষেত্ৰত নিয়ন্ত্ৰণ ব্যৱস্থাক

যদি কোনোবাই সাম্প্ৰদায়িক বুলি অভিহিত কৰে তেন্তে সেইটো অন্যায় হ'ব। আমাৰ কথা শেষ হ'লত আমি গান্ধীজীক সেৱা জনাই বিদায় ল'লোঁ। ●

---

*অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'গান্ধীজীৰ সোঁৱৰণত' গ্ৰন্থত সন্নিবিষ্ট মহেন্দ্ৰমোহন চৌধুৰীৰ 'মহাত্মা গান্ধীৰ সংস্পৰ্শত' প্ৰবন্ধৰ কিয়দাংশ। – সম্পাদক।*

# অক্ষয় কুমাৰ দাসৰ স্মৃতিত

বনমালী মিশ্ৰ

বৰপেটাৰ বিশিষ্ট সূত্ৰধাৰ বংশত অক্ষয় কুমাৰ দাসৰ জন্ম হৈছিল। তেখেতৰ পিতৃ মনহৰি দাস সেই সময়ত মনহৰি বাবু বুলি জনাজাত আছিল। বৰপেটা সত্ৰৰ চোতাল সেই সময়ত বৰ জটিল ধৰণৰ 'মেল'ৰ ঠাই আছিল। তেখেত বহু বছৰ ধৰি সত্ৰৰ চেক্ৰেটাৰী আছিল। সত্ৰৰ মেলে কেতিয়াবা ইমান চূড়ান্ত ৰূপ পাইছিল যে স্বয়ং বুঢ়া সত্ৰীয়াৰ গাদীকো কঁপাই তুলিছিল। সত্ৰ সংক্ৰান্তত মেলেই নহয় মেলৰ পাছত আকৌ মোকৰ্দমাও হৈছিল। বৰপেটাৰ এটা বিশেষত্ব এইযে বৰপেটা সত্ৰৰ মঠৰ চোতালত যিমান মেলেই নহওক কিয় সত্ৰৰ গতানুগতিক কামবিলাক কেতিয়াও ব্যাহত নহৈছিল। সেই সময়ত মেলৰ মাজতো মনহৰি বাবুৱে সত্ৰৰ সকলো কাম নিয়াৰিকৈ চলাই নিছিল। সেই মনহৰি দাসৰে দ্বিতীয় পুত্ৰ অক্ষয় কুমাৰ দাস।

অক্ষয় কুমাৰ দাসৰ বিষয়ে থোৰতে ক'ব লাগিলে কথাখিনি এনেকুৱা হ'ব। তেখেত এগৰাকী তীক্ষ্ণ বুদ্ধি সম্পন্ন, স্বল্পভাষী, তেনেই অনাড়ম্বৰ, খদ্দৰ পোছাক পৰিহিত মানুহ আছিল। ভৰিত জোতা পিন্ধা কোনো দিনে দেখা নাছিলোঁ। কেতিয়াবা সুদা ভৰিৰে আৰু কেতিয়াবা চেণ্ডেল পিন্ধি খোজ কঢ়া দেখিছিলোঁ। আইন পাছ কৰি উকীল হৈছিল যদিও তেখেতক ওকালতি কৰা দেখা নাছিলোঁ। অৱশ্যে মাজে মাজে বৰপেটা বাৰ লাইব্ৰেৰীত এনেয়ে বহা দেখিছিলোঁ। তেখেত এগৰাকী প্ৰকৃত গান্ধীবাদী, নীতি কঠোৰ ৰাজনীতিজ্ঞ ব্যক্তি আছিল। ১৯২১ চনত তেখেতে কংগ্ৰেছত যোগদান কৰিছিল আৰু সেই দিন ধৰি তেখেত আজীৱন কংগ্ৰেছৰ এজন একনিষ্ঠ সেৱক আছিল।

১৯৪২ চনত গোটেই ভাৰতবৰ্ষতে মহামানৱ মহাত্মা গান্ধীয়ে চলোৱা অহিংস স্বাধীনতা আন্দোলনৰ মাজতে ২৬ আগষ্টৰ ৰাতি বেঁকী নদীৰ পাৰত ইংৰাজ চৰকাৰে

বন্ধা বিমানঘাটিটো স্বাধীনতা প্ৰেমী আন্দোলনকাৰীয়ে জ্বলাই দিছিল। এই বিমানঘাটি জ্বলোৱা কাৰ্যত বৰপেটাৰ আগশাৰীৰ কংগ্ৰেছ নেতা নন্দমোহন মজুমদাৰ, কামেশ্বৰ দাস, মহেন্দ্ৰমোহন চৌধুৰী প্ৰমুখ্যে নেতাসকল মুঠেই জড়িত নাছিল। ইয়াৰ সমস্ত পৰিকল্পনা আছিল ব্ৰজনাথ শৰ্মা আৰু নবদ্বীপৰঞ্জন পাটগিৰি আদিৰ। তেখেতসকলে বিৰাট দলবল সংগঠিত কৰি বিমানঘাটি জ্বলাইছিল। এইটো বৰনগৰৰ চৰম দুঃসাহসিক কাম আছিল। ইয়াৰ তীব্ৰ প্ৰতিক্ৰিয়া বৃটিছ পাৰ্লিয়ামেণ্টতো হৈছিলগৈ।

সৰভোগত বিমান-ঘাটি জ্বলাৰ পাছতে সৰভোগ আৰু বৰপেটাৰ কংগ্ৰেছ নেতাসকলক চৰকাৰে ধৰপাকৰ লগাইছিল। এই ঘটনাৰ পৰিপ্ৰেক্ষিততে ২৭ আগষ্ট তাৰিখে অক্ষয় বাবুকো পুলিছে আটক কৰিলে। সেই তাৰিখতে মহেন্দ্ৰমোহন চৌধুৰীকো আটক কৰিছিল। তেওঁলোকক গাড়ীৰে সৰুপেটা ষ্টেচনলৈ লৈ গৈ তাৰ পৰা পাঠশালালৈ হেনো ৰেলৰ আলিয়ে আলিয়ে খোজ কঢ়াই নি পাঠশালাত ৰেলত তুলি গুৱাহাটী জেললৈ চালান দিছিল।

অক্ষয় কুমাৰ দাস এগৰাকী নীতি-নিষ্ঠ কংগ্ৰেছ কৰ্মী আছিল। বৰপেটা মহকুমা (এতিয়া জিলা)ৰ এনে এখন ঠাই নাই, ব্ৰহ্মপুত্ৰৰ দুৰ্গম চৰেই হওক বা হাবিতলীয়া গাঁৱেই হওক, যিখন ঠাইলৈ তেওঁ যোৱা নাছিল। তেখেতে সেই সকলোবোৰ ঠাই ভ্ৰমণ কৰি তাৰ ৰাইজৰ অভাব-অভিযোগ, দুখ-দুৰ্গতি, যাতায়তৰ অসুবিধাৰ বুজ লৈ পাৰ্যমানে সহায় কৰিবলৈ চেষ্টা কৰিছিল। তেখেত এসময়ত বৰপেটা লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল। লোকেল বোৰ্ডৰ অধীনতে তেতিয়া মহকুমাটোৰ ৰাস্তাঘাট, খোৱাপানীৰ ব্যৱস্থা, প্ৰাইমাৰী শিক্ষা আদি কাম ন্যস্ত হৈছিল। সেই সুত্ৰে তেখেত মহকুমাটোৰ প্ৰতিখন গাঁৱৰ গুৰুত্বপূৰ্ণ ব্যক্তি হৈ পৰিছিল। অক্ষয় বাবু দুবাৰ এম এল এ হৈছিল, কিন্তু এবাৰো মন্ত্ৰী হোৱা নাছিল। একে সময়তে মহেন্দ্ৰমোহন চৌধুৰীও এম এল এ হৈছিল। আমি শুনিছিলোঁ, অক্ষয় কুমাৰ দাস মন্ত্ৰী নহ'লেও বিধান সভাত তেখেতক সকলোৱে সমীহ কৰি চলিছিল। বহু সময়ত মন্ত্ৰী চৌধুৰী, চলিহা প্ৰমুখ্যে নেতাসকলে তেখেতৰ পৰামৰ্শমতে চলিছিল। তেখেত এগৰাকী নিস্বাৰ্থ কৰ্মী আছিল। মন্ত্ৰীত্বৰ প্ৰতি বা ধন-বিতৰ প্ৰতিও তেখেতৰ কোনো লালসা নাছিল। স্বাধীনতা আন্দোলন চলি থাকোঁতে তেখেতৰ পত্নী বিয়োগ ঘটিছিল। সেই দিন ধৰি তেখেত এক প্ৰকাৰ সংসাৰ বিৰাগী আছিল। সংসাৰী হৈ থাকোঁতেও তেখেত দেশসেৱাৰ প্ৰতি আসক্ত আছিল। লাহ-বিলাহ নথকা হেতুকে তেখেতক ধনবো বেছি প্ৰয়োজন নহৈছিল।

তেখেতৰ কামবিলাকত সদায় মৌলিকত্ব ফুটি উঠিছিল। কাৰোবাক চাকৰি

দিয়া, কাৰোবাক বদলি কৰা বা বদলি কৰি অনা কামবোৰ তেখেতে বৰ বেয়া পাইছিল। আত্মীয়-স্বজনকো এনে কামত সহায় কৰা নাছিল। সেই কাৰণে মানুহে তেখেতক বেয়া পাইছিল। কোনো মানুহে তেনে কাম কৰিবলৈ অনুৰোধ কৰিলেও তেখেতে যুক্তিৰে সেই অনুৰোধ প্ৰত্যাখ্যান কৰিছিল। এবাৰ মোৰ ক্ষেত্ৰতে এনে এটা ঘটনা ঘটিছিল। মই ১৯৭৭ চনলৈ কংগ্ৰেছৰ সাধাৰণ সদস্য আছিলোঁ। নিৰ্বাচন আহিলে কংগ্ৰেছ প্ৰাৰ্থীসকলৰ হকে যথাসাধ্যে খাটি দিছিলোঁ। সেই সূত্ৰে মহেন্দ্ৰমোহন চৌধুৰী, অক্ষয় বাবু, ভূমিধৰ দাস, উপেন বাবু আদিৰ সৈতে মোৰ ঘনিষ্ঠতা আছিল। অক্ষয় বাবুৰ লগতো এটা নিৰ্দিষ্ট গণ্ডীৰ ভিতৰত ভাল আছিলোঁ। মই তেখেতক ভয় আৰু ভক্তি দুয়োটাই কৰিছিলোঁ। সেয়ে কথা পাতোঁতে সদায় নীতি-নিয়ম ৰক্ষা কৰি চলিছিলোঁ। তথাপি এবাৰ এটা নীতি বিৰুদ্ধ কাম কৰি পেলালোঁ। চনটো মোৰ মনত নাই। তেতিয়া পাটবাউসী প্ৰাইমাৰী স্কুলত সুন্দৰীদিয়াৰ মুৰাৰিমোহন শৰ্মা হেড্ পণ্ডিত। চাৰুকৃষ্ণ মিশ্ৰ আছিল সহকাৰী শিক্ষক আৰু অক্ষয় কুমাৰ দাস লোকেল বোৰ্ডৰ চেয়াৰমেন। মুৰাৰিমোহন শৰ্মা ইমান ভাল শিক্ষক আছিল যে তেখেতৰ ছাত্ৰই বৃত্তি পাবই। সেইবাৰ তেওঁক লোকেল বোৰ্ডে ট্ৰেইনিং দিয়াই আনিছে। এনেতে এদিন দুই শৰ্মাই মোৰ ওচৰলৈ আহি জনালেযে মুৰাৰিমোহন শৰ্মাক ইয়াৰ পৰা বদলি কৰিছে আৰু চাৰুকৃষ্ণ মিশ্ৰক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ চাৰ্জ ল'ব দিছে। মুৰাৰিমোহন শৰ্মাৰ পাছত চাৰুকৃষ্ণ মিশ্ৰ প্ৰধান শিক্ষক হ'লে বিদ্যালয়ৰ ফলাফল নিম্নগামী হ'ব বুলি তেওঁৰ নিজৰে সন্দেহ হৈছিল। সেয়ে চাৰুকৃষ্ণ মিশ্ৰই মোক টানি ধৰিলে যাতে অক্ষয় বাবুৰ কৈ মুৰাৰিমোহন শৰ্মাৰ বদলিৰ হুকুম বদ কৰে। তেওঁ প্ৰয়োজন হ'লে সহকাৰী শিক্ষক হৈয়ে থাকিব। মই বৰ বিপাণ্ডত পৰিলোঁ। অক্ষয় বাবুক কথাটো কওঁ কেনেকৈ? তেওঁ বা মোৰ অনুৰোধ ৰক্ষা কৰে নে নকৰে? তথাপি দুদিনমান পাছতে মৰসাহ কৰি কওঁ-নকওঁকৈ অক্ষয় বাবুৰ আগত কথাটো উলিয়ালোঁ। তেখেতে সুধিলে - 'কিয় নাকচ কৰিব লাগে?' মই ক'লোঁ - 'তেওঁ বৰ ভাল শিক্ষক, তেওঁৰ কাৰণে পাটবাউসীৰ ল'ৰাই বছৰি বৃত্তি পাই আছে। সেইবাবে আমি তেওঁক পাটবাউসীত থকাটো বিচাৰোঁ। তাৰোপৰি চাৰুকৃষ্ণ মিশ্ৰ যদিও ট্ৰেইনিং লৈ আহিছে, তেওঁ মুৰাৰি শৰ্মাৰ তলত সহকাৰী শিক্ষক হৈ থকাটো বিচাৰে, প্ৰধান শিক্ষক হ'বলৈ নিবিচাৰে।' তেতিয়া অক্ষয় বাবুৱে ক'লে - 'মুৰাৰিমোহন শৰ্মা ভাল শিক্ষক। তেখেতে এখন ঠাইকে ভাল কৰি থাকিব লাগেনে? আন ঠাইকো ভাল কৰক। চাৰু মিশ্ৰক বোৰ্ডৰ তৰফৰ পৰা ট্ৰেইনিং দি অনা হৈছে প্ৰধান শিক্ষক হোৱাৰ কাৰণে। তেখেতে সেই chanceটো ল'ব লাগিব। নহ'লে তেখেতক ট্ৰেইনিং দি অনা হ'ল কিয়?' মই নিৰুত্তৰ হ'লোঁ। কিন্তু বেয়াও

নাপালোঁ। কাৰণ কথাখিনিতো একেবাৰে সত্য। মই সন্তুষ্টচিত্তে গুচি আহিলোঁ। প্ৰকৃততে তেখেতে যি কৰে তাত যুক্তিৰ অভাৱ প্ৰায়েই নাথাকে।

আমাৰ সমাজৰ একাংশ লোক সদায় নিজা নিজা স্বাৰ্থত আবদ্ধ। তেওঁলোকৰ ব্যক্তিগত স্বাৰ্থত আঘাত পৰিলে বা স্বাৰ্থ পূৰণ নহ'লে ভাল নাপায়। অক্ষয় বাবু তেনেবিধৰ লোক নাছিল। তেখেতে নিজৰ বা আত্মীয়ৰ হকে বা ভোটৰ আশাত আন মানুহবো ব্যক্তিগত স্বাৰ্থৰ হকে মন্ত্ৰী-বিধায়ক বা অফিচাৰক ক'বলৈ কোনোমতে নগৈছিল। সেই কামটো তেখেতে খুব বেয়া পাইছিল। তেখেতে বুজিছিলযে তেনে কৰিলে নিজৰ মান-মৰ্যাদাতো হানি হ'বই, মানুহৰ অপ্ৰিয়ও হ'ব লাগিব। যিজনৰ স্বাৰ্থ পূৰণ হয় তেওঁ ভাল পাব, কিন্তু আন বহুজনে লগতে বেয়াও পাব। সেই কাৰণে স্বাৰ্থান্বেষী লোকসকলে তেখেতক বেয়া পাইছিল আৰু কটু মন্তব্য প্ৰকাশ কৰিছিল। অৱশ্যে অক্ষয় বাবুৱে সমূহীয়া স্বাৰ্থপূৰণৰ কাৰণে অহো-পুৰুষাৰ্থ কৰিছিল।

বৰপেটা মহকুমাৰ আগৰছোৱাৰ সকলো ধৰণৰ উন্নয়নমূলক কামৰ সৈতে অক্ষয় কুমাৰ দাস জড়িত। বহু দিন আগৰ কথা। তেতিয়া বৰপেটাবাসী ৰাইজৰ বাবে ৰেল ষ্টেচন আছিল দুটা সৰভোগ আৰু সৰুপেটা। ৰাস্তা-ঘাটৰ অভাৱত সৰভোগ আৰু সৰুপেটালৈ যোৱা বৰ অসুবিধাজনক আছিল। তাকে দেখি লোহিত চন্দ্ৰ নায়কে (তেতিয়া তেখেত আসাম লেজিচ্‌লেটিভ কাউন্সিলৰ সদস্য আছিল) সৰভোগ আৰু সৰুপেটাৰ মাজত আঠীয়াবাৰীত এটা ৰেলষ্টেচন খোলাৰ প্ৰস্তাৱ দিছিল। সেই প্ৰস্তাৱ মৰ্মে বৰপেটা ৰেলষ্টেচনটো হ'ল। লাহে লাহে ষ্টেচনটো বেহা-বেপাৰৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ হৈ উঠিল। অক্ষয় বাবুৱে এই কথাটো উপলব্ধি কৰি ষ্টেচনৰ ক্ষুদ্ৰ আয়তনটো বৃদ্ধি কৰি বেচ্ আকৰ্ষণীয় কৰি তোলাৰ ব্যৱস্থা কৰিলে।

অক্ষয় বাবু এজন নীৰৱ সমাজকৰ্মী আছিল। তেখেতে হৈ-চৈ কৰি মেল-মিটিং কৰি ফুৰিবলৈ টান পাইছিল। এই নীৰৱতাৰ কাৰণে তেখেত জনমানসত সিমান প্ৰকাশিত নহ'ল। ফলত বৰপেটাৰ মানুহে অক্ষয় বাবুৰ ভিতৰৰ মানুহজনক চিনি নাপালে। মহেন্দ্ৰ মোহন চৌধুৰীৰ ক্ষেত্ৰত দেখিছিলোঁ তেখেত ঘৰৰ ভিতৰত থাকিলে বা ঘৰৰ বাহিৰ ওলালে তেখেতৰ পিছে পিছে কমেও ১০/১৫ জন মানুহ থাকেই। তাকে দেখি চিলঙৰ এম এল এ হোষ্টেলৰ সমুখত হৰেশ্বৰ গোস্বামীয়ে (তেখেত তেতিয়া বিৰোধী দলপতি) মহেন্দ্ৰমোহন চৌধুৰীক উপলক্ষ্য কৰি ৰগৰ কৰিছিল (মোৰ সমুখতে) - 'গোপীনাথ বৰদলৈ আছিল লোকপ্ৰিয়, এওঁ হ'ল লোকাৰণ্য মহেন্দ্ৰমোহন চৌধুৰী।' কিন্তু সেই বুলি অক্ষয় বাবু সমাজৰ নায়ক হ'বৰ অনুপযুক্ত লোক নাছিল। বৰং বহু ক্ষেত্ৰত তেখেত মহেন্দ্ৰমোহন চৌধুৰীতকৈ বিচক্ষণ আছিল। তেখেতক বুদ্ধিত চাণক্য

বুলিও ক'ব পাৰি।

অক্ষয় বাবুৰে গুণীৰ গুণ বা মানীৰ মানৰ প্ৰতি সন্মান দেখুৱা ব্যক্তি আছিল। মহাত্মাৰ অনুগামীসকলৰ প্ৰতিও তেখেতৰ অগাধ ভক্তি আছিল। দৌল-দোমাহী, তিথি-পৰ্বত তেখেতে কীৰ্ত্তন ঘৰলৈ গৈ সেৱা জনাইছিল। সত্ৰৰ নিয়ম-নীতি সম্পৰ্কেও তেখেতৰ সম্যক জ্ঞান আছিল। সত্ৰৰ বংশৰাসকলে উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা সকলো গুণৰ অধিকাৰী আছিল তেখেত। নীতি-বাক্য, চৰিত পুথি আদিৰ বিস্তৰ জ্ঞান আছিল।

অক্ষয় কুমাৰ দাস সক্ৰিয় অৱস্থাত বৰপেটাৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে জড়িত আছিল। কলেজসমূহৰ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো তেখেতৰ অৱদান কম নহয়। কেবাখন কলেজ-বিদ্যালয়ৰ তেখেত পৰিচালনা সমিতিৰ সভাপতি আছিল। তেখেতে বিধায়ক হৈ থকা কালত তেতিয়াৰ বিত্ত মন্ত্ৰী মতিৰাম বৰা আৰু যোগান মন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীৰ সৈতে পাটবাউসীৰ শ্ৰীশ্ৰী শংকৰদেৱ থান পৰিদৰ্শন কৰিবলৈ গৈছিল। সেই সময়তে ধেনুখন্দা জানৰ সিটো পাৰে শ্ৰীশ্ৰী দামোদৰদেৱৰ ভগ্ন মঠটোৰ পুনৰ নিৰ্মাণৰ কাম আৰম্ভ হৈছিল। বৰাদেৱে শ্ৰীশ্ৰী শংকৰদেৱ থানতো এটি মঠ নিৰ্মাণৰ সংকল্প লৈছিল। তেখেতে শ্ৰীশ্ৰী দামোদৰদেৱৰ মঠটোৰ নিৰ্মাণ কাৰ্য চাই ধন মঞ্জুৰী দিয়াৰ আশ্বাস দিছিল। তাৰ পাছতে এখন মঠ নিৰ্মাণ সমিতি গঠিত হ'ল। সেই সমিতিৰ সভাপতি আছিল অক্ষয় বাবু আৰু সম্পাদক আছিলোঁ মই। হৰিদাস মহাজন ধনভঁৰালী। আমবাৰীৰ বনমালী দাস প্ৰমুখ্যে বৰপেটাৰ আৰু পাটবাউসীৰো কেবাগৰাকী বিশিষ্ট লোক এই সমিতিৰ সদস্য আছিল। মঠ নিৰ্মাণৰ ঘাই মিস্ত্ৰী আছিল মধুপুৰ সত্ৰৰ মঠ-নিৰ্মাতা শংকৰচৰণ সূত্ৰধাৰ আৰু উপদেষ্টা আছিল বৰপেটাৰ বিশিষ্ট শিল্পী ৰমেশ চন্দ্ৰ দাস। ৰমেশ দাসে কোনো পাৰিশ্ৰমিক লোৱা নাছিল। ৰমেশ চন্দ্ৰ দাস এগৰাকী স্বভাৱ শিল্পী আছিল। তেখেতে কাঠ আৰু পাক্কা দুয়োটা কামেই জানিছিল। কিন্তু তেখেত সাধাৰণ মিস্ত্ৰী নাছিল। তেখেতে কিছুমান বিজ্ঞানসম্মত প্ৰণালী (weight, force, altitude আদিৰ গাণিতিক জ্ঞান) অনুসৰণ কৰিছিল। তেখেতে পাক্কাৰ নক্সাবোৰ সদায় গ্ৰাফত কৰিছিল। ডাঙৰ ডাঙৰ বিল্ডিঙৰ কাম হ'লে ইঞ্জিনিয়াৰবিলাকে মনে মনে তেখেতৰ পৰা নক্সা কৰি নিছিল। এতিয়াও কিজানি তেখেতৰ ঘৰত গ্ৰাফ পেপাৰত কৰা নক্সা আছে। বৰপেটা কীৰ্ত্তন-ঘৰৰ বিৰাট বিৰাট পকী খুটাবোৰৰ ভিতৰখন ফোপোলা। খুটাৰ ওজন কমাবলৈকে হেনো এনে কৰা হৈছিল। এই idea টো কৰিছিল ৰমেশ চন্দ্ৰ দাসে। পাটবাউসী থানৰ মঠটোৰ নিৰ্মাণ কাৰ্য চলি থাকোঁতে ৰমেশ চন্দ্ৰ দাস আৰু শংকৰচৰণ দাসৰ মাজত প্ৰায়ে উখনা-উখনি লাগিছিল। ৰমেশ দাস প্ৰথম

অৱস্থাত কাঠ মিস্ত্ৰীয়েই আছিল। বৰপেটা কীৰ্ত্তনঘৰৰ বেৰত তেখেতৰ হাতৰ শিল্প-কাৰ্যৰ স্বাক্ষৰ এতিয়াও বৈ আছে। যিহঁক, মন্ত্ৰীৰ উখনা-উখনিৰ মাজত পৰি মই বৰ আসুবিধাত পৰিছিলোঁ। অক্ষয় বাবুৰ এইবিলাক চাবলৈ আহৰি নাছিল। কেতিয়াবা ৰমেশ দাস আহি নাপালে মিস্ত্ৰী-যোগালীবিলাকক ঘিৰি যাবলৈ দি কাম বন্ধ কৰিছিলোঁ। টকা-পইচাৰো অভাৱ হৈছিল মাজে মাজে। মঠৰ কলসীত সোণৰ পানী দিয়া হৈছিল। তেতিয়াৰ দিনত খৰচ পৰিছিল চাৰি হাজাৰ টকা। মঠটো সম্পূৰ্ণ হৈ উঠিছিল ১৯৬১ চনত আৰু লোৱা হৈছিল ১৯৬২ চনত। মঠ নিৰ্মাণত মুঠতে ২৯ হাজাৰ টকাৰ অলপ বেছি ব্যয় হৈছিল। অক্ষয় কুমাৰ দাসৰ উদ্যোগতে এই মঠটো নিৰ্মিত হৈছিল।

১৯৬৭চনৰ নিৰ্বাচনত অক্ষয় কুমাৰ দাস পৰাজিত হৈছিল। ভোট গণনা চলি থাকোঁতে আমি তেখেতৰ কোঠাতে আছিলোঁ। প্ৰথম অৱস্থাত আগ বাঢ়ি আছিল যদিও পাছত আন প্ৰাৰ্থী আগুবাবলৈ ধৰিলে। তেখেতে ক'লে - 'মই হাৰিম'। সঁচাকৈ তেখেত হাৰিল। কিন্তু আচৰিত কথা তেখেতক বিচলিত হোৱা নেদেখিলোঁ। খবৰ ল'বলৈ অহা লোকক তেখেতে মাত-বোল দিছিল। 'সুখে-দুখে একে' - এইটোৱেই আছিল তেখেতৰ সাধাৰণ চৰিত্ৰ। ●

# দেশ-সেৱক অক্ষয় কুমাৰ দাস

পঞ্চানন চহৰীয়া

তেতিয়াৰ সেই সৰু উন্নত গাওঁখনিৰ নাম বৰপেটা কেনেকৈ কিয় হ'ল সেই সম্বন্ধে বিতং তথ্যপাতি নিশ্চয় আছে। কিন্তু এইটো সত্যযে বৰপেটা নামটিৰ এটি মহিমা আছে। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱৰ পদধূলি পাই ধন্য হোৱা আজিৰ কুৰি শতিকাৰ উন্নত চহৰখনতে কেইবাজনো দেশকৰ্মী, সমাজ-সেৱক, কবি, সাহিত্যিক, শিল্পী, নাট্যকাৰ, গায়ক, প্ৰসিদ্ধ ব্যৱসায়ী, শিক্ষাবিদ আৰু ধাৰ্মিক লোকে জন্ম গ্ৰহণ কৰি বিভিন্ন দিশত অসম মাতৃলৈ সেৱা আগবঢাই গৈছে। সেইসকলৰ ভিতৰত দেশ-প্ৰাণ অম্বিকাগিৰী ৰায়চৌধুৰী, বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰী, পণ্ডিতপ্ৰৱৰ ডঃ বাণীকান্ত কাকতি, ৰাধাকান্ত দাস, দেশ-সেৱক মহেন্দ্ৰমোহন চৌধুৰী, কামেশ্বৰ দাস, শিল্পী-সাংবাদিক ফণী তালুকদাৰ, হৰেণ খণ্ডি, অসম-প্ৰাণ ডাঃ হৰিকৃষ্ণ দাস আৰু তেওঁৰ জীয়ৰী অমলপ্ৰভা দাস আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। সেইসকল ব্যক্তিৰ লগতে আৰু এগৰাকী নিষ্ঠাবান আজীৱন কংগ্ৰেছী নেতা স্বৰ্গীয় অক্ষয় কুমাৰ দাসৰ কথা মোৰ মনলৈ আহিছে।

এইজন দেশসেৱকৰ জন্ম-শতবাৰ্ষিকী বৰপেটা চহৰত অনুষ্ঠিত কৰিবলৈ আয়োজন কৰা হৈছে। এই সুযোগতে দেশবাসীৰ লগতে আমিও তেওঁলৈ শ্ৰদ্ধাঞ্জলি জনাই যৎকিঞ্চিত লিখিবলৈ লৈছোঁ। বহু বছৰ আগতে তেওঁৰ ওচৰত একেলগে মাটিত বহি টংলাৰ প্ৰসিদ্ধ ব্যৱসায়ী স্বৰ্গীয় নাওৰাম দাসৰ ঘৰত ভাত খোৱাৰ সোঁৱৰণি এতিয়াও সজীৱ হৈ আছে। অৱশ্যে এইটো স্বীকাৰ কৰিব লাগিব যে বৰপেটা চহৰৰ মাজেৰে আবহমান কালৰ পৰা প্ৰবাহিত চাউলখোৱা নদীৰো অৱদান কম নহয়। অসম নদী-মাতৃক দেশ। এই নদীসমূহ, বিশেষকৈ মহাবাহু ব্ৰহ্মপুত্ৰই অসমৰ সভ্যতা আৰু সংস্কৃতিতপলস পেলাই অসমীয়া জাতিটোক সকলো দিশতে সমৃদ্ধ কৰিছে। ঠাইখনৰ ঐতিহ্য নাথাকিলে অসম মাতৃৰ এনেকুৱা সুসন্তানৰ কেতিয়াও জন্ম হ'ব

নোৱাৰে।

স্বৰ্গীয় দাস নেতা হ'লেও তেওঁ নিজকে কিন্তু কংগ্ৰেছৰ এজন সাধাৰণ কৰ্মী বুলিহে কৈছিল। ১৯৩৭ চনতে কংগ্ৰেছৰ টিকটত বিধানসভালৈ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ অসম কংগ্ৰেছে কোৱা সত্বেও তেওঁ তাক বিনয়েৰে প্ৰত্যাখ্যান কৰিছিল। ঠিক সেইদৰে ১৯৪৮ চনত অসম কংগ্ৰেছৰ সভাপতি পদৰ বাবে বাছনি কৰোঁতেও তেওঁ সেই পদ স্বৰ্গীয় দেবেশ্বৰ শৰ্মাৰহে প্ৰাপ্য বুলি নিৰ্বাচনৰ পৰা বিৰত আছিল। তাতকৈ আচৰিত কথা, মেধি আৰু চলিহাৰ দিনত তেওঁক মন্ত্ৰীসভাত যোগদান দিবলৈ অনুৰোধ কৰা সত্বেও সেই পদবী তেওঁ কনিষ্ঠ মহেন্দ্ৰমোহন চৌধুৰীৰহে প্ৰাপ্য বুলি কৈছিল। প্ৰচাৰ বিমুখ আৰু ক্ষমতাৰ বাবে লালায়িত নোহোৱা এনেকুৱা ব্যক্তি আমাৰ দেশত আজি কেইজন ওলাব? ক্ষমতা পাবলৈ আৰু মন্ত্ৰী-বিধায়ক হ'বলৈ খোৱা কামোৰা কৰি তলৰ মাটি ওপৰ কৰা বহুত ব্যক্তি আমি দেখিলোঁ। এটা ৰাজনৈতিক দলৰ প্ৰকৃত কৰ্মীয়ে ক্ষমতাৰ বাবে কেতিয়াও যুঁজ নকৰে। দাস ডাঙৰীয়া তেনে এজন ব্যক্তি আছিল যিজনে ক্ষমতাৰ বাবে কোনোদিনে আকাংক্ষা কৰা নাছিল। ৰাইজৰ সেৱা কৰাই তেওঁৰ জীৱনৰ ব্ৰত আছিল।

আজিৰ পৰা ঠিক এশ বছৰ আগতে এইজন মহান নেতাই বৰপেটাত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতৃ মনহৰি দাস এগৰাকী ধাৰ্মিক আৰু সমাজৰ সন্মানীয় ব্যক্তি আছিল। মাতৃৰ মুখৰ পৰা সৰুৰে পৰাই কীৰ্তন আৰু নাম-ঘোষাৰ পদবোৰ শুনি অক্ষয় কুমাৰৰ মন ধৰ্মৰ প্ৰতি ধাউতি হৈছিল। ছাত্ৰ অৱস্থাৰ পৰাই দাস ডাঙৰীয়া বৰ তীক্ষ্ণ বুদ্ধিৰ আছিল। বৰপেটাত স্কুলীয়া শিক্ষা সাং কৰি গুৱাহাটীৰ কটন কলেজলৈ উচ্চ শিক্ষাৰ বাবে আহে। ১৯২১ চনত কটন কলেজৰ পৰা ইংৰাজীত অনাৰ্চ লৈ বি এ পাছ কৰি কলিকতালৈ এম এ আৰু আইন পঢ়িবলৈ যায়। সেই সময়তে দেশত গান্ধীজীৰ নেতৃত্বত অসহযোগ আন্দোলন আৰম্ভ হয়। সেই আন্দোলনত অসমৰ স্বৰ্গীয় নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন আদি নেতাই যোগদান দি কাৰাবৰণ কৰে। কলিকতাত পঢ়ি থকা অৱস্থাতে দাস ডাঙৰীয়ায়ো দেশ-প্ৰেমত উদ্বুদ্ধ হৈ কলিকতাৰ উচ্চ শিক্ষা আধৰুৱা কৰি ঘৰলৈ ঘূৰি আহি স্বাধীনতা সংগ্ৰামত জাঁপিয়াই পৰিল। পোনতে তেওঁৰ কৰ্মক্ষেত্ৰ আছিল তেতিয়াৰ বৰপেটা মহকুমা। স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্মী হিচাপে তেওঁ ১৯৩০, ১৯৪০ আৰু ১৯৪২ চনত কাৰাবৰণ কৰে।

স্বৰ্গীয় দাস এজন অতি সৰল প্ৰকৃতিৰ লোক আছিল। গাত সাধাৰণ পোছাক - খদ্দৰৰ ধুতি আৰু পাঞ্জাবি। তেওঁ গেঞ্জী নিপিন্ধিছিল আৰু মূৰ নফণিয়াইছিল। তেওঁ হেনো কোনোদিনে আইনাও চোৱা নাছিল। তেওঁযে দুখীয়া ৰাইজৰ কাম কৰা এজন

সাধাৰণ কৰ্মী আছিল সেই কথা ৰাইজে তেওঁৰ চলন-ফুৰণ আৰু আচৰণতে অনুভৱ কৰিছিল। তেতিয়াৰ দিনত গান্ধীজীৰ নেতৃত্বত কাম কৰা কংগ্ৰেছৰ নেতা আৰু কৰ্মীসকলৰ চৰিত্ৰও নিকা আছিল - আজিৰ দৰে ভোগ-বিলাসত মত্ত তথাকথিত এচাম কংগ্ৰেছীৰ দৰে নাছিল। স্বৰ্গীয় দাসযে এজন প্ৰকৃত কংগ্ৰেছ কৰ্মী আছিল সেই কথা তেওঁৰ কাম আৰু চিন্তাধাৰাত প্ৰতিফলিত হৈছিল। বহুতে হয়তো নাজানে যে তেওঁ সুন্দৰ বৰগীত গাইছিল আৰু এছৰাজো বজাইছিল। বৰপেটাৰ মিলন মন্দিৰ নাট্য মন্দিৰত অভিনয়ৰ সময়ত নেপথ্যত গীত গাই তেওঁ শ্ৰোতাসকলক মুগ্ধ কৰিছিল। আনকি কলিকতাৰ এ এছ এল ক্লাবতো বৰগীত আৰু নজৰুল সংগীত পৰিৱেশন কৰি ৰাইজৰ প্ৰশংসা লাভ কৰিছিল। কিন্তু দেশৰ স্বাধীনতা আন্দোলনৰ জোৱাৰত, সমুখত উপস্থিত হোৱা কৰ্তব্যৰ আহ্বানত সংগীতৰ সাধনাও তল পৰি ৰ'ল। ভাল ছাত্ৰ হৈয়ো তেওঁ দেশৰ আহ্বান উপেক্ষা কৰিব নোৱাৰিলে। আইন পঢ়ি তেওঁ ওকালতি আৰম্ভ কৰিলে, আকৌ দেশ মাতৃৰ কঠোৰ আহ্বান। তেওঁ ওকালতিও বিসৰ্জন দিলে। ইমানেই নহয়, তেওঁ ৰুগীয়া পত্নীক কলিকতাৰ চিকিৎসালয়ত এৰি থৈ আহি আন্দোলনত নামিল। তেওঁ কণ কণ মাউৰা সন্তান তিনিটিক এৰি থৈয়ো জেললৈ যাব পাৰিছিল। দেশ-সেৱকৰ এনে মহৎ ত্যাগৰ আদৰ্শ অতি কমেই দেখা যায়। স্বাধীনতাৰ পাছত তেওঁৰ জীৱনলৈ অনেক সুযোগ-সুবিধা আহিছিল। সেইবোৰো তেওঁ হেলাৰঙে প্ৰত্যাখ্যান কৰিলে। তেওঁ দুবাৰো অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল ; দুয়োবাৰেই তেওঁ কোনো মন্ত্ৰীত্বৰ পদ দাবী নকৰিলে, আনকি যাচি দিয়া পদো তেওঁ আনকহে প্ৰদান কৰিলে। অথচ জ্যেষ্ঠতা, অভিজ্ঞতা, ৰাজনৈতিক বিচক্ষণতা আদি সকলো দিশৰ পৰাই স্বৰ্গীয় দাস আছিল যোগ্যতম ব্যক্তি। গান্ধীজীৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ তেওঁ ৰাইজৰ সেৱাকে ব্ৰত হিচাপে লৈছিল মৃত্যু পৰ্যন্ত। তেওঁৰ আছিল ঋষিতুল্য জীৱন। পাৰিবাৰিক অথবা ব্যক্তিগত জীৱনত তেওঁৰ ভোগ-বিলাসৰ তিল-মাত্ৰও চিন নাছিল। জাৰে-জহে সাধাৰণ খদ্দৰৰ চুৰিয়া-পাঞ্জাবিৰেই কটাই দিছিল বছৰটো। ভৰিত এযোৰ সামান্য পাদুকাও নাছিল। তুলি বিহীন সাধাৰণ খাট এখনতে শুইছিল। তেওঁ দেশৰ দৰিদ্ৰ জনসাধাৰণৰ মূৰ্ত প্ৰতীক মহাত্মা গান্ধীৰ প্ৰায়বিলাক আদৰ্শই অনুকৰণ কৰিছিল। সম্ভৱতঃ গান্ধীৰ দ্বাৰা অনুপ্ৰাণিত হৈয়েই তেওঁ 'কমাৰগাঁও গান্ধী আশ্ৰম' স্থাপন কৰিছিল। ভাৰতীয় প্ৰাচীন ঐতিহ্যৰ প্ৰতিও তেওঁৰ অসীম শ্ৰদ্ধা আছিল। বৰপেটাৰ আনন্দ বজাৰত থকা আবাসিক বিদ্যালয় গিৰীশ বিদ্যাপীঠৰ তেওঁ আছিল প্ৰতিষ্ঠাপক সভাপতি।

অক্ষয় দাসৰ মৃত্যুৰ লগে লগে বৰপেটা তথা অসমৰ ৰাজহুৱা জীৱনৰ সৈতে

জড়িত থকা এই সমাজ-সেৱকজনৰ শূন্যতা বৰকৈ অনুভৱ কৰা হৈছে। নতুন প্ৰজন্মই তেওঁৰ আদৰ্শত উদ্বুদ্ধ হ'ব - ইয়াকে আমি আশা কৰিছোঁ। এইজনা প্ৰকৃত দেশ-সেৱকৰ স্থায়ী সোঁৱৰণিৰ বাবে অসম কংগ্ৰেছে ব্যৱস্থা ল'লে আনন্দৰ কথা হ'ব। ●

# শতবৰ্ষৰ পোহৰত অক্ষয় কুমাৰ দাস

অৰ্জুন দাস

ভাৰতৰ স্বাধীনতা আন্দোলনে অসমৰ অইন ঠাইৰ লগতে বৰপেটাতো এচাম মেধাৱী ছাত্ৰকো স্বাধীনতা আন্দোলনৰ পথ ল'বলৈ আকৰ্ষিত কৰিছিল। ইয়াৰে কিছুমানে আন্দোলনৰ লগত সক্ৰিয়ভৱে নিজকে নিয়োজিত কৰি শিক্ষা আধৰুৱাকৈ এৰিব লগা হৈছিল। তেনেকুৱা কেইবাজনো মেধাৱী ছাত্ৰই হাইস্কুলীয়া অথবা কলেজীয়া শিক্ষা স্বাধীনতা আন্দোলনৰ বাবেই চিৰদিনৰ বাবে বিদায় দিছিল। সেয়ে হ'লেও তাৰ মাজতে সুৰুঙা উলিয়াই যিসকল মহান ছাত্ৰ-নেতাই শিক্ষা সমাপ্ত কৰিবলৈ সমৰ্থ, সেইসকল ছাত্ৰ-নেতাই পাছত ৰাইজৰ মানুহ হিচাপে নেতৃত্ব বহন কৰিব লগীয়া হৈছিল আৰু জনগণৰ নেতা হিচাপে স্বীকৃত হৈছিল।

মহাত্মা গান্ধীৰ নেতৃত্বত চলা অহিংস স্বাধীনতা আন্দোলনে গোটেই ভাৰতবৰ্ষতে এনেকুৱা এচাম ব্যক্তিৰ সৃষ্টি কৰিছিল, যিসকলৰ সৎ চৰিত্ৰ আৰু সৎ আদৰ্শই ভাৰত-মাতৃক মহীয়ান কৰি তুলিছিল। এইসকল ব্যক্তিয়ে স্বাধীনতা আন্দোলনৰ লগতে সমাজ-সংস্কাৰমূলক কাম কাজত আত্মনিয়োগ কৰিছিল। সমাজৰ পৰা অন্ধ বিশ্বাস দূৰীকৰণ, কু-অভ্যাস পৰিত্যাগ, অস্পৃশ্যতা বৰ্জন, দুখীয়া-নিচলাৰ প্ৰতি সেৱা, শিক্ষা-সম্প্ৰসাৰণ আদিৰ লেখীয়া জনহিতকৰ কাম কৰিবলৈ আগবাঢ়ি আহিছিল।

সেই সময়ত বৰপেটাত স্বাধীনতা আন্দোলনৰ লগত জড়িত যিসকল ব্যক্তিয়ে মহাত্মা গান্ধীৰ অহিংস আন্দোলনত অংশ গ্ৰহণ কৰি কাৰাবাস পৰ্যন্ত খাটিব লগীয়া হৈছিল, সেইসকলৰ ভিতৰত অক্ষয় কুমাৰ দাসৰ নাম উল্লেখযোগ্য। মহেন্দ্ৰমোহন চৌধুৰীতকৈ বয়সত জ্যেষ্ঠ অক্ষয় কুমাৰ দাস আছিল প্ৰচাৰবিমুখ নীৰৱ কৰ্মী। আমি জনাত সৰুৰে পৰা অক্ষয় কুমাৰ দাস আছিল চিন্তাশীল, মেধাৱী আৰু স্বল্পভাষী। তেখেতে প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা, প্ৰথম বিভাগত আই,এ আৰু ইংৰাজী বিষয়ত সন্মান সহ বিএ পাছ কৰে। পিতৃ মনহৰি দাস আৰু মাতৃ বৃন্দাৱলী দাসে আদৰ্শ পুত্ৰ অক্ষয় কুমাৰ দাসক ইংৰাজী বিষয়ত এমএ পঢ়িবলৈ কলিকতাৰ প্ৰেচিডেন্সি

কলেজলৈ পঠালে যদিও সৰুৰে পৰা স্বাধীনমনা অক্ষয় কুমাৰ দাসক প্ৰেচিডেন্সি কলেজে বান্ধি ৰাখিব নোৱাৰিলে। সমগ্ৰ ভাৰতবৰ্ষত স্বাধীনতা আন্দোলনৰ অসহযোগ কাৰ্যসূচীৰ বাবে শিক্ষানুষ্ঠানসমূহত শ্ৰেণীসমূহ বন্ধ হৈ পৰিল আৰু সেয়ে অক্ষয় কুমাৰ দাসেও কলিকতাৰ মোহ এৰি ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিল। স্বাধীনতামনা অক্ষয় কুমাৰ দাসে অসহযোগ আন্দোলনত যোগ দিলে। পঢ়া-শুনা পিছ পৰি ৰ'ল। ১৯২১ চনৰ পৰা ১৯২৫ চনলৈ ভাৰতত জাতীয় কংগ্ৰেছৰ এজন সক্ৰিয় সদস্য হিচাপে গাঁৱে-ভূঞে সংগঠন আৰু জনহিতকৰ কামত নিজকে নিয়োজিত কৰিলে। পাছত তেওঁ গুৱাহাটী আৰ্ল ল কলেজৰ পৰা বি এল ডিগ্ৰী লাভ কৰে যদিও ওকালতিতো লাগি থাকিব নোৱাৰিলে।

১৯২৫ চনৰ পৰা ১৯৪২ চনলৈ অক্ষয় কুমাৰ দাসে কেবাবাৰো কাৰাবাস খাটিব লগীয়া হৈছিল। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ সময়ত বৰপেটা কীৰ্ত্তন ঘৰৰ সমুখত অনুষ্ঠিত ৰাজহুৱা সভাত জাতীয় পতাকা উত্তোলন কৰা আৰু বক্তৃতা প্ৰদান কৰাৰ বাবে তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু ছমাহ কাল কাৰাবাস দিয়ে। ১৯৪২ জনৰ ভাৰত ত্যাগ আন্দোলনতো তেখেতে দীঘলীয়া সময়ৰ বাবে কাৰাবাস খাটিব লগীয়া হৈছিল। ১৯২১ চনৰ পৰাই গান্ধীবাদী নেতা অক্ষয় কুমাৰ দাসে কংগ্ৰেছৰ গঠন-মূলক কৰ্মৰাজিৰ ৰূপায়ণৰ কামত নিজকে জড়িত কৰিছিল। তেওঁ তেতিয়াৰ বৰপেটা মহকুমাৰ গাওঁ অঞ্চল পৰিভ্ৰমণ কৰি মাদক দ্ৰব্য বৰ্জন, বিদেশী বস্ত্ৰ বৰ্জন, অস্পৃশ্যতা বৰ্জন আদি সমাজ-সংস্কাৰমূলক কাম-কাজৰ নেতৃত্ব বহন কৰিব লগীয়াত পৰে। সেই সময়ত অসমৰ আগশাৰীৰ নেতা কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, লোকনায়ক অমিয় কুমাৰ দাস, দেশভক্ত তৰুণৰাম ফুকন আদিৰ লেখিয়া ব্যক্তিসকলৰ সান্নিধ্য লাভ কৰা অক্ষয় কুমাৰ দাস আছিল সকলোৰে দৃষ্টিত নিস্বাৰ্থ, নিৰহংকাৰী, নীৰৱকৰ্মী।

সামাজিক আৰু ৰাজনৈতিক জীৱনত তেওঁ বিভিন্ন সময়ত বিভিন্ন পদ অলংকৃত কৰিছিল। ১৯৩৪ চনত তেওঁ বৰপেটা পৌৰসভাৰ সভাপতি, ১৯৪৫ চনত বৰপেটা লোকেল বোৰ্ডৰ চেয়াৰমেন, ১৯৫২ চনৰ পৰা একেৰাহে দুবাৰ সৰভোগ সমষ্টিৰ পৰা অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। ১৯২৮ চনৰ পৰা তেওঁ বৰপেটা জিলা কংগ্ৰেছৰ সম্পাদক আৰু সভাপতিৰূপে কেবাবাৰো কাৰ্যনিৰ্বাহ কৰিছিল। ৰাজনৈতিক দায়িত্বৰ উপৰি তেওঁ বৰপেটা অঞ্চলৰ বিভিন্ন শিক্ষানুষ্ঠান, প্ৰতিষ্ঠান লগত জড়িত আছিল। হাউলীৰ বি এইচ কলেজ, বৰপেটাৰ ছায়াৰাম ছোৱালী শিক্ষানুষ্ঠান প্ৰতিষ্ঠাৰ ক্ষেত্ৰত তেওঁৰ অৱদান অতুলনীয়। তেওঁ এই দুয়োখন শিক্ষানুষ্ঠানৰে কেবাবছৰ জুৰি

পৰিচালনা সমিতিৰ সভাপতি আছিল। মাধৱ চৌধুৰী কলেজৰ পৰিচালনা সমিতিৰ সভাপতি হিচাপে তেওঁ বিজ্ঞান শাখা খোলাত অৰিহণা যোগাইছিল। ১৯৬৯ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মহেন্দ্ৰমোহন চৌধুৰী আৰু কাৰ্যকৰী সভাপতি আছিল অক্ষয় কুমাৰ দাস। দুয়োৰো অক্লান্ত পৰিশ্ৰমৰ ফলশ্ৰুতিত এই অধিৱেশন সাফল্যমণ্ডিত হৈছিল। অক্ষয় কুমাৰ দাসে দলীয় বা সামাজিক যি দায়িত্বই নলওক কিয় তাক নিয়াৰিকৈ পালন কৰিছিল।

অক্ষয় কুমাৰ দাস আছিল বিৰল ব্যক্তিত্বৰ অধিকাৰী। তেওঁ ক্ষমতাৰ কেতিয়াও অপব্যৱহাৰ নকৰিছিল। দলীয় অনুশাসন মানি চলাৰ ক্ষেত্ৰত তেওঁ আছিল এজন অতি বিশ্বাসী কৰ্মী। বুদ্ধিদীপ্ত অক্ষয় কুমাৰ দাসৰ সেই সময়ৰ অসম চৰকাৰৰ যিকোনো বিভাগৰ মন্ত্ৰীত্বৰ দায়িত্ব ল'ব পৰা দক্ষতা আছিল। কিন্তু ক্ষমতাৰ পিছত দৌৰা ব্যক্তি তেওঁ নাছিল। মন্ত্ৰীত্ব লাভ কৰাৰ বাবে কাৰোবাৰ ওচৰত আবেদন-নিবেদন কৰাৰ কথা তেওঁ কেতিয়াও চিন্তা কৰা নাছিল। ইচ্ছা কৰা হ'লে দলীয় মঞ্চত তেওঁ অসম কংগ্ৰেছৰ সভাপতি অথবা সম্পাদক হ'ব পাৰিলেহেঁতেন আৰু মোৰ বিশ্বাস তেওঁ এই দায়িত্ব নিয়াৰিকৈ পালন কৰিব পাৰিলেহেঁতেন।

যি হওক আজি শতবৰ্ষৰ পোহৰত অক্ষয় কুমাৰ দাসৰ কৰ্মৰাজিৰ আৰু গুণৰাজিৰ মূল্যায়ন হওক, তাকে আশা কৰিছোঁ। বৰপেটাৰ বাবে তথা অসমৰ বাবে ১৯২১ চনৰ পৰা সুদীৰ্ঘ তিনিকুৰি বছৰ জুৰি এই গান্ধীবাদী নিস্বাৰ্থ নেতাগৰাকীয়ে যিখিনি জনহিতকৰ কাম কৰি থৈ গৈছে তাক বৰপেটা তথা অসমবাসীয়ে চিৰদিন স্মৰণ কৰিব। ●

# অক্ষয় বাবুৰ সান্নিধ্যত

ইছমাইল হুচেন খান

মানুহজনক আমি সৰুতে আমাৰ গাঁৱে-ভূঞে মেল-মিটিং কৰি ফুৰা দেখিছোঁ। বগা খদ্দৰৰ ধুতি-চোলা পিন্ধি পুহমহীয়া জাৰতো গাত এখন সাধাৰণ চেলেং উৰি খালী ভৰিৰে ঘূৰি ফুৰা দেখিছোঁ। তেতিয়া তেওঁক আমি এজন মহান সমাজ-সেৱক, মুক্তি-যুজাঁৰু আৰু গান্ধী-ভক্ত লোক বুলিয়েই জানিছিলোঁ। তেওঁ সকলো সময়তে ধীৰ, স্থিৰ আৰু অল্পভাষী আছিল।

১৯৫২ চনত যেতিয়া মই এম চি কলেজত ভৰ্তি হৈ একেসময়তে কংগ্ৰেছ সদস্য হওঁ, তেতিয়াহে অক্ষয় বাবুৰ সৈতে মোৰ প্ৰত্যক্ষ সম্পৰ্ক ঘটে। তেওঁ বহু বছৰ ধৰি জিলা কংগ্ৰেছৰ সভাপতি আছিল। তেওঁৰ সময়ত জিলা কংগ্ৰেছৰ অফিচত যেয়ে-সেয়ে সোমাব নোৱাৰিছিল। অফিচত ধূম-পান নকৰিবলৈ চাইনবোৰ্ড দিয়া হৈছিল। সেই চাইনবোৰ্ডখন অৱশ্যে এতিয়াও আঁৰা আছে।

অক্ষয় কুমাৰ দাস আমাৰ গাঁৱে-ভূঞে অক্ষয় এম এল এ, অক্ষয় চেয়াৰমেন বুলি জনাজাত আছিল। তেওঁৰ লগত কথা-বতৰা পাতিবৰ হ'লে বৰ সাৱধানে পাতিব লাগিছিল। আজে-বাজে, অযুক্তিকৰ কথা কোনোৱে ক'বলৈ সাহস নকৰিছিল। তেনে লোকক তেওঁ কোনো প্ৰশ্ৰয় নিদিছিল। তেওঁ আছিল খাটাং কথাৰ মানুহ। তেওঁ কাকো কেতিয়াও কোনো ভুৱা আশ্বাস দিয়া নাছিল বা আশ্বাস দি কাকো হতাশ কৰা নাছিল। সম্ভৱ হ'লে পাৰিম বুলি কৈছিল আৰু তাকে কৰিছিল। নোৱাৰা কামত তেওঁ কাকো আশা নিদিছিল।

১৯৫২ চনত অক্ষয় কুমাৰ দাস সৰভোগ সমষ্টিৰ পৰা নিৰ্বাচিত হৈছিল। এই সমষ্টিতে আতাউৰ ৰহমান (পাছত মন্ত্ৰী হৈছিল) চাহাবৰ জামাদাৰ বৰিত জন্ম হৈছিল। আতাউৰ ৰহমানৰ জন্ম-সমষ্টি হোৱা সত্ত্বেও ইয়াত অক্ষয় কুমাৰ দাসক কংগ্ৰেছৰ প্ৰৰ্থীত্ব দিয়া হৈছিল। আতাউৰ ৰহমানক দিয়া হৈছিল বাঘবৰ সমষ্টি। সেইবাৰ অতাউৰ ৰহমানে পাহাৰ খানৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি হাৰে। আন হাতে অক্ষয় বাবু সৰভোগ

সমষ্টিত জয়ী হয়। তেওঁৰ এই নিৰ্বাচনত আতাউৰ ৰহমান আৰু তেওঁৰ দেউতাক এবাৰত আলী চাহাবক দেহে-কেহে খটা দেখিছিলোঁ। অক্ষয় বাবুৱে এম এল এ হৈয়ে সৰভোগৰ উত্তৰ অঞ্চলত ১৯৫০ চনত সাম্প্ৰদায়িক অশান্তিত ক্ষতিগ্ৰস্ত মানুহক পুনৰ সংস্থাপনৰ ঋণ (Rehabilitation Loan)আদি দি যথেষ্ট উপকাৰ কৰিছিল।

১৯৬৭ চনৰ নিৰ্বাচনত মই অক্ষয় বাবুৰ সৈতে সক্ৰিয়ভাৱে কাম কৰিছিলোঁ। মোক ঘিলাজাৰী মৌজাৰ নিৰ্বাচনী প্ৰচাৰৰ দায়িত্ব দিয়া হৈছিল। তেতিয়া প্ৰাৰ্থীসকলে প্ৰত্যেক ঘৰে ঘৰে চিঠি বিলাই ভোটাৰক দেখা কৰিব লাগিছিল। সেই সময়ত অক্ষয় বাবুৰ কিছু বয়স হৈছে। তথাপি তেওঁ আমাক লৈ প্ৰত্যেক ঘৰে ঘৰে যাবলৈ চেষ্টা কৰিছিল। এদিন অক্ষয় বাবু আৰু মই ঘিলাজাৰী মৌজাৰ বাহঁমূৰা গাঁৱলৈ নিৰ্বাচনী প্ৰচাৰ চলাবলৈ গৈছিলোঁ। আমি প্ৰথমে সেই গাঁৱৰ সাগৰ আলী দেৱানীৰ ঘৰলৈ গ'লোঁ। তেওঁ অক্ষয় বাবুৰ বৰ ভক্ত আছিল। ইতিমধ্যে দেৱানীয়ে কিছু সংখ্যক গণ্য-মান্য ব্যক্তি গোট খুৱাইছিল। মই লক্ষ্য কৰিলোঁ তেওঁ কংগ্ৰেছৰ নীতি-আদৰ্শসমূহৰ কথাহে কৈছে, নিজৰ প্ৰাৰ্থীত্বৰ কথা কোৱা নাই। আমাৰ অঞ্চলটোত তেওঁৰ ব্যক্তিগত পৰিচয় দিয়াৰ প্ৰয়োজনো হোৱা নাছিল। সকলোৱে তেওঁক উষ্ণ আদৰ-অভ্যৰ্থনা কৰিছে, শ্ৰদ্ধা-ভক্তি দেখুৱাইছে। তেওঁ কৰ্মীসকলক কষ্ট দি নিৰ্বাচনী প্ৰচাৰ চলোৱাৰ পক্ষপাতী নাছিল। সেইবাৰ তেওঁৰ বিপৰীতে প্ৰতিদ্বন্দ্বিতা কৰিছিল পি এছ পিৰ ডাঃ সুৰেন্দ্ৰ নাথ দাসে। তেওঁ নিৰ্বাচনত যথেষ্ট ধন খৰচ কৰিছিল। অক্ষয় কুমাৰ দাস ব্যক্তিত্ব সম্পন্ন আৰু যোগ্যতম প্ৰাৰ্থী হোৱা সত্বেও সেইবাৰ ভোটত হাৰিল। কোনোবাই প্ৰচাৰ চলাইছিল যে কংগ্ৰেছৰ পৰা জনিয়া সমষ্টিত আতাউৰ ৰহমান আৰু বৰপেটাত অক্ষয় কুমাৰ দাস জয়ী হ'লে তুলনামূলকভাৱে প্ৰবীণ অক্ষয় কুমাৰ দাসেই মন্ত্ৰীত্ব পাব, আতাউৰ ৰহমানে মন্ত্ৰীত্ব নাপাব। তদুপৰি ডাঃ সুৰেন্দ্ৰ নাথ দাসে নিৰ্বাচনৰ পাছতে কংগ্ৰেছত যোগ দিয়াৰ কথাও কৈছে। গতিকে নিৰ্বাচনী হাৱা অক্ষয় কুমাৰ দাসৰ বিপৰীতে বলিল। সেইবাৰ লোক-সভাৰ কংগ্ৰেছ প্ৰাৰ্থী আছিল ফখৰুদ্দিন আলী আহমেদ। তেওঁৰ হাৰ্টৰ অসুখ কাৰণে চাৰ্কিট হাউচতে অক্ষয় বাবুৰ সৈতে বিশ্ৰাম লৈ আছিল। কেনভাচৰ শেষৰ দিনা সন্ধিয়া নলবাৰীৰ এজন কংগ্ৰেছ কৰ্মী আৰু মই অক্ষয় বাবুৰ নিৰ্বাচনত ব্যৱহাৰ কৰা জীপ গাড়ীখন লৈ গৰেমাৰী বজাৰত উপস্থিত হোৱাৰ লগে লগে বিপক্ষৰ সমৰ্থকে আমাৰ জীপ গাড়ীখন বলপূৰ্বক লৈ। তাৰ পৰা আমি ৰাতি ১০ বজাত খোজ কাঢ়ি চাৰ্কিট হাউচ পালোঁ। দেখোঁ অক্ষয় বাবু উদ্বিগ্ন হৈ বৈ আছে। তেওঁ ইতিমধ্যে আমাৰ গাড়ী চিন্তাই কৰা খবৰ পাই পুলিচক খবৰ দিছিল। আমাৰ মুখে ঘটনাৰ সবিশেষ শুনি পুলিচত এজাহাৰ দিলে আৰু গাড়ীখন উদ্ধাৰ

কৰাই আনিলে।

কোনো মন্ত্ৰী বৰপেটালৈ আহিলে অক্ষয় বাবুক দেখা কৰিবই। সকলো এম এল এ আৰু মন্ত্ৰীয়ে অক্ষয় বাবুৰ কথাবিলাক আদেশ হিচাপে পালন কৰিছিল। এবাৰ ৰাজহ মন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰী বৰপেটালৈ আহিল। আমি ঘিলাজাৰী মৌজাৰ ৰাইজে অক্ষয় বাবুৰ জৰিয়তে মহেন্দ্ৰমোহন চৌধুৰীক এটি আবেদন পেচ কৰিলোঁ। সেই সময়ত দগুৰকুছি পইন্টৰ পৰা চাউলখোৱা নদীৰ উত্তৰ পাৰেদি বাঁহমূৰা দলঙলৈ এটি মথাউৰি বন্ধাৰ সিদ্ধান্ত হৈছিল। ইয়াৰ জৰীপ কাৰ্য, ধনৰ মঞ্জুৰী আদি সকলো হৈ উঠিছিল। আমাৰ আপত্তি হ'ল বান্ধটো দিলে ঘিলাজাৰী মৌজাৰ ৰাইজৰ বিলাই-বিপত্তিৰ ঠাই নোহোৱা হ'ব। অক্ষয় বাবুৱে মহেন্দ্ৰমোহন চৌধুৰীক এইযাৰ কথাই ক'লে -'এই মহেন্দ্ৰ, মথাউৰিৰ প্ৰস্তাৱটো বাদ দে। ৰাইজৰ পৰা বিশেষ আপত্তি আহিছে। ঘিলাজাৰীৰ বিশেষ ক্ষতি হ'ব।' কথা ইমানতে শেষ। ওচৰতে ইঞ্জিনিয়াৰ আছিল। তৎক্ষণাত কাম বন্ধ হ'ল। সেই মথাউৰিটোকে পাছত চাউলখোৱাৰ দক্ষিণ পাৰেদি দিয়া হ'ল।

অক্ষয় বাবুৰ একেটা ল'ৰা ব্ৰজেন্দ্ৰ দাস আৰু মই সমবয়সীয়া। তেওঁ বি এ পাছ কৰাৰ পাছত অক্ষয় বাবুৱে কোনো মন্ত্ৰী-বিষয়াক কোনো দিনে ন'কলেযে তেওঁৰ ল'ৰাক এটি চাকৰি লাগে। তেওঁ এল এল বি পাছ কৰি আমাৰ লগত একেলগে ওকালতি কৰিছিল। এবাৰ Judicial Magistrateৰ বাবে মহামান্য গুৱাহাটী হাইকোৰ্টে জাননী দিয়াত আমি বৰপেটাৰ কেবাজনেও দৰখাস্ত কৰিলোঁ। ইন্টাৰভিউত আমাক আইন সম্পৰ্কীয় বহুত কথাই সুধিছিল।ব্ৰজেন দাসক মাত্ৰ এযাৰ কথাই সুধিছিল -'দেউতাৰা কেনে আছে?' সকলো মহলতে অক্ষয় বাবুৰ অসামান্য প্ৰভাৱৰ কথা দেখি বিস্ময় মানিছিলোঁ। তেওঁক আমি ওকালতি ব্যৱসায় কৰাও দেখা নাছিলোঁ। কেতিয়াবা কিবা ৰাজহুৱা কামত মহকুমাধিপতিৰ ওচৰলৈ আহিছিল। ইমানেই। ইচ্ছা কৰা হ'লে তেওঁ জীৱনত বহু সুবিধা আদায় কৰি ল'ব পাৰিলেহেঁতেন।

১৯৭৪ চনৰ ২০ আগষ্টত ফখৰুদ্দিন আলী আহমেদ ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্বাচিত হোৱাত বৰপেটাৰ লোকসভাৰ আসনখন খালী হয় আৰু ১৯৭৫ চনত এই সমষ্টিৰ উপ-নিৰ্বাচন হয়। কংগ্ৰেছ দলৰ প্ৰাৰ্থী আছিলোঁ মই। সেই নিৰ্বাচনত অক্ষয় কুমাৰ দাসৰ প্ৰভুত অবদান আছে। তেতিয়া তেওঁৰ ভগ্ন স্বাস্থ্য। তেওঁ নিৰ্বাচনী প্ৰচাৰত ঘূৰি ফুৰিব পৰা নাছিল যদিও সমষ্টিৰ বিশিষ্ট লোকসকলক নিজৰ ঘৰলৈ মাতি নি কংগ্ৰেছ প্ৰাৰ্থী হিচাপে মোক সমৰ্থন দিবলৈ কৈছিল। মই জয়যুক্ত হৈছিলোঁ।

অক্ষয় বাবু নিৰ্ভীক, স্পষ্টবাদী আৰু আমাৰ সমাজৰ এজন আদৰ্শপুৰুষ আছিল।

মুক্তিযোদ্ধা হিচাপেও তেওঁ ত্যাগৰ এক মূৰ্ত প্ৰতীক। অক্ষয় বাবু যদিও আমাৰ মাজত নাই, তথাপি তেওঁৰ গান্ধীবাদী আদৰ্শৰে অনুপ্ৰাণিত কৰিব পৰা দৰ্শনীয় চেহেৰাটো আমাৰ মানস পটত এতিয়াও জিলিকি আছে। ●

# অক্ষয় কুমাৰ দাস
# আৰু
# কামাৰগাঁও গান্ধী আশ্ৰম

**শংকৰ দাস**

সৰভোগ ৰেল ষ্টেচনৰ পৰা উত্তৰে কেইকিলোমিটাৰ মান গ'লেই চৰকাৰী ৰিহা গবেষণা কেন্দ্ৰ, তাৰ পিছতে কামাৰ গাওঁ। ইয়াতেই নৰকান্ত গায়নৰ ঘৰত বাহৰ পাতি অক্ষয় কুমাৰ দাসে ভাৰতৰ স্বাধীনতা আন্দোলন গঢ়ি তুলিবলৈ এই এলাকাৰ ৰাইজক লৈ এটা স্বেচ্ছা-সেৱক বাহিনী গঠন কৰে। এই বাহিনীত আহি যোগ দিছিল খাৰিজা বিজনী মৌজাৰ মোহন চন্দ্ৰ ভকত, হৰেশ্বৰ বৰ্মন, কমল বড়ো, শ্ৰীবাহাদুৰ বড়ো, ভাৰত চন্দ্ৰ বড়ো, লোহিত দাস, ৰত্নেশ্বৰ দাস, মিঠাৰাম দাস, মিঠাৰাম তালুকদাৰ, ভবেন্দ্ৰ বৰ্মন (চেয়াৰমেন) আদিয়ে। পাছত স্বেচ্ছাসেৱক বাহিনীৰ কাম-কাজ উত্তৰ খাৰিজা বিজনী মৌজালৈয়ো সম্প্ৰসাৰিত হ'ল। এই এলেকাৰ নগেন্দ্ৰবড়ো (বগীদ্বাৰা), লক্ষীকান্ত দাস, সমুদ্ৰ ঠাকুৰীয়া (চামঠাই বাৰী), কমলা দাস (কাঁহীতামা) আদিয়ে আহি স্বেচ্ছাসেৱক বাহিনীত ভৰ্তি হয়।

অক্ষয় কুমাৰ দাসৰ নেতৃত্বত খাৰিজা বিজনী মৌজাত কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনী গঠন হোৱাৰ পাছত মহেন্দ্ৰমোহন চৌধুৰীয়ে এই অঞ্চললৈ আহি কংগ্ৰেছ কৰ্মীসকলক লৈ বৃটিছৰ বিৰুদ্ধে সত্যাগ্ৰহ আৰম্ভ কৰে। প্ৰথম সত্যাগ্ৰহী আছিল মোহন চন্দ্ৰ ভকত আৰু মিঠাৰাম দাস। সত্যাগ্ৰহ আন্দোলন কৰোঁতে কামাৰ গাওঁ অঞ্চলৰ বহুতৰে জেল হয়।

মোহন চন্দ্ৰ ভকত আৰু তেওঁৰ সংগীসকল কাৰাবাস খাটি মুকলি হৈ আহাৰ পাছত ১৯৪৩ চনৰ শেষ ভাগত অক্ষয় কুমাৰ দাস আৰু মহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াই মোহন চন্দ্ৰ ভকত আৰু সংগীসকলক লৈ কামাৰ গাঁৱত এখন গান্ধী আশ্ৰম খোলাৰ সিদ্ধান্ত লয়। মোহন চন্দ্ৰ ভকতে আশ্ৰমৰ বাবে ১৪ বিঘা ২ কোঠা ১০ লোচা মাটি দান দি আশ্ৰমখন খোলাত সহায় কৰে। লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে এই গান্ধী

অশ্ৰমখন মুকলি কৰিছিল। গোপীনাথ বৰদলৈয়ে উদ্বোধন কৰা কামাৰগাঁও গান্ধী আশ্ৰমৰ নাম ফলকখন এতিয়াও আছে। মহাত্মা গান্ধীৰ বাৰ্ধা আশ্ৰমৰ পৰা প্ৰশিক্ষণ লৈ অহা ডাঃ প্ৰিয়নাথ শৰ্মা আছিল আশ্ৰমখনৰ অধ্যক্ষ। আশ্ৰমখনত খাদী গ্ৰামোদ্যোগৰ সকলো ধৰণৰ উৎপাদনমুখী কামৰ আঁচনি প্ৰৱৰ্তন কৰা হৈছিল। ডাঃ প্ৰিয়নাথ শৰ্মাই যি নিষ্ঠা আৰু ঐকান্তিকতাৰে কামাৰ গাঁওৰ ৰাইজৰ মাজত থাকি কাম কৰিছিল তাক পাহৰিব নোৱাৰি। তেওঁ স্বাধীনতা আন্দোলনৰ কাৰ্যসূচীৰ উপৰি এই অঞ্চলৰ ৰাইজৰ পাৰিবাৰিক, সামাজিক উন্নয়নত সদায় ব্ৰতী আছিল। এই অঞ্চলৰ উন্নতি প্ৰিয়নাথ শৰ্মাৰ অবদান। আশ্ৰমখনত কাম কৰিবলৈ ভালে সংখ্যক নিয়মীয়া কৰ্মী আছিল। সেৱাশ্ৰমখনৰ লক্ষ্য আৰু উদ্দেশ্য বাস্তৱায়িত কৰিবলৈ পাঠশালাৰ পৰা আহিছিল শ্ৰীৰমেশ শৰ্মা, শ্ৰীভৱেশ শৰ্মা, শ্ৰীপৰেশ শৰ্মা, সৰুপেটাৰ খৰ্গেশ্বৰ কলিতা, কামাৰগাঁওৰে শ্ৰীঅতুল তালুকদাৰ, শ্ৰীনিৰন দাস, ফুকন ডেকা।

অক্ষয় কুমাৰ দাস সৰভোগ সমষ্টিৰ পৰা বিধায়ক নিৰ্বাচিত হোৱাৰ পাছত কামাৰগাঁও অঞ্চলৰ সৈতে তেওঁৰ ঘনিষ্ঠতা বৃদ্ধি পাইছিল। অসম পঞ্চায়তীৰাজ ব্যৱস্থা প্ৰৱৰ্তন হোৱাত কামাৰ গাৱঁতে প্ৰথমখন পঞ্চায়ত প্ৰতিষ্ঠা কৰা হৈছিল। অক্ষয় কুমাৰ দাসৰ তৎপৰতাতে এই কাম সম্ভৱ হৈছিল। তেওঁ অতি নিষ্ঠাবান, অল্পভাষী, সত্যবাদী, কৰ্তব্যপৰায়ণ আৰু দুৰ্নীতিমুক্ত ব্যক্তি আছিল। গান্ধীৰ একান্ত ভক্ত কাৰণে তেওঁৰ যত্নতে বৰনগৰ বিশেষকৈ কামাৰ গাঁৱত অনেক লোক গান্ধীৰ চিন্তা আৰু আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। অনেক ৰাজনৈতিক নিৰ্যাতিত লোকে ৰাজনৈতিক পেন্সন নল'লে। ১৯৬২ চনত হাকোৱা নদীৰ গৰাখহনীয়াত এই অঞ্চলৰ বহু লোকৰ খেতি-মাটি, ঘৰ-বস্তি নিশ্চিহ্ন হোৱাত ৰাইজৰ মাজত আৰ্থিক সংকটে দেখা দিয়ে। অনেকেই তেওঁলোকক এই সংকটৰ পৰা উদ্ধাৰ পাবলৈ মুক্তি-যুজাঁৰু হিচাপে ৰাজনৈতিক পেন্সনকে ল'বলৈ কৈছিল। মোহন চন্দ্ৰ ভকতে কৈছিল -'দেশৰ স্বাধীনতাৰ কাৰণে আমি আন্দোলন কৰিছিলোঁ। যিটো বস্তুৰ বাবে আমি আন্দোলন কৰিলোঁ, সেই বস্তুটো আমি পালোঁ। এতিয়া আমাক অইন কি লাগে? আমিতো পেন্সনৰ কাৰণে আন্দোলন কৰা নাছিলোঁ। মহেন্দ্ৰমোহন চৌধুৰীয়ে মোক গুৱাহাটীত দুবিঘা মাটি দিছে বুলি শুনিছোঁ। মই তেওঁক সেই মাটি কেন্সেল কৰিবলৈ কৈছোঁ। ন'হলে তেওঁক মই ৰাজহুৱা ভাবে অপমান কৰিম। তোমালোকেও মই জীয়াই থকা দিনকেইটাত একো ল'ব নোৱাৰা।'

শুনিছিলোঁ, অক্ষয় কুমাৰ দাসেও ৰাজনৈতিক পেন্সনৰ কাৰণে কোনো দৰখাস্ত কৰা নাছিল। হয়তো কামাৰগাৱঁৰ ৰাইজে অক্ষয় বাবুৰ পদাংকই অনুসৰণ কৰিছিল।●

# অক্ষয় কুমাৰ দাসৰ জীৱন-বৃত্ত

চিত্তৰঞ্জন চৌধুৰী

মহাপুৰুষ শংকৰদেৱে আহোম ৰাজ্য ত্যাগ কৰি আত্মীয় স্বজন আৰু ভক্ত সহিতে কামৰূপলৈ ভটিয়াই আহোতে কমলানন্দ নামৰ ভকত এজনো আহিছিল আৰু তেওঁ কাপ্‌লা বৰি (এতিয়াৰ বেলবাৰী)ত থিতাপি লৈছিল। কমলানন্দৰ পুত্ৰ কজলানন্দ। মহাপুৰুষ মাধৱদেৱৰ নিৰ্দেশক্ৰমে মথুৰাদাস বুঢ়া আতাই কজলানন্দক আনি সত্ৰীয়া গীত-মাত শিকাই বৰপেটা সত্ৰৰ এতিয়াৰ বৰহাটীত থাপিছিল। এই কজলানন্দই অক্ষয় কুমাৰ দাসৰ উপৰি পুৰুষ। বৰপেটা সত্ৰই তেওঁক সূত্ৰধাৰ আখ্যাৰে সম্মানিত কৰিছিল। তেতিয়াৰে পৰা আজিলৈ কজলানন্দ সূত্ৰধাৰৰ বংশধৰসকলে সত্ৰৰ বিভিন্ন প্ৰসংগত সত্ৰীয়া গীত-মাত পৰিৱেশনৰ দায়িত্ব পাই আহিছে।

অক্ষয় কুমাৰ দাসৰ জন্ম ১৮৯৯ চনৰ ১৬ মাৰ্চত বৰপেটাৰ আমবাৰী হাটীত। পিতৃ মনহৰি দাস সূত্ৰধাৰ বংশৰ এগৰাকী নিষ্ঠাবান শিল্পী আৰু সত্ৰৰ বিষয়ববীয়া আছিল। মাতৃ বৃন্দাবলী দাস সুন্দৰীদিয়াৰ বিখ্যাত বৰুৱা বংশৰ প্ৰাণকৃষ্ণ বৰুৱাৰ জীয়ৰী আৰু সত্ৰীয়া গীত-মাতত প্ৰসিদ্ধা আছিল। মনহৰি দাসৰ পৰিয়ালৰ এই সত্ৰীয়া এতিহ্য আৰু পৰম্পৰাৰ সুবাদতে অক্ষয় কুমাৰ দাসৰ কণ্ঠত নিচেই বাল্য কালৰে পৰা নাম-ঘোষা, কীৰ্ত্তন ঘোষাৰ পদ, বৰগীত আদি মন্দ্ৰিত হৈ উঠিছিল।

অক্ষয় কুমাৰ দাস এজন মেধাৱী ছাত্ৰ আছিল। তেওঁ ১৯১৭ চনত বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰবেশিকা, ১৯১৯ চনত কটন কলেজৰ পৰা প্ৰথম বিভাগত আই-এ, ১৯২১ চনত ইংৰাজীত অনাৰ্চ সহ বি-এ পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সি কলেজত ইংৰাজীৰ এম-এ আৰু ৰিপন কলেজত আইন পঢ়িবলৈ লয়। দেখাত নিয়মীয়া ছাত্ৰ যেন লাগিলেও অক্ষয় কুমাৰ দাসৰ এই কালছোৱা বৰ শান্তিপূৰ্ণ আছিল বুলি ক'ব নোৱাৰি। ১৯০৫ চনৰ বংগ-ভংগ আন্দোলন, স্বদেশী গ্ৰহণ, বিদেশী বৰ্জন মৰ্লি মিণ্টো সংস্কাৰ, প্ৰথম বিশ্বযুদ্ধ, ৰাওলাট আইন, অম্বিকাগিৰীৰ সেৱা সংঘ,

মণ্টেগু-চেম্‌চ্‌ ফোৰ্ড সংস্কাৰ, আসাম এছোচিয়েচন, অসম সাহিত্য সভা, জালিয়ানৱালাবাগ হত্যাকাণ্ড, খিলাফৎ আন্দোলন, গান্ধীজীৰ নেতৃত্বত অসহযোগ আন্দোলন, ছাত্ৰৰ বিদ্যালয় ত্যাগ, আইনজীৱীসকলৰ ওকালতি বৰ্জন, বিদেশী বস্ত্ৰ দাহ আদি অনেক ঘটনাই অক্ষয় কুমাৰৰ তৰুণ মনক আলোড়িত কৰিছিল। ইয়াৰ পৰিণতি হ'ল তেওঁৰ শ্ৰেণী বৰ্জন আৰু অসমলৈ প্ৰত্যাগমন। আন্দোলন সাম কটাত অনেকেই নিজ নিজ শ্ৰেণীলৈ উভতি গৈছিল। অক্ষয় কুমাৰ দাস কিন্তু উভতি নগ'ল আৰু সংগঠনৰ কামতে লাগি থাকিল। অৱশ্যে তেওঁ ১৯২৫ চনত তেওঁ গুৱাহাটী আৰ্ল ল কলেজৰ পৰা ল পাছ কৰে।

দেশৰ আহ্বানত কলিকতাত শিক্ষা অসমাপ্ত কৰি এৰি অক্ষয় কুমাৰ দাসে অসমলৈ ঘূৰি আহি বৰপেটাত সক্ৰিয়ভাৱে ৰাজনৈতিক আৰু সামাজিক জীৱন আৰম্ভ কৰে। তেওঁৰ সহকৰ্মী আছিল ধনীৰাম তালুকদাৰ, দেৱেন্দ্ৰ নাথ উজীৰ, মহেন্দ্ৰমোহন চৌধুৰী, নন্দমোহন মজুমদাৰ, কামেশ্বৰ দাস প্ৰমুখ্যে কৰ্মীসকল। তেওঁলোকে সমগ্ৰ বৰপেটা মহকুমাতে স্বাধীনতা সংগ্ৰামৰ বাণী প্ৰচাৰত লাগি পৰিল। ১৯২১ চনতে অক্ষয় কুমাৰ দাস নগৰ কংগ্ৰেছ কমিটিৰ সম্পাদক, বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদক আৰু ১৯২৮ চনত সম্পাদক নিৰ্বাচিত হয়। ১৯২৯ চনত তেওঁ অসম কংগ্ৰেছ কমিটিৰ কাৰ্যনিৰ্বাহক সদস্য নিৰ্বাচিত হয়। বৰপেটা জিলা কংগ্ৰেছৰ সম্পাদক হৈ থাকোঁতে তেওঁ বৰপেটাৰ বৰহাটীৰ বিশ্বনাথ দাসৰ ঘৰত এটি লিঠো-যন্ত্ৰ স্থাপন কৰি 'কংগ্ৰেছ' নাম দি পত্ৰিকীয়া কাগজ এখন উলিয়ায় আৰু তাৰ পৰা আন্দোলনৰ প্ৰচাৰ কাৰ্য চলাই থাকে। ১৯৩০ চনত আইন অমান্য আন্দোলনত বৰপেটাৰ কীৰ্ত্তন ঘৰৰ সমুখত জাতীয় পতাকা উত্তোলন কৰি তেওঁ ছমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰে। ১৯৩১ চনৰ ৭ মাৰ্চত গান্ধী আৰউইন চুক্তি অনুসৰি আন আন নেতাসকলৰ সৈতে অক্ষয় কুমাৰ দাসেও মুক্তি পায়।

অক্ষয় কুমাৰ দাসে স্বাধীনতা আন্দোলনতে মন পুতি লাগি থকা হেতুকে সাংসাৰিক কামত ভালদৰে মনোনিৱেশ কৰিব নোৱাৰিলে। তেওঁ আইন পাছ কৰি ওকালতি কৰিবলৈ লৈছিল যদিও গান্ধীজীৰ আহ্বানত ওকালতিও ত্যাগ কৰিলে। ১৯২৭ চনত তেওঁ বৰপেটাৰ ২ নং গলিয়াহাটীৰ চণ্ডীচৰণ কাকতিৰ তৃতীয়া কন্যা গিৰিবালা কাকতিৰ পাণি গ্ৰহণ কৰে। এবাৰ টান নৰিয়া হোৱাত কলিকতা মেডিকেল কলেজত থ'ব লগা হৈছিল। কিন্তু চিকিৎসা দীঘলীয়া হোৱাত পৰিবাৰক মেডিকেল কলেজতে এৰি থৈ আহি স্বাধীনতা আন্দোলনৰ কামত নামি পৰিল। ১৯৪১ চনত তেওঁৰ পত্নীৰ অকাল বিয়োগ ঘটে। এটি পুত্ৰ আৰু দুটি কন্যা সন্তানৰ লালন-পালনৰ

গুৰু দায়িত্বও তেওঁ লব লগা হ'ল। তেওঁ দুনাই সংসাৰ কৰা নাছিল।

১৯৪২ চন। ইতিমধ্যে দ্বিতীয় বিশ্বযুদ্ধই অসমৰ আকাশ ছানি ধৰিছে। আজাদ-হিন্দ্-ফৌজৰ সৰ্বাদিনায়ক সুভাষ বসুৰ নেতৃত্বত জাপানী সৈন্য আহি কোহিমাত প্ৰৱেশ কৰিছে। ব্ৰহ্মদেশৰ পৰা অসমলৈ অগণন ভগনীয়াৰ সোঁত বৈছে। ইপিনে বৃটিছসকলেও মিত্ৰ-শক্তিৰ সহযোগত অসমৰ মাটিত প্ৰতিৰোধ গঢ়ি তুলিছে। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ গাঁৱে-ভূঞে আৰু নগৰে নগৰে বৃটিছৰ সৈন্য ছাউনী। এনে অৱস্থাতে ৮ আগষ্টত বোম্বাইত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠকত ভাৰত-ত্যাগ প্ৰস্তাবটো পুনৰ গৃহীত হৈছিল আৰু ৯ আগষ্টৰ পুৱা গান্ধীজীকে ধৰি কংগ্ৰেছ কমিটিৰ ১৪৮ গৰাকী নেতাক বৃটিছে আটক কৰিছিল। অহিংস আন্দোলনৰ কাৰ্যসূচী প্ৰচাৰ হোৱাত আগতে নেতাসকল জেলত সোমোৱাত চাৰিওফালে হিংসাৰ দাবানল জ্বলি উঠিল। অসমত ৰাস্তাঘাট নষ্ট কৰা, দলং ভঙা, ৰেল বগৰোৱা, বিমানঘাটি জ্বলোৱা আদি অনেক পশ্চাদ্‌ঘাতী কাৰ্য সংঘটিত হৈছিল। ২৬ আগষ্টত ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত বৰনগৰৰ বেঁকীৰ পাৰত বৃটিছৰ নিৰ্মীয়মান বিমান-ঘাটি আৰু সৰভোগ থানা অগ্নি সংযোগ কৰি ধ্বংস কৰা হৈছিল। এই হিংসাত্মক পৰিস্থিতিত অক্ষয় কুমাৰ দাসৰ দৰে গান্ধীজীৰ অহিংস নীতিত একান্ত বিশ্বাসী কংগ্ৰেছী নেতাসকলো অসহায় হৈ পৰিছিল; তেওঁলোকে গাঁৱে-ভূঞে গঠন কৰা শান্তি-সেনা বাহিনীসমূহো নিজৰ নিয়ন্ত্ৰণৰ বাহিৰলৈ গৈছিল। অক্ষয় কুমাৰ দাস, মহেন্দ্ৰমোহন চৌধুৰী প্ৰমুখ্যে নেতাসকলে বিমান-ঘাটি জ্বলোৱা কাৰ্যত জড়িত নাছিল, বৰং তেওঁলোকে এই কাৰ্যত বাধা দিবলৈহে যৎপৰোনাস্তি চেষ্টা চলাইছিল। কিন্তু ২৭ আগষ্টত উক্ত অপৰাধতে বৃটিছ চৰকাৰে তেওঁলোকক গ্ৰেপ্তাৰ কৰিছিল। সেইবাৰ অক্ষয় কুমাৰ দাসৰ ৯ মাহ জেল হৈছিল।

১৯৪৫ চনত অক্ষয় কুমাৰ দাসে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে লোকেল বোৰ্ডৰ সদস্য নিৰ্বাচিত হৈ সভাপতি পদত অধিষ্ঠিত হয়। এই সময়তে তেওঁ স্কুল বোৰ্ডৰো সভাপতি হৈছিল। ১৯৫০ চনলৈ লোকেল বোৰ্ডৰ সভাপতি হৈ থকা কালছোৱাত তেওঁ ৰাস্তা-ঘাট নিৰ্মাণ আৰু প্ৰাথমিক শিক্ষা সম্প্ৰসাৰণত গুৰুত্ব দিছিল। দেশ স্বাধীন হোৱাৰ পাছত বহুতে তেওঁক অসম কংগ্ৰেছৰ সভাপতিৰ পদ দিব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰিছিল। কিন্তু সিদ্ধিনাথ শৰ্মা প্ৰমুখ্যে কেইগৰাকীমান নেতাই যোৰহাটৰ দেৱেশ্বৰ শৰ্মাৰ হকে খাটনি ধৰাত অক্ষয় কুমাৰ দাসে নিজৰ প্ৰাৰ্থীত্ব উঠাই লয়। সেইদৰে ১৯৫৮ চনত মহেন্দ্ৰমোহন চৌধুৰীৰ কাৰণে সভাপতিৰ পদ এৰি দি নিজে উপ-সভাপতিৰ পদটোহে গ্ৰহণ কৰিলে। ১৯৫২ আৰু ১৯৬২ চনৰ নিৰ্বাচনত তেওঁ সৰভোগ সমষ্টিৰ পৰা অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হৈছিল। দুয়োবাৰেই তেওঁ

কোনো মন্ত্রীপদ গ্ৰহণ কৰা নাছিল। অৱশ্যে তেওঁ কেবাখনো উপসমিতি আৰু বোৰ্ডৰ গুৰুত্বপূৰ্ণ পদ অলংকৃত কৰিছিল। মন্ত্রীসভাত নাথাকিলেও তেওঁ অসম বিধান সভাত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। বৰপেটাৰ সামাজিক জীৱনতো তেওঁৰ ভূমিকা অপৰিসীম। কেইবছৰমান আগলৈ বৰপেটা সত্ৰকে ধৰি অসমৰ কোনো কোনো সত্ৰত হিন্দু হ'লেও হৰিজনসকলৰ প্ৰৱেশৰ অধিকাৰ নাছিল। অনেক লোকে চেষ্টা কৰিও সত্ৰৰ এই পৰম্পৰা ভংগ কৰিব পৰা নাছিল। আনকি গান্ধীজীয়েও বিফল হৈ উভতি গৈছিল। অৱশেষত অক্ষয় কুমাৰ দাসে সত্ৰৰ সমূহৰ সভালৈ গৈ নিজৰ যুক্তিৰে হৰিজনসকলৰ প্ৰৱেশৰ অধিকাৰ প্ৰতিপন্ন কৰিব পাৰিছিল।

প্ৰাক্ স্বাধীনতা কালতে অক্ষয় কুমাৰ দাসে সৰভোগৰ উত্তৰে কামাৰগাৱঁত এখন গান্ধী আশ্ৰম প্ৰতিষ্ঠা কৰিছিল। এই আশ্ৰমখন তেতিয়া স্বাধীনতা আন্দোলনৰ এটি গুৰুত্বপূৰ্ণ কেন্দ্ৰ হোৱাৰ উপৰি খাদী-গ্ৰামোদ্যোগৰো ঘাই কেন্দ্ৰ হৈ পৰিছিল। ১৯৪৮ চনত বৰপেটাৰোডৰ উত্তৰে আনন্দ বজাৰত স্থাপিত প্ৰাচীন ভাৰতৰ গুৰুকুল আশ্ৰমৰ আৰ্হিৰ গিৰীশ বিদ্যাপীঠৰ ট্ৰাষ্ট্ বোৰ্ডৰ সভাপতি হৈ তেওঁ প্ৰতিষ্ঠানটোৰ সৈতে ঘনিষ্ঠভাৱে জড়িত হৈ পৰিছিল। তেওঁ বি-এইচ কলেজৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। ইয়াৰ উপৰি বৰপেটাৰোডৰ গোপীনাথ বৰদলৈ হাইস্কুল, হাউলী হাইস্কুল, ছায়াৰাম ছোৱালী শিক্ষা প্ৰতিষ্ঠান, বৰপেটা বিদ্যাপীঠ, তৰুণৰাম ফুকন হল, মধুপুৰ সত্ৰ আদি ভালেমান প্ৰতিষ্ঠানৰ সৈতে তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। ১৯৫৪ চন মানত বৰপেটা চৰকাৰী হাইস্কুলৰ (আমি তেতিয়া তাৰ নিম্ন শ্ৰেণীৰ ছাত্ৰ) আওপুৰণি ঘৰৰ চিলিং খহি পৰাঁতে এজন ছাত্ৰ আহত হৈছিল। এই লৈ ছাত্ৰসকলে শ্ৰেণী বৰ্জন কৰিলে, সমদল উলিয়ালে আৰু কীৰ্ত্তন ঘৰৰ সমুখত প্ৰতিবাদ সভা পাতিলে। অক্ষয় কুমাৰ দাসে আগবাঢ়ি আহি ক'লে - 'তহঁত কাইলৈৰ পৰা শ্ৰেণীত বহ, মই আছোঁ, নতুন ঘৰ নিৰ্মাণ কৰি দিম।' কথা মতে কাম। অচিৰেই বিদ্যালয়ৰ নতুন ভৱন নিৰ্মাণ হৈ উঠিল।

বংশ পৰম্পৰাসূত্ৰে অক্ষয় কুমাৰ দাস সত্ৰীয়া সংগীতত পাৰ্গত হৈ উঠিছিল। তেওঁৰ শাস্ত্ৰীয় সংগীতৰো জ্ঞান আছিল। তেওঁ মিলন মন্দিৰত প্ৰতিষ্ঠা কালৰ পৰাই ঘনিষ্ঠভাৱে জড়িত আছিল। মিলন মন্দিৰত নাটক অভিনীত হ'লে তেওঁ সংগীত পৰিচালনা কৰিছিল, নিজে হাৰমণিয়াম বজাই গীত গাইছিল, সংগীত শিক্ষা দিছিল। এবাৰ বিদ্ৰোহী কবি নজৰুল ইচলামৰ সমুখতো হেনো বৰগীত গাই শুনাইছিল।

১৯৫৬ চনলৈ বৰপেটাৰ পৰা গুৱাহাটীলৈ ৰেলৰ বাহিৰে অন্য কোনো পথ পৰিবহণৰ ব্যৱস্থা নাছিল। অক্ষয় কুমাৰ দাসে সদস্য হৈ বৰপেটাৰ পৰা হাজো হৈ

গুৱাহাটীলৈ গড়কাপ্তানি পথটো নিৰ্মাণ কৰায় আৰু বৰপেটা, নগাওঁ, চেঙা, দৌলাশাল, ৰামপুৰ, মুকালমুৱা, আদাবাৰী আদি অঞ্চলৰ ৰাইজক মটৰ গাড়ীৰে যাতায়ত কৰাৰ সুবিধা কৰি দিয়ে। ১৯৫৫ চনলৈ বৰপেটাত বিজুলীৰ ব্যৱস্থা নাছিল। তেওঁ বৰপেটা কনজুমাৰ্চ সমবায় সমিতিৰ সভাপতি হৈ থাকোঁতে ইয়াৰ অংশীদাৰসকলৰ লাভাংশৰ টকাৰে কলিকতালৈ গৈ এটি জাৰ্মান কোম্পানীৰ লগত যোগাযোগ কৰি আৰু তাৰ পৰা দুগৰাকী অভিযন্তা আনি বৰপেটাত দুটা জেনেৰেটৰ বহুৱাই বিজুলীৰ ব্যৱস্থা কৰিলে। ১৯৫৫ চনৰ ৩১ ডিচেম্বৰত অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে বৰপেটাত বিজুলী বাতিৰ প্ৰথম চুইচ্ অন কৰে। সেই দিনটো বৰপেটাৰ কাৰণে চাঞ্চল্যকৰ আছিল। অক্ষয় কুমাৰ দাসে উদ্বোধনী সভাত উপস্থিত থকা সমবায়ৰ অংশীদাৰসকললৈ আঙুলিয়াই কৈছিল - 'এখেতসকলৰ বৃহৎ দানেৰে আজি বৰপেটাত বিজুলী বাতি জ্বলিল।' অক্ষয় কুমাৰ দাসৰ মহৎ অৱদানৰ কথা পাহৰিব পৰা বিধৰ নহয়। ১৯২৪ চনৰ ১ ফেব্ৰুৱাৰীত বৰপেটাত প্ৰথম টেলিফোন সেৱা প্ৰৱৰ্তন হয়। অক্ষয় কুমাৰ দাসে তেতিয়াৰ কেন্দ্ৰীয় মন্ত্ৰী বিজয় চন্দ্ৰ ভাগৱতীৰ সৈতে যোগাযোগ কৰি বৰপেটালৈ টেলিফোন লাইন আনে। ১৯৬৯ চনত বৰপেটাত বহা অসম সাহিত্য সভাৰ অধিৱেশনৰ সাফল্যৰ গুৰিতেও আছিল অক্ষয় কুমাৰ দাস। তেওঁ এই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি আছিল। অক্ষয় কুমাৰ দাস মানুহজন আছিল বজ্ৰৰ নিচিনা কঠোৰ অথচ কুসুমৰ দৰে কোমল। তেওঁ নিজৰ মতত সদায় অটল-অচল হৈ ৰৈছিল, সেই বুলি আকোৰগোজো নাছিল। তেওঁ সত্য আৰু ন্যায়ত বিশ্বাসী আছিল। দেশ আৰু সমাজৰ স্বাৰ্থত তেওঁ ব্যক্তিগত সুযোগ-সুবিধা, সুখ-স্বাচ্ছন্দ্য অকাতৰে বিসৰ্জন দিছিল। সকলো ধৰণৰ লাহ-বিলাহ পৰিত্যাগ কৰিছিল। এখন কঠিন বিচনাত শুইছিল। প্ৰচণ্ড শীতৰ দিনতো এযোৰ ধুতি-পাঞ্জাবিৰেই চলি গৈছিল। চেণ্ডেল নিপিন্ধিছিল। ব্যক্তিগত আৰু সামাজিক জীৱনত তেওঁ এজন শুদ্ধ সাত্বিক লোক আছিল। তেওঁ ঋষিতুল্য জীৱন যাপন কৰিছিল, অথচ সংসাৰ বিৰাগীও নাছিল। নিচেই বাল্যকালতে মাতৃহাৰা হোৱা তিনিটি সন্তানক যৌথ পৰিয়ালৰ মাজত ৰাখি ডাঙৰ দীঘল কৰিছিল, কন্যা দুজনীক সুপাত্ৰত বিয়া দিছিল। অনেক প্ৰলোভনৰ মাজতো তেওঁ নিজৰ আদৰ্শত একনিষ্ঠ হৈ চলিব পাৰিছিল। অসমৰ ৰাজনীতিত তেওঁ এজন বিচক্ষণ পুৰুষ আছিল। ১৯৮০ চনৰ ৬ জানুৱাৰীত এইজনা বিৰল ব্যক্তিত্বৰ পুৰুষ পৰলোক প্ৰাপ্তি ঘটে বৰপেটাৰ আমবাৰীহাটীৰ নিজৰ বাসভৱনত। ●

# জ্যেষ্ঠ ভাতৃপ্ৰতিম অক্ষয় কুমাৰ দাস

ভোলাৰাম দাস

.১৯২৬ চনৰ জানুৱাৰী মাহত বৰপেটা গৱৰ্ণমেণ্ট স্কুলৰ ৪ ৰ্থ শ্ৰেণীত ভৰ্তি হৈ ছাত্ৰাবাসত থাকিবলৈ লওঁ। তেতিয়া মই সৰু ল'ৰা। আমবাৰী হাটীৰ হৰেকৃষ্ণ দাস মোৰ সহপাঠী বন্ধু। তেওঁ ৰ ককায়েক অক্ষয় কুমাৰ দাস। আমবাৰী হাটীখন আমাৰ স্কুল আৰু ছাত্ৰাবাসৰ ওচৰতে। গৱৰ্ণমেণ্ট হাইস্কুলত ৮ম মানলৈ আৰু তাৰ পাছত বৰপেটা বিদ্যাপীঠত মেট্ৰিক পৰীক্ষালৈ ৭ বছৰ কাল ছাত্ৰ হিচাপে আৰু ১৯৪২ চনৰ পৰা ১৯৫০ চনলৈ ৮ বছৰ কাল উকিল, প্ৰফেচৰ আৰু কংগ্ৰেছৰ সেৱক হিচাপে বৰপেটাত আছিলোঁ। এই ১৫ বছৰ কালত বৰপেটাৰ সকলো শ্ৰেণীৰ মানুহৰ লগত মোৰ ঘনিষ্ঠতা হৈছিল।

ভাগৱতী বৈষ্ণৱ ধৰ্মৰ মুখ্যধাম বৰপেটা সত্ৰৰ সীমাৰ ভিতৰৰে আমবাৰী হাটীত বৰপেটা সত্ৰৰ লব্ধপ্ৰতিষ্ঠ সুত্ৰধাৰ বংশৰ এটি নিষ্ঠাৱান পৰিয়ালত অক্ষয় কুমাৰ দাসৰ জন্ম ১৩০৫ ভাস্কৰাব্দৰ ১ চ'তত। তেওঁৰ পিতৃ মনহৰি দাসৰ জীৱিকা আছিল ব্যৱসায়। কিন্তু তেওঁ আছিল বৰপেটা সত্ৰৰ পৰিচালনা সমিতিৰ এজন প্ৰধান সক্ৰিয় সদস্য আৰু তেওঁ সত্ৰৰ নামঘৰৰ প্ৰসংগত প্ৰতিদিনে যোগ দিয়া আমি দেখিছিলোঁ। হৰেকৃষ্ণ মোৰ সহপাঠী বন্ধু হোৱা হেতুকে তেওঁলোকৰ ঘৰলৈ মোৰ আহ-যাহ আছিল আৰু তেওঁলোকৰ ঘৰৰ আটাইবোৰকে চিনি পাইছিলোঁ।

অক্ষয় কুমাৰ দাস এজন মেধাৱী ছাত্ৰ আছিল। তেওঁ শংকৰী কলা-কৃষ্টিৰ লগতো ঘনিষ্ঠভাৱে জড়িত আছিল। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯১৭ চনত প্ৰৱেশিকা পৰীক্ষা প্ৰথম বিভাগত, ১৯১৯ চনত আই.এ. পৰীক্ষা প্ৰথম বিভাগত আৰু ১৯২১ চনত ইংৰাজীত অনাৰ্চ সহ বি.এ.পাছ কৰিছিল আৰু তাৰ পিছত কলিকতাৰ প্ৰেচিডেন্সি কলেজত ইংৰাজীত এম.এ পঢ়িবলৈ লৈছিল। কিন্তু মহাত্মা গান্ধীৰ নেতৃত্বত ১৯২১ চনত হোৱা কংগ্ৰেছৰ অসহযোগ আন্দোলনত দাসদেৱে পঢ়া ত্যাগ কৰি বৰপেটালৈ ঘূৰি আহি সেই আন্দোলনত সক্ৰিয় অংশ লয়। আন্দোলন শাম কাটি অহাত তেওঁ

পুনৰ এম.এ পঢ়াৰ আশা বাদ দি ল পঢ়ে আৰু ১৯২৫ চনত বি.এল. পৰীক্ষা পাছ কৰি বৰপেটাৰ আদালতত ওকালতি আৰম্ভ কৰে। কিন্তু ওকালতিত বেছি মন নিদি কংগ্ৰেছ দলৰ কামত সক্ৰিয় অংশ লৈ দলৰ সাংগঠনিক কামত ব্ৰতী হয়। ১৯২৭ চনত বৰপেটা জিলা কংগ্ৰেছ কমিটিৰ সহকাৰী সম্পাদক আৰু ১৯২৮ চনত সম্পাদক পদত অধিষ্ঠিত হয়।

১৯৩০ চনত গান্ধীজীৰ নেতৃত্বত আকৌ আইন অমান্য আন্দোলন আৰম্ভ হয়। ১৯২১ চনত আন্দোলনত অংশ গ্ৰহণ কৰা অসমৰ নেতাসকলৰ বেছিভাগেই ১৯৩০ চনৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ আগবাঢ়ি অহা নাছিল। কিন্তু দাসদেৱে বৰপেটাত নেতৃত্ব দিবলৈ আগবাঢ়ি আহি সক্ৰিয় অংশ গ্ৰহণ কৰা বাবে তেওঁৰ ছয়মাহ ফাটেকৰ হুকুম হোৱাত ফাটেকত 'বি' ডিভিজন কয়েদী হিচাপে সোমায়। এই সময়ত মই বৰপেটা গৱৰ্ণমেণ্ট হাইস্কুলৰ অষ্টম শ্ৰেণীৰ ছাত্ৰ। কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰত্যাহ্বান জনাই আমি বেছিভাগ ছাত্ৰই স্কুল ত্যাগ কৰি আন্দোলনত যোগ দিওঁ আৰু মোৰো দুমাহ সশ্ৰম কাৰাদণ্ড হয়। ১৯৩১ চনৰ গান্ধী আৰউইনৰ চুক্তিমতে দাসদেৱেও কাৰাগাৰৰ পৰা খালাছ পায়।

কাৰাগাৰৰ পৰা ওলাই অহাৰ পিছত দাসদেৱে বহু বছৰ বৰপেটা জিলা কংগ্ৰেছৰ প্ৰথমে সম্পাদক হিচাপে আৰু পাছত সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। ওকালতিত মনোযোগ নিদি জীৱনৰ শেষ মুহূৰ্তলৈ কংগ্ৰেছৰ কামতে লাগি আছিল আৰু ১৯৪০ চনৰ পৰা তেওঁ চিৰদিনলৈ ওকালতি ত্যাগ কৰিছিল। ১৯২৯ চনতে অসম কংগ্ৰেছ কমিটিৰ কাৰ্যকৰী সভাৰ সদস্য নিৰ্বাচিত হৈ জীৱনৰ প্ৰায় শেষ পৰ্যন্ত উক্ত পদত থাকি সেৱা আগবঢ়াইছিল। ১৯৫৮ চনত দাসদেৱে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ উপ-সভাপতিও নিৰ্বাচিত হৈছিল।

১৯৩৪ চনত তেওঁ বৰপেটা পৌৰসভাৰ পৌৰপতি নিৰ্বাচিত হৈছিল। ১৯৪৫ চনত তেওঁ কংগ্ৰেছ প্ৰাৰ্থী হিচাপে হাউলী সমষ্টিৰপৰা বৰপেটা লোকেল বোৰ্ডৰ সদস্য নিৰ্বাচিত হয় আৰু উক্ত পদত ১৯৫০ চনলৈ কাৰ্য নিৰ্বাহ কৰিছিল। উক্ত সময়ছোৱাৰ শেষভাগত তেওঁ প্ৰথম বাৰৰ বাবে স্কুলবোৰ্ডৰ চেয়াৰমেন হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৪০ চনৰ পৰা ১৯৪২ চনৰ ভিতৰত তেওঁ সত্যাগ্ৰহ আৰু ভাৰত ত্যাগ কৰা আন্দোলনত যোগ দি তিনিবাৰ কাৰাগাৰলৈ যায় আৰু ৩য় বাৰত তেওঁ দুই বছৰ কাৰাদণ্ড ভোগ কৰিছিল। ১৯৫২ আৰু ১৯৬২ চনৰ বিধান সভাৰ নিৰ্বাচনত তেওঁ বৰপেটা জিলাৰ সৰভোগ সমষ্টিৰ পৰা বিধায়ক নিৰ্বাচিত হৈছিল কংগ্ৰেছ দলৰ পৰা। উক্ত সময়ছোৱাতে তেওঁ প্ৰাথমিক শিক্ষা বোৰ্ডৰ সভাপতি পদো অলংকৃত কৰিছিল। ১৯৬৪ চনত তেওঁ বৰপেটা মহকুমা পৰিষদৰো সভাপতি নিৰ্বাচিত হৈছিল। বিধান

সভা সম্পৰ্কত তেওঁ পঞ্চায়ত তদন্ত কমিটিৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ মৰাপাট কমিটিৰ সভ্য আছিল আৰু বিধান সভাৰ Sub-Ordinate Legislature Committee ৰো সভাপতি আছিল। ১৯৪৮ চনৰ পৰাই তেওঁ আনন্দ বজাৰৰ গিৰীশ বিদ্যাপীঠৰ ট্ৰাষ্ট বোৰ্ডৰো সভাপতি আছিল। এইদৰে তেওঁ মৃত্যু পৰ্যন্ত বিভিন্ন সময়ত কংগ্ৰেছ দল আৰু নানা ধৰণৰ সামাজিক সেৱাত আত্মনিয়োগ কৰিছিল।

অক্ষয় কুমাৰ দাসৰ মুখৰ পৰাই শুনামতে তেওঁ বহু যত্ন কৰি বিভিন্ন দিশৰ পৰা বহু মূল্যবান তথ্য সংগ্ৰহ কৰি শ্ৰীমন্ত শংকৰদেৱৰ চৰিত-পুথি এখন সম্পাদনা কৰি উলিয়াইছিল আৰু ছপোৱাৰ বাবে চিন্তা কৰিছিল। কিন্তু মৃত্যুৰ ভালেমান দিন আগৰ পৰা অসুস্থ হৈ থাকিব লগীয়া হোৱাত সেই কাম সম্ভৱপৰ হৈ নুঠিল।

মোৰ যিমান দূৰ মনত পৰে মই বৰপেটা গৱৰ্ণমেণ্ট স্কুলৰ ৪ৰ্থ কি ৫ম শ্ৰেণীত পঢ়ি থাকোঁতে দাসদেৱক এদিন দৰা সাজি মূৰত পাগুৰি মাৰি বিয়া কৰিবলৈ যোৱা দেখিছিলোঁ। বৰপেটা কাকতি হাটীৰ বিশিষ্ট ব্যৱসায়ী চণ্ডীচৰণ কাকতিদেৱৰ ৩য়া কন্যা গিৰিবালা কাকতিক তেওঁ বিবাহ কৰিছিল। তেওঁৰ পত্নী ১৩৪৬ ভাস্কৰাব্দৰ ১৭ কাতিত দুজনী ছোৱালী আৰু এজন ল'ৰা সন্তান এৰি মৃত্যু মুখত পৰে। অক্ষয় কুমাৰ দাসে ২য় বাৰ বিবাহ পাশত সোমাবলৈ ইচ্ছা নকৰিলে।

১৯২৬ চনৰ পৰাই মই দাসদেৱক লগ পাইছিলোঁ আৰু ১৯৩০ চনৰ পৰা তেওঁৰ সান্নিধ্যলৈ আহিছিলোঁ। ১৯৪৫ চনৰ বৰপেটাৰ লোকেল বোৰ্ডৰ ইলেকচনত ময়ো চেঙা সমষ্টিপৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে উঠি বৰপেটা লোকেল বোৰ্ডৰ একেৰাহে ১৬ বছৰ কাল চেয়াৰমেন হৈ থকা পৰম প্ৰতাপী, সাহসী, বৰপেটা তথা অসমৰ এজন বিশিষ্ট নেতা ধনীৰাম তালুকদাৰক পৰাজিত কৰি সদস্য নিৰ্বাচিত হৈছিলোঁ। কংগ্ৰেছ দলৰ পৰা দাসদেৱ চেয়াৰমেন নিৰ্বাচিত হয় আৰু মই দলৰ সম্পাদক নিৰ্বাচিত হওঁ। তেতিয়াৰ পৰা মই দাসদেৱৰ সান্নিধ্যলৈ বাৰুকৈয়ে আহিছিলোঁ। তাৰ আগতেও মই তেওঁৰ ঘৰৰ লগতে লাগি থকা ভাড়াঘৰ এটাত প্ৰায় দুবছৰ আছিলোঁ আৰু তেওঁৰ লগত মোৰ সদায় দেখা সাক্ষাৎ হৈছিল। কামেশ্বৰ দাস আৰু মহেন্দ্ৰমোহন চৌধুৰীয়েও উক্ত ইলেকচনত ক্ৰমে বৰপেটা আৰু বজালী সমষ্টিৰ পৰা নিৰ্বাচিত হৈছিল। ১৯৪৫ চনৰ পৰা দাসদেৱ ৫/৬ বছৰমান একেৰাহে বৰপেটা জিলা কংগ্ৰেছৰ সভাপতি আছিল আৰু মই ১৯৪৫ চনৰ পৰা ১৯৪৮ চনলৈ দাসদেৱৰ লগত সম্পাদক নিৰ্বাচিত হৈ তেখেতৰ সান্নিধ্যত থাকি কাম কৰিবলৈ সুযোগ-সুবিধা পাই মানুহজনক সকলো দিশৰ পৰা চিনি পাবলৈ সক্ষম হৈছিলোঁ।

দাসদেৱক মই দেখাৰ পৰাই তেওঁৰ মৃত্যু পৰ্যন্ত এজন নিষ্ঠাবান, নিস্বাৰ্থী, সৎ

আৰু নিৰ্ভীক কৰ্মী আৰু নেতা হিচাপে কাম কৰি যোৱা দেখিছিলোঁ। তেওঁ ডেকাকালত বৰ সংগীত প্ৰিয় আছিল। বৰগীত চৰ্চাৰ মুখ্যস্থান বৰপেটাত তেওঁ এজন লেখত ল'বলগীয়া বৰগীত গায়কো আছিল। এবাৰ তেওঁ কলিকতালৈ বৰগীত recording কৰিবলৈ গৈছিল — ষ্টুডিওত আখৰাও হৈছিল। কিন্তু সেইবাৰত কিবা কাৰণত recording নহ'ল। কিছুদিন পাছত তেওঁক recording কৰিবলৈ মাতিছিল যদিও কংগ্ৰেছৰ সাংগঠনিক কামত ব্যস্ত থাকিব লগা হোৱাত তেওঁ সংগীতত মনোযোগ দিবলৈ সময় নোহোৱাত পুনৰ কলিকতালৈ recording কৰিবলৈ নগ'ল। পৰৱৰ্তী কালত কংগ্ৰেছৰ কামত বাৰিষা নাৱেৰে অহা-যোৱা কৰোঁতে জোনাক ৰাতি নাওৰ ছৈৰ ওপৰত বহি আমাৰ অনুৰোধত সুৱলা মাতেৰে সুৱলা সুৰত আমাক বৰগীত গাই শুনাইছিল।

ইলেকচনত উঠিলে তেওঁ নিজৰ সমৰ্থিত নিজৰ কাৰণে ভোট খুজি নুফুৰিছিল। অইনেহে তেওঁৰ হৈ কাম কৰিছিল। এবাৰ তেওঁ বৰপেটাত তেওঁৰ আত্মীয় পদ্মনাথ বৰুৱাৰ লগত লোকেল বোৰ্ডৰ নিৰ্বাচনত তেওঁৰ ভাই-ভাগি-কুটুম্ব মানুহক গাৰ ওচৰেৰে গ'লেও ভোটৰ কথা নোকোৱা বাবে পৰাজয় বৰণ কৰিব লগীয়া হৈছিল। তেওঁৰ মতে ৰাইজে ভোট দিবলৈ ইচ্ছা নকৰিলে তেওঁৰ আপত্তি কৰিবলগীয়া একো নাই।

"Simple living high thinking" আছিল তেওঁৰ জীৱনৰ লক্ষ্য। সদায় খদ্দৰৰ ধুতি আৰু পাঞ্জাবি আছিল তেওঁৰ বাহিৰলৈ ওলোৱা সাজপাৰ। তেওঁক বজাৰৰ গেঞ্জী পিন্ধা মই কেতিয়াও দেখা নাই। শীতৰ দিনত এটি হাফ্‌চুৱেটাৰ পিন্ধিছিল মাত্ৰ। তেওঁ জোতা-চেণ্ডেলো ব্যৱহাৰ নকৰিছিল। গুৱাহাটী - শ্বিলং আদি অইন ঠাইলৈ গ'লেহে চেণ্ডেল এযোৰ পিন্ধিছিল। গামোছা পিন্ধি নিজেই কুৱাৰ পৰা পানী তুলি গা ধোৱা দেখিছিলোঁ। তেওঁৰ বিচনাখনো আছিল অতি সাধাৰণ ধৰণৰ। থকা-মেলা, খোৱা-লোৱা, ফুৰা-চকাত তেওঁ এজন সাধাৰণ মানুহৰ নিচিনাকৈ চলিছিল। কিন্তু চিন্তাধাৰাত তেওঁ আছিল এজন অতি সাহসী আৰু নিজৰ মত সাব্যস্ত কৰিব পৰা এজন সিংহ পুৰুষ।

দাসদেৱ জিলা কংগ্ৰেছৰ সভাপতি আৰু মই সম্পাদক থাকোঁতে ১৯৪৬ চনত মুছলিম লীগৰ 'ডাইৰেক্ট একচন'ৰ সময়ত অসমত বিশেষকৈ বৰপেটা অঞ্চলত এক ভয়াবহ অবস্থাৰ সৃষ্টি হৈছিল। ১৯৪৭ চনত স্বাধীনতা লাভ আৰু ১৯৪৮ চনত প্ৰাৰ্থনা সভাত নাথুৰামৰ দ্বাৰা মহাত্মা গান্ধীৰ হত্যা দুটা ডাঙৰ ঘটনা। এই সময় বিলাকত দাস দেৱৰ নেতৃত্বত আমি সকলো ধৰণৰ কাম ভালদৰে সমাধা কৰিবলৈ সক্ষম হৈছিলোঁ। সকলো ক্ষেত্ৰতে নেতৃত্ব দিব পৰা গুণ তেওঁৰ আছিল। বৰপেটাৰ ৰাইজে তেওঁৰ শতবাৰ্ষিকী উদ্‌যাপন কৰাটো উত্তম কাম হৈছে। ●

# ভাৰতীয় সমাজ সভ্যতাৰ পুনৰ্নিৰ্মাণ

হীৰেন গোহাঁই

শ্ৰদ্ধেয় সভাপতি মহোদয়, শ্ৰদ্ধাভাজন বিশিষ্ট অতিথিবৃন্দ,
আৰু উপস্থিত শ্ৰোতামণ্ডলী,

অক্ষয় কুমাৰ দাস ভাৰতৰ স্বাধীনতা আন্দোলনৰ এগৰাকী স্বনামধন্য, আদৰ্শবান, ত্যাগী নেতা। তেখেতৰ স্মৃতিত আয়োজিত সভাত আনুষ্ঠানিক বক্তৃতা দিবলৈ নিমন্ত্ৰিত হৈ মই শংকিত হৈছোঁ। তেখেতৰ সম্মান মই ৰক্ষা কৰিব পাৰিম নে নাই, তেনে এক দুৰ্ভাৱনা মনলৈ আহিছে। মই কেৱল আশা কৰিম যে এই অভাজনৰ দোষ মৰিষণ কৰি ধৈৰ্য ধৰি ভাষণটো আপোনাসবে শুনিব।

দাসদেৱৰ ব্যক্তিত্বৰ কেইটামান দিশ আজিৰ অধঃপতিত পৰিবেশত বিশেষভাৱে উল্লেখযোগ্য। তাৰে এটা হৈছে এয়ে যে চৰম মূল্যৰ বিনিময়ত আৰু অবিমিশ্ৰ ত্যাগস্বীকাৰেৰে তেখেতে আদৰ্শ তথা নীতিৰ মৰ্যাদা ৰক্ষা কৰিছিল। বহুবালিয়ে যেতিয়া আদৰ্শনিষ্ঠাকে এক অবান্তৰ আচৰণত পৰিণত কৰাৰ উপক্ৰম কৰিছে, তেতিয়া তেখেতৰ উদাহৰণে আমাক নীতিগত বিভ্ৰান্তিৰ পৰা উদ্ধাৰ কৰিব পাৰে। দ্বিতীয়তে তেখেতৰ চৰিত্ৰৰ ঋজুতা আৰু দৃঢ়তা সত্ত্বেও তেখেতৰ নীতি কোনো শুকান, নীতিবাগীশ আনুষ্ঠানিকতা নাছিল, দেশৰ জনগণৰ সেৱাত নিৰন্তৰ সেই নীতি নিয়োজিত হৈছিল। আজিৰ ভ্ৰষ্টাচাৰৰ পৰিবেশত এচাম লোকে চৰিত্ৰ, নীতি আদি শব্দৰ ফট্‌কা ফুটাই থাকে জনপ্ৰিয়তাৰ আশাত। কিন্তু সংকটৰ সময়ত সেইবোৰ আত্মকেন্দ্ৰিক অভিনয় বুলি প্ৰমাণিত হয়। সেয়ে আমি নিজকে পুনৰ সোঁৱৰাই দিয়া উচিত হ'ব যে আদৰ্শ বা নীতিৰ সাৰ্থকতা নিজৰ পবিত্ৰতা প্ৰমাণ কৰাত নাথাকে, অক্ষয় কুমাৰ দাসৰ দৰে সমাজ তথা জনগণৰ মংগল সাধনৰ যোগেদিহে তাৰ পৰীক্ষা হয়।

মোৰ সামান্য বুদ্ধিৰে যি বুজিছোঁ অক্ষয় কুমাৰ দাসদেৱৰ জীৱনৰ প্ৰধান প্ৰেৰণা আছিল স্বাধীনতা। তেখেতে স্বাধীন চিন্তা আৰু জাগ্ৰত বিবেক বুদ্ধিৰে সকলো ক্ষেত্ৰত সিদ্ধান্ত লৈছিল, আৰু সেই সিদ্ধান্ত আন্তৰিকতাৰে কাৰ্যকৰী কৰিছিল। প্ৰকৃত স্বাধীনতা স্বেচ্ছাচাৰিতা নহয়, তাৰ প্ৰকৃত ভিত্তি হৈছে আত্মশাসন, আত্মসংযম। আনহাতে এই স্বাধীনতা অৰ্থহীন যদি আন দহজনেও স্বাধীনতা অৰ্জনৰ ক্ষমতা লাভ নকৰে। কাৰণ মানৱীয় স্বাধীনতা সদায় সামাজিক স্বাধীনতা। সেয়ে অসমৰ জনগণৰ খাদ্য, বস্ত্ৰ, আশ্ৰয়, স্বাস্থ্যৰক্ষা আৰু শিক্ষাৰ সমস্যাৰ সমাধানো প্ৰকৃত স্বাধীনতাৰ চৰ্ত এই মানৱীয় স্বাধীনতাৰ যথাৰ্থ বিকাশৰ বাবেই তেখেতে কঠোৰ কৃচ্ছ্ৰসাধন আৰু অপৰিসীম ত্যাগেৰে নিজকে উৎসৰ্গ কৰিছিল। মহাপুৰুষ শংকৰদেৱে তাহানি কৈ যোৱা 'সবাকো মানিবা তুমি বিষ্ণুবুদ্ধি কৰি' কথাষাৰ তেওঁ জীৱন আৰু অনুশীলনেৰে প্ৰতীয়মান কৰিছিল। স্বাধীনতা সংগ্ৰামৰ প্ৰকৃত অৰ্থ তেওঁৰ বাবে আছিল এয়ে।

মোৰ ধাৰণা গান্ধীজীৰ বিচাৰো এনেকুৱাই আছিল। আজিৰ ভাষণৰ মৰ্মবস্তুও গান্ধীজীৰ।

**ভাৰতীয় সমাজ-সভ্যতাৰ পুনৰ্নিৰ্মাণ ঃ**

সাম্প্ৰতিক কালৰ সমাজ সংস্কাৰকসকলে ধন বা পুঁজিৰ বিপুল সঞ্চয় আৰু তাৰ ফলত হোৱা সমাজৰ বিভিন্ন চামৰ আয় বা উপাৰ্জনৰ বিৰাট বৈষম্যৰ কথা দোহাৰে। কিন্তু সমাজত গঢ়ি উঠা জ্ঞানৰ তথা বিদ্যাৰ গুৰুত্বৰ বৈষম্যৰ কথা নকয়। কোনো কোনো ব্যক্তি বা গোষ্ঠী জ্ঞানৰ বিশাল পৰিধিৰ অধিকাৰী, কোনো কোনোচাম মানুহ আকৌ জ্ঞানৰ পিনৰ পৰা সম্পূৰ্ণ নিঃস্ব বা নিছলা। এইটো আমি এক প্ৰাকৃতিক ঘটনা বুলি ভুল কৰোঁ। কিন্তু তাৰ পিছতো বৈষম্যমূলক সমাজ ব্যৱস্থাৰ তথা শাসক শ্ৰেণীৰ প্ৰভাৱ থাকে।

প্ৰচীন ভাৰতত জ্ঞান ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্যৰ মাজতে আবদ্ধ ৰাখিছিল সমাজৰ হৰ্তা-কৰ্তাসকলে। উচ্চতম পৰ্যায়ৰ জ্ঞান আছিল ব্ৰাহ্মণৰ একচেটিয়া সম্পত্তি, আনহাতে বহুসময়ত শূদ্ৰই জনা কথাবোৰ, বিশেষকৈ বিভিন্ন হস্তশিল্প বা কাৰুশিল্পৰ জ্ঞানখিনি, জ্ঞান বা বিদ্যাৰ বিষয় বুলি ভবাই হোৱা নাছিল তেতিয়া। মধ্যযুগত ভক্তি আন্দোলনৰ নায়কসকলে সমাজৰ বঞ্চিত চামৰ বাবে - মহাপুৰুষ শংকৰদেৱৰ ভাষাত 'স্ত্ৰী-শূদ্ৰৰ' বাবে - শাস্ত্ৰৰ নিহিত জ্ঞান প্ৰচলিত ভাষাত লিখিবলৈ লৈছিল। এমুঠি মানুহৰ মাজত জ্ঞান আবদ্ধ হৈ থাকিলে সি সমাজৰ বাবে ক্ষতিকৰ হ'ব বুলি ভাবিছিল তেওঁলোকে।

গণতন্ত্ৰৰ যুগ আৰম্ভ হ'বৰ সময়ত স্কুলীয়া শিক্ষাৰো বিপুল সম্প্ৰসাৰণ ঘটিছিল আৰু তাৰ উপৰি ছপাশাল তথা মুদ্ৰণৰ প্ৰচলনে কিতাপ-পত্ৰ আগতকৈ বহু সস্তাতে

সাধাৰণ মানুহৰ হাতত পৌছাই দিছিল। সেই ধাৰাটো আজিও বৰ্তি আছে, কিন্তু তাৰ বিপৰীতে জ্ঞান বা বিদ্যাৰ দুৱাৰ কেৱল স্বচ্ছল আৰু মেধাবীসকলৰ বাবেই মুকলি ৰখাৰ এটা প্ৰৱণতাও আৰম্ভ হৈ গৈছে। এতিয়া কিছুমান মানুহে ভাবে যে উচ্চশিক্ষা এটা গণ অধিকাৰ বুলি ধৰিব নোৱাৰি, বৰং তাক এটা বিশেষাধিকাৰ বুলিহে ধৰা উচিত হ'ব বুলি তেওঁলোকে ক'ব খোজে।

সভ্যতাৰ বিকাশৰ স্বাৰ্থতে সমাজৰ অধিক সংখ্যক লোকক অৰ্ধসভ্য বা অ-সভ্য (বা অজ্ঞ) কৰি ৰখাৰ প্ৰয়োজন - এনে এক ধাৰণা মহাত্মা গান্ধীৰ নাছিল। গান্ধীজীৰ সকলোবোৰ মূল ধ্যান-ধাৰণাৰ ভিতৰত তেখেতৰ এই বিশ্বাস বা ধাৰণাটোৱেই আছিল আটাইতকৈ বৈপ্লৱিক ধাৰণা। আপামৰ জনগণক সজাগ কৰিবলৈ তেখেতে যিবোৰ পদ্ধতি বা পন্থা উদ্ভাৱন কৰিছিল, সেইবোৰ কিমান বাস্তৱসম্মত বা ফলপ্ৰসূ আছিল, সেইটো এটা বেলেগ প্ৰশ্ন। কিন্তু এই ধাৰণা বা বিশ্বাসটোৰ গুৰুত্ব সম্পৰ্কে বিতৰ্ক উঠিব নোৱাৰে। ছোভিয়েট ইউনিয়নৰ দৰে সমাজতন্ত্ৰ গঢ়াৰ পৰীক্ষাবোৰতো তেখেতে তোলা এই প্ৰশ্নটো সসম্মানে স্থগিত ৰখা হৈছিল। সেই সিদ্ধান্তৰ ফল সমাজতন্ত্ৰৰ বাবে শুভ হোৱা নাই।

মহাত্মা গান্ধীৰ নেতৃত্বৰ কালতে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ কাণ্ডাৰীস্বৰূপ সংগঠন ভাৰতীয় জাতীয় কংগ্ৰেছৰ (Indian National Congress) কাৰ্যসূচীৰ ভিতৰত গঠনমূলক কাৰ্যক্ৰম (Constructive Programme) আছিল এক উল্লেখযোগ্য অংগ। খাদী আৰু অন্যান্য কুটিৰ শিল্পৰ পুনৰুজ্জীৱন, গাঁৱৰ বাবে সুলভ স্বাস্থ্যবিধিৰ প্ৰৱৰ্তন, অস্পৃশ্যতা দূৰীকৰণ, বুনিয়াদী শিক্ষা প্ৰভৃতি আছিল তেনে কাৰ্যক্ৰমৰ বিভিন্ন দিশ। ঠায়ে ঠায়ে, বিশেষকৈ অনুন্নত অঞ্চলত, তেনে ধৰণৰ কাম-কাজ চলাবৰ বাবে আত্মোৎসৰ্গকাৰী স্বেচ্ছাসেৱকে সেৱাশ্ৰম স্থাপন কৰিছিল। অসমৰে জনজাতীয় অঞ্চলত অসমৰ বাহিৰৰ পৰা অহা গান্ধীবাদী সমাজসেৱকে তেনে সেৱাশ্ৰম স্থাপন কৰি সেইবোৰ অঞ্চলৰ উন্নয়ন আৰু বিকাশত বিশেষ বৰঙণি যোগাইছিল। অক্ষয় কুমাৰ দাসদেৱেও বৰনগৰ অঞ্চলত তেনে এখন সেৱাশ্ৰম স্থাপনত আগভাগ লৈছিল। এই সেৱাশ্ৰম স্থাপনত তেখেতৰ উদ্যোগ যেনে তাৎপৰ্যপূৰ্ণ, তেনেকৈ পাছলৈ সেই সেৱাশ্ৰম বিলুপ্তিৰ গৰ্ভত সোমাই পৰাও তেনে এক তাৎপৰ্যপূৰ্ণ ঘটনা।

গান্ধীজীৰ সহযোগী আৰু অনুগামীসকলৰ মনত এই 'গঠনমূলক কাৰ্যক্ৰম'বোৰৰ বিষয়ে দুই ধৰণৰ মনোভাৱ দেখা গৈছিল। জৱাহৰলাল, পেটেল, ৰাজেন্দ্ৰপ্ৰসাদৰ দৰে নেতাই এইবোৰ কাৰ্যক সমৰ্থন বা সন্মান জনালেও তাৰ লগত গভীৰ একাত্মতা অনুভৱ কৰা নাছিল। তেওঁলোকে দেশৰ জনগণক উদ্বুদ্ধ কৰিবলৈ

এনেবোৰ কাৰ্যক্ৰমৰ উপযোগিতা স্বীকাৰ কৰিছিল। কোনো বিপুল গণ আন্দোলন শেষ হৈ যোৱাৰ পিছত কংগ্ৰেছ কৰ্মীসকলৰ আস্থা অটুট ৰাখিবলৈ, তেওঁলোকক নিৰ্জীৱ নিৰাশাৰ পৰা উদ্ধাৰ কৰিবলৈ তেওঁলোকে এনে কাৰ্যক্ৰমত সমৰ্থন জনাইছিল, নিজেও তাত প্ৰতীকী অংশগ্ৰহণ কৰিছিল। কিন্তু তেওঁলোকৰ মনঃপূত কাৰ্যপন্থা তথা লক্ষ্য আছিল ৰাজনৈতিক। ৰাজনৈতিক কৌশল হিচাপেহে তেওঁলোকে এইবোৰ কাৰ্যক্ৰমৰ বিচাৰ কৰিছিল। আনহাতে থক্কৰ বাপা, কাকাচাহেব কালে'লকাৰ, বিনোৱা ভাবে, জে.চি. কুমাৰাপ্পা আদি গান্ধীজীৰ আন এচাম সহযোগী তথা অনুগামীৰ বাবে এই কাৰ্যক্ৰমবোৰৰ গুৰুত্ব আছিল সৰ্বাধিক। তেওঁলোকে ৰাজনৈতিক বিক্ষোভ, হৰতাল, সভা-সমিতি, প্ৰস্তাৱ-বিবৃতি, আলোচনা-বিলোচনা আদিৰ প্ৰতি সিমান মনোযোগ দিয়া নাছিল।

গান্ধীজীয়েই এই দুটা ভাবধাৰাৰ মাজত যোগসূত্ৰ আছিল সৌশৰীৰে। তেওঁৰ বাবে দুয়োটাৰ মাজত বিৰোধ নাছিল। পৰম্পৰেই পৰম্পৰৰ পৰিপূৰক আছিল। এহাতে দেশখনক, আনহাতে জনগণক, বিদেশী ৰাষ্ট্ৰশক্তি আৰু ঔপনিৱেশিক অৰ্থনীতিৰ গৰাহৰ পৰা উদ্ধাৰ কৰিব লাগিব। আনহাতে দেশৰ জনগণৰ উপযোগীকৈ, তেওঁলোকৰ আশু আৰু দীৰ্ঘম্যাদী মংগল আৰু প্ৰগতিৰ বাবে, অৰ্থনীতি, শিক্ষা, জীৱনযাত্ৰাৰ নতুন আৰ্হিও গঢ়ি তুলিব লাগিব। তাকে কৰিবলৈ যাওঁতে দেশীয় পৰম্পৰাৰ সৎ, ইতিবাচক উপাদানবোৰ বৰ্জন কৰা নচলিব, অথচ তাৰ মাজতে আবদ্ধ হৈ থকাৰো প্ৰয়োজন নহ'ব। এই দুই ভাবধাৰা আৰু কাৰ্যসূচীৰ যুগ্মৰূপেই হ'ল স্বৰাজ। সেয়ে Young India ত তেখেতে লিখিছিল ঃ

"Swaraj for me means freedom for the meanest of our Countrymen....... I am not interested in freeing India merely from the English yoke, I am bent upon freeing India from any yoke whatsoever." (Young India, 12.6.1924) (মোৰ বাবে স্বৰাজৰ অৰ্থ হৈছে মোৰ দেশবাসীবৃন্দৰ আটাইতকৈ নগণ্য মানুহসকলৰ স্বাধীনতা......... মই কেৱল ভাৰতক বৃটিছ ঔপনিৱেশিক শোষণৰ পৰা মুক্ত কৰাৰ কথাই ভবা নাই, মই ভাৰতক সকলো ধৰণৰ বোজাৰ পৰাই মুক্ত কৰিব খোজোঁ।)

আকৌ "Real Swaraj will come, not by the acquisition of authority by a few, but by the acquisition of the capacity by all to resist authority when it is abused. In other words, Swaraj is to be attained by educating the masses to a sense of their capacity to regulate and control authority" (Young India, 29.1.25).

(এমুঠি মানুহে ক্ষমতা আয়ত্ত কৰাৰ যোগেদি প্ৰকৃত স্বৰাজ নাহে, প্ৰকৃত স্বৰাজ আহিব ক্ষমতাৰ অপব্যৱহাৰ হ'লে তাৰ প্ৰতিৰোধ কৰা সামৰ্থ সকলোৰে আয়ত্ত কৰাৰ যেগেদি। অৰ্থাৎ স্বৰাজ হৈছে ক্ষমতা বা কৰ্ত্তৃত্বক নিয়ন্ত্ৰণ আৰু শাসন কৰিবলৈ জনগণৰ সামৰ্থ্য সম্পৰ্কে তেওঁলোকক সজাগ আৰু শিক্ষিত কৰাৰ যোগেদি।)

কিন্তু জনগণক তেনে ক্ষমতা বা সামৰ্থ্যৰ অধিকাৰী কৰিব পৰা যাব কেনেকৈ? নিঃসন্দেহে নেতাসকলে গাঁৱে গাঁৱে গৈ বক্তৃতা দি তেনে এক ৰূপান্তৰ ঘটাব নোৱাৰে। জনসাধাৰণৰ জীৱিকা অৰ্জন, অৰ্থনীতি, ৰাজনৈতিক অধিকাৰ আৰু ক্ষমতা, শিক্ষা সকলো দিশতে সৰ্বাত্মক বিকাশ বা উন্নয়নৰ যোগেদিহে জনগণক তেনেদৰে সজাগ, শিক্ষিত আৰু সক্ৰিয় কৰি তুলিব পৰা যাব। সেইবাবেই গান্ধীজীয়ে 'সমগ্ৰ গ্ৰামসেৱা'ৰ ধাৰণা এটা প্ৰৱৰ্তন আৰু প্ৰচাৰ কৰিছিল।

গান্ধীজীয়ে কৈছিল ঃ

"I have believed and repeated times without number that India is to be found not in its few cities but in its 1,00,000 villages. We town-dwellers have believed that India is to be found in its towns, and villages were created to minister to our needs. We have hardly ever posed to inquire if those poor folk get sufficient to eat and clothe themselves with and whether they have a roof to shelter themselves from sun and rain."

(মই বিশ্বাস কৰোঁ আৰু বাৰে বাৰে দোহাৰিছোঁ যে ভাৰতক তাৰ কেইখনমান চহৰত নহয়, তাৰ সাতলাখ গাঁৱতহে পোৱা যায়। আমি চহৰবাসীসকলে ভাবোঁ যে ভাৰত তাৰ চহৰবোৰতহে আছে, আৰু গাঁওবোৰৰ সৃষ্টি হৈছে চহৰৰ নানা প্ৰয়োজন পূৰণ কৰিবলৈ। আমি কেতিয়াও এনে প্ৰশ্ন তুলিবলৈ আহৰি নলওঁ যে গাঁও-ভূঁইৰ ৰাইজে কেনেকৈ দুবেলা দুসাজি খাইছে, কেনেকৈ বা পিন্ধা-উৰা কৰিছে আৰু মূৰৰ ওপৰত ৰ'দ বৰষুণৰ প্ৰকোপৰ পৰা ৰক্ষা পৰিবলৈ ছালি এডুখৰিনো পাইছেনে নাই।'

গ্ৰাম্যজীৱনৰ পুনৰুজ্জীৱন গান্ধীজীৰ বাবে ভাৰতৰ মুক্তি আৰু প্ৰগতিৰ প্ৰধান চৰ্ত। তেওঁ কৈছে ঃ

"The cities are capable to taking care themselves. It is the villages we have to turn to. We have to disabuse them of their narrow outlook, and we can do so in no other manner than that of staying amongst them and sharing their joys and

sorrows and spreading education and intelligent information among them" (Harijan, 26.10.34).

(চহৰবোৰে নিজে নিজৰ যত্ন ল'ব পাৰে। আমি গাঁৱৰ পিনে চকু দিব লাগিব। আমি গাঁওবিলাকক অন্ধবিশ্বাস, সংস্কাৰ, ঠেক মনোবৃত্তিৰ পৰা মুক্ত কৰিব লাগিব আৰু আমি কেৱল তেওঁলোকৰ মাজত থাকি, তেওঁলোকৰ সুখ-দুখৰ অংশীদাৰ হৈ, আৰু তেওঁলোকৰ মাজত শিক্ষা আৰু উন্নত জ্ঞান প্ৰচাৰ কৰিহে সেই কাম কৰিব পাৰিম।)

স্বাধীনতাৰ আগমুহূৰ্তত একে সুৰতে গান্ধীজীয়ে আকৌ কৈছেঃ

"India is made of villages, but our intelligentsia has neglected them....... Village life must not become a copy or appendage of city life. The cities have to adapt the pattern of village life and subsist for the villages" (Harijan, 3.11.46).

(ভাৰত গঠিত হৈছে গাঁওবোৰেৰে, আৰু বুদ্ধিজীৱীসকলে গাঁওবোৰ অবহেলা কৰিছে....... গাঁৱৰ জীৱন চহৰৰ জীৱনৰ অনুকৰণ বা নেগুৰ হ'ব নালাগিব। চহৰবোৰেহে গাঁৱৰ জীৱনৰ আৰ্হি গ্ৰহণ কৰিব লাগিব আৰু গাওঁবোৰৰ বাবে জীয়াই থাকিব লাগিব।)

কোৱা বাহুল্য যে গাঁৱত বাস কৰা এই সংখ্যাগৰিষ্ঠ জনগণক কেৱল কৰুণা আৰু দয়া কৰাৰ প্ৰশ্ন উঠা নাই। বৰং তেওঁলোকক স্বাধীন ভাৰতৰ প্ৰতিনিধি হিচাপে থিয় কৰোৱাৰ লক্ষ্যহে প্ৰাসংগিক। আনহাতে এই সেৱাৰ জৰিয়তে চহৰবাসীসকলেও এক সাৰ্থক জীৱনাদৰ্শ বিচাৰি পাব পাৰে।

"The real India lies in the 7,00,000 villages. If Indian civilization is to make its full contribution to the building up of a stable world order, it is this vast mass of humanity that has....... to be made to live again." (Harijan, 27.4.47)

(প্ৰকৃত ভাৰত বাচি আছে ভাৰতৰ সাতলাখ গাঁৱত। ভাৰতীয় সভ্যতাই যদি কোনো সুস্থিৰ বিশ্বব্যৱস্থালৈ পূৰ্ণ অৰিহণা যোগাব লাগে......... তেনেহ'লে এই বিশাল জনতাক পুনৰ সজীৱ কৰি তুলিব লাগিব।)

গাঁৱৰ মানুহৰ মাজত উৎপাদনমুখী কৰ্মতৎপৰতা, পুষ্টিকৰ খাদ্য, সচেতন উদ্দেশ্যধৰ্মী আৰু উদ্দীপনাময়ী জীৱনযাত্ৰা প্ৰতিষ্ঠা কৰাৰ যোগেদিহে এই কাম সম্ভৱ হ'ব। (হৰিজন, ১৬/৫/৩৬)

ভাৰতীয় গ্ৰাম্য জীৱনৰ দাৰিদ্ৰ্য, স্বাস্থ্যহীনতা, স্থবিৰতা গান্ধীজীৰ মতে এক

ব্যাধিৰ লক্ষণ। সেই ব্যাধিৰ নিৰাময় হ'লে গ্ৰাম্যজীৱন কৰ্মমুখৰ আৰু সাংস্কৃতিকভাৱে প্ৰাণৱন্ত হ'ব ঃ

"When our village are fully developed, there will be no dearth of men with a high degree of skill and artistic talent. There will be village poets, village artists, village architects, linguists and research workers. In short, there will be nothing in life worth having which will not be had in the village.......

Today the villages are dung heaps. Tomorrow they will be like tiny gardens of Eden where dwell highly intelligent folk whome no one can deceive or expolit." (Harijan, 10.11.46)

(যেতিয়া আমাৰ গাওঁবোৰৰ পূৰ্ণ বিকাশ হ'ব তেতিয়া আমাৰ গাঁৱতো উন্নত মানৱ গুণ আৰু নৈপুণ্য থকা মানুহৰ অভাৱ নহ'ব। তেতিয়া গাওঁত গাঁৱলীয়া কবি, গাঁৱলীয়া শিল্পী, গাঁৱলীয়া স্থপতি, গাঁৱলীয়া ভাষাতত্ত্ববিদ আৰু গৱেষণা কৰ্মী ওলাব। মুঠতে জীৱনত এনে কোনো মূল্যবান বস্তু নাথাকিব গাঁৱত যাক পোৱা নাযাব।

আজি আমাৰ গাওঁবোৰ জাবৰ গোবৰৰ দ'ম। কিন্তু ভৱিষ্যতে সেইবোৰে নন্দন কাননৰ ৰূপ ল'ব, য'ত এনে মানুহ বাস কৰিব যাক কোনেও শোষণ বা বঞ্চনা কৰিব নোৱাৰিব।

কিন্তু গাওঁৰ উন্নতিৰ দ্বাৰা গাওঁৰ জনগণক চহৰবাসীৰ সমকক্ষ কৰাই গান্ধীজীৰ সপোন নাছিল। বৰং তেওঁ এই পুনৰুজ্জীৱিত গাঁৱলীয়া জীৱনতহে ভাৰতীয় নব্য সভ্যতাৰ আধাৰ দেখা পাইছিল ঃ

I would say that, if the village perishes, India will perish too. India will be no more India, her own mission in the world will get lost. (Harijan, 29.8.36)

(মই ক'ব খোজো যে গাওঁবোৰ ৰসাতললৈ গ'লে ভাৰতো নিঃশেষ হৈ যাব। ভাৰত আৰু ভাৰত হৈ নাথাকিব। ভাৰতৰ অৱদানৰ পৰা বিশ্ব বঞ্চিত হ'ব।)

এনে গ্ৰাম সমাজ শোষণৰ পৰা মুক্ত থাকিব, আৰু সেয়ে সি হ'ব সম্পূৰ্ণ অহিংস জীৱন। কিন্তু পশ্চিমৰ চহৰকেন্দ্ৰিক, কাৰখানা ভিত্তিক সভ্যতাই জনগণক শোষণ কৰে। সেয়ে হিংসা তাৰ আঁহে-আঁহে জড়িত।

"I regard the growth of cities as an evil thing, unfortunate to mankind and the world, unfortunate for England and

certainly unfortunate for India. The British have exploited India through its cities. The latter have exploited the village." (Harijan, 23.6.46)

অৰ্থাৎ গান্ধীজীৰ বাবে গঠনমূলক কাৰ্যসূচী দাৰিদ্ৰ্য নিবাৰণৰ বা দানধৰ্মৰ কোনো দয়ালু কাৰ্যসূচী নাছিল। ই আছিল এক নতুন সভ্যতাৰ প্ৰস্তাৱনা। পশ্চিমৰ প্ৰযুক্তি নিৰ্ভৰ যান্ত্ৰিক সভ্যতা, চহৰবোৰ যাৰ পীঠস্থান, তেওঁৰ মতে মানৱ জাতিৰ বাবে এক অভিশাপ। মানুহৰ সৰ্বাংগীন বিকাশ আৰু কল্যাণৰ বাবে তেওঁ সন্ধান কৰিছিল এনে এক আৰ্হিৰ, য'ত ব্যক্তিৰ প্ৰয়োজন আৰু সমাজৰ দাবীৰ এক সুসমন্বয় ঘটিব, য'ত বৈষয়িক আকাংক্ষা আৰু নৈতিক-আধ্যাত্মিক চেতনাৰ মাজত বিৰোধ নাথাকিব। তেওঁ ভাবিছিল যে জড়াগ্ৰস্ত আৰু পংগু হৈ পৰা ভাৰতীয় গ্ৰাম সমাজত তেওঁ তেনে এক আৰ্হিৰ অৱশেষ প্ৰত্যক্ষ কৰিছিল। তাৰ ব্যাধি নিৰাময় কৰি জীৱনীশক্তি পুনৰ জাগ্ৰত কৰিব পাৰিলে সি বিশ্ব মানৱৰ বাবেই এক অমূল্য দিশ নিৰ্ণায়ক অৱদান হ'ব। এহাতে এনেহেন কাৰ্যসূচীয়ে ভাৰতৰ সংখ্যাগৰিষ্ঠ জনতাক দুখ-দাৰিদ্ৰ্যৰ পৰা মুক্ত কৰিব, আনহাতে সি এক সুখী তৃপ্ত আৰু কল্যাণকৰ জীৱনাদৰ্শ তথা সভ্যতাৰ পাতনি মেলিব সমগ্ৰ বিশ্বৰ বাবেই।

উন্নয়নৰ এই বিকল্প আৰ্হিটোৰ কথা যে অন্যান্য চিন্তাবিদসকলে আঙুলিয়াই দিয়া নাছিল, তেনে নহয়। কিন্তু তেওঁলোকৰ মনত উন্নয়নৰ যিটো লক্ষ্য আছিল তাৰ লগত উন্নয়নৰ প্ৰচলিত প্ৰতিপত্তিশালী আৰ্হিটোৰ বিশেষ বিৰোধ নাছিল। তেওঁলোকে কেৱল উন্নয়নক জনসাধাৰণৰ প্ৰতি অনুকূল, ব্যাপক জনগণৰ পক্ষে হিতকৰ এটা ৰূপ দিবলৈ বিচাৰিছিল। আনহাতে গান্ধীজীয়ে বিচাৰিছিল উন্নয়নৰ এনে এক প্ৰক্ৰিয়া, য'ত জনসাধাৰণ কোনো বাহিৰৰ শক্তিৰ দ্বাৰা কোনোপ্ৰকাৰে শোষিত, প্ৰতাৰিত বা বঞ্চিত নহ'ব, য'ত উন্নযন প্ৰক্ৰিয়া তেওঁলোকে নিয়ন্ত্ৰণ কৰিব। য'ত শিল্প প্ৰধান আধুনিক প্ৰযুক্তিৰ পয়োভৰ হয়, তাত উন্নয়নৰ চাবি-কাঠি থাকে আনৰ হাতত। জনসাধাৰণ কেৱল কায়িক শ্ৰমৰ যোগদান দিওঁতা হয়। অৰ্থাৎ মানুহকে উন্নয়ন প্ৰক্ৰিয়াৰ কৰ্তা আৰু মানদণ্ড হিচাপে লৈ গান্ধীজীয়ে নতুন চিন্তা আগবঢ়াইছিল। তেওঁ যদিও যন্ত্ৰৰ অন্ধ বিৰোধিতা কৰা নাছিল, আধুনিক কাৰখানাই শ্ৰমিকৰ মনুষ্যত্ব খৰ্ব কৰা বুলি তেওঁৰ আকৰ্ষণ আছিল, কাৰণ কুটিৰ শিল্পই মানুহক ক্ষুদ্ৰ কৰা নাছিল। প্ৰতিজন মানুহৰ বুদ্ধি, বিবেক, হৃদয়ৰ যথাৰ্থ বিকাশ, প্ৰতিজনৰে মতামত বা উপলব্ধি আৰু অধিকাৰৰ গুৰুত্ব, এই প্ৰস্তাৱিত সমাজত সুৰক্ষিত হ'ব, অথচ সামাজিক দায়িত্ববোধ আৰু ঐক্য-সংহতিৰো ক্ষতি নহ'ব।

গান্ধীজীৰ এই আদৰ্শটো বা মূল ধাৰণাটো তেওঁৰ কিছুসংখ্যক অনুগামীয়ে নিশ্চয় বুজি পাইছিল। কিন্তু গঠনমূলক কাৰ্যক্ৰমত জড়িত বহু লোকে তেওঁৰ চিন্তাৰ সুদূৰপ্ৰসাৰি তাৎপৰ্য উপলব্ধি কৰিছিল বুলি ধাৰণা নহয়। সেয়ে পঞ্চবাৰ্ষিকী পৰিকল্পনাত যেতিয়া ক্ৰমে উন্নয়নৰ এক বেলেগ আৰ্হি স্পষ্টকৈ ফুটি উঠিল, জাতীয় অৰ্থনীতি আৰু সামাজিক জীৱন বেলেগ পিনে গতি কৰিলে, তেতিয়া এইসকল ত্যাগী, বিবেকবান কৰ্মী তথা স্বেচ্ছাসেৱকে অস্তিত্ব বা বিৰাগ অনুভৱ কৰিলেও দেশজুৰি প্ৰবল প্ৰতিবাদ জনাব নোৱাৰিলে। আগতেই কোৱা হৈছে যে কংগ্ৰেছৰ উচ্চতম পৰ্যায়ৰ অধিকাংশই গান্ধীজীৰ এইবোৰ ধাৰণা তথা কাৰ্যক্ৰমক ৰাজনৈতিক প্ৰভাৱ আৰু ক্ষমতা জয়ৰ এক বিচক্ষণ উপায় বুলিহে ভাবি লৈছিল। জৱাহৰলাল প্ৰমুখ্যে সেইসকল নেতাই টাটা-বিড়লা প্ৰমুখ্যে বৃহৎ পুঁজিপতি আৰু তেওঁলোকৰ আদৰ্শকে সাৰোগত কৰা উদীয়মান শিল্পপতিসকলৰ লগলাগি উন্নয়নৰ আন এক আৰ্হিহে প্ৰবৰ্তন কৰিলে। এই আৰ্হিটো পুঁজিবাদৰ অবাধ বিকাশৰ ওপৰত একান্তভাৱে নিৰ্ভৰশীল নাছিল। ৰাষ্ট্ৰৰ পৰিচালনাত জনকল্যাণৰ ব্যৱস্থা আৰু বৃহৎ উদ্যোগনিৰ্ভৰ শিল্প একেলগে গঢ়ি তোলাই আছিল তেওঁলোকৰ লক্ষ্য। তাৰ ফলত পুঁজিবাদী শিল্পপতিৰ উপৰি উদ্ভৱ হ'ল বৃহৎ সংখ্যক এচাম পেছাদাৰ ৰাজনীতিবিদ আৰু বিশেষজ্ঞৰ। জনগণৰ মূৰৰ ওপৰত তেওঁলোকৰ গধুৰ বোজাও পৰিল। গাওঁ অঞ্চলতো এচাম মানুহহে উন্নয়নৰ ফলত উপকৃত হ'ল, আৰু গাঁৱৰ বাকী মানুহৰ ওপৰত প্ৰতিপত্তি খটাবলৈ ধৰিলে। স্বাধীনতাৰ পঞ্চাশ বছৰৰ পাছতো দাৰিদ্ৰ্যৰ সীমাৰেখাৰ তলত ৰৈ গ'ল ৩৫% - ৪০% লোক। নিবনুৱা সমস্যা এক দীৰ্ঘকালীন ব্যাধিত পৰিণত হ'ল। নিৰ্বাচনৰ যোগেদি তেওঁলোকৰ মতামতৰ প্ৰভাৱ ৰাষ্ট্ৰৰ ওপৰত পেলাব পাৰি বুলি ৰাইজে ভাবিবলৈ এৰিলে।

আজি দিল্লী ভাৰতৰ ৰাজধানী। তাৰ কেন্দ্ৰস্থলৰ ঘৰবাৰীৰ বিৰাট আৰু চমকপ্ৰদ কাৰিকৰী চেহেৰাই প্ৰকট কৰে হৰ্তাকৰ্তাসকলৰ বিপুল সম্পদ আৰু ক্ষমতা। বিশাল ৰাজপথত লেঠাৰি নিছিগা যানবাহনৰ ভিৰ। বিলাসী ভোজনালয়ত এসাজ আহাৰতে হাজাৰ বিজাৰ টকা উৰাই দিয়ে ধনবানসকলে। আনহাতে নিৰ্ভৰযোগ্য বিজ্ঞানসম্মত পৰিসংখ্যামতে দিল্লীৰ বাতাৱৰণ বিশ্বৰ ভিতৰতে অতি মাৰাত্মকভাৱে প্ৰদূষিত আৰু অস্বাস্থ্যকৰ। জণ্ডিচ, সৰুআই, ডেঙ্গি আৰু নানা মহামাৰীৰ বাবে দিল্লীৰ পৰিৱেশ উৎসাহজনক। তাৰ খোৱা পানীক নিৰ্মল বুলিব নোৱাৰি, আৰু তাৰ অস্বাস্থ্যকৰ 'শ্লাম' এলেকাবোৰত লাখ লাখ লোকে এন্দুৰ-নিগনিৰ দৰে জীৱন যাপন কৰিছে। যিকোনো নিৰপেক্ষ দৰ্শকে ক'ব যে উন্নয়ন সম্পৰ্কে তাহানিতে গান্ধীজীয়ে দি যোৱা সকিয়নিৰ যুক্তিযুক্ততা দিল্লীৰ বৰ্তমান চেহেৰাই প্ৰমাণিত কৰে।

এইখিনিতে আমাৰ যুক্তিশৃংখলৰ পৰা ফালৰি কাটি আন এষাৰ কথা কওঁ। তাহানি অমিয় কুমাৰ দাস, অমল প্ৰভা দাস, কৃষ্ণ শৰ্মা, ৰোহিনীকান্ত হাতীবৰুৱা, গোপীনাথ বৰদলৈ, অক্ষয় কুমাৰ দাস প্ৰমুখ্যে নেতাসকলৰ ব্যক্তিত্ব আৰু চৰিত্ৰৰ এক বৈশিষ্ট্য আছিল। তেওঁলোকে এহাতে সংযমী, নীতিবোধত প্ৰবুদ্ধ, আনহাতে সমাজৰ আন মানুহৰ প্ৰতি দয়া-মমতাত চহকী হৃদয় একোখনৰ অধিকাৰী আছিল। নিজে সহজ-সৰল অনাড়ম্বৰ জীৱন যাপন কৰি আন দহজনৰ জীৱন উন্নত আৰু স্বচ্ছল কৰিবলৈ অহো-পুৰুষাৰ্থ কৰিছিল। তেওঁলোকৰ আদৰ্শই তৃণমূলৰ অন্যান্য কংগ্ৰেছ কৰ্মীকো উদ্বুদ্ধ কৰিছিল। এই সহজ-সৰল জীৱন আৰু নীতিনিষ্ঠ চৰিত্ৰ আছিল আমি ইতিমধ্যে উল্লেখ কৰা সভ্যতাৰ তথা উন্নয়নৰ নতুন আৰ্হিৰ বাবে প্ৰয়োজনীয় প্ৰস্তুতি। এনে নেতৃত্ব অবিহনে সেই নতুন সভ্যতা গঢ়াৰ গঠনমূলক অনুশীলনো ব্যৰ্থ হ'লহেঁতেন। এই অনুশীলন অৱশেষত অৱশ্যে ব্যৰ্থই হৈছিল।

এতিয়া কথা হৈছে, অমিয় কুমাৰ দাস বা অক্ষয় কুমাৰ দাসৰ দৰে নেতা থকা সত্বেও কিয় স্বাধীনতাৰ পিছত উন্নয়নৰ বেলেগ আৰ্হি গ্ৰহণ কৰা নহ'ল? তেওঁলোকে গম নোপোৱাকৈয়ে তেনে ঘটনা ঘটিছিল জানো? এটা কাৰণ আমি ইতিমধ্যে উল্লেখ কৰিছোঁ। বিভিন্ন চিন্তাধাৰা আৰু মতৰ লোকে দেশ স্বাধীন কৰাৰ উমৈহতীয়া লক্ষ্যৰে কংগ্ৰেছৰ মঞ্চত একগোট হৈছিল। তেওঁলোকৰ বহুতে উন্নয়নৰ উক্ত আৰ্হি গ্ৰহণ কৰা নাছিল। গান্ধীজীয়েও তেওঁৰ গণতান্ত্ৰিক উদাৰ নৈতিক মানসিকতাৰে তেওঁৰ মনঃপুত আৰ্হিটো কংগ্ৰেছৰ ওপৰত জাপি দিয়া নাছিল। সুভাষ বসু বা জৱাহৰলাল নেহৰুৱে পৰিকল্পিত উন্নয়নৰ কথা ত্ৰিশৰ দশকত চিন্তা কৰোঁতে ছোৱিয়েট ৰুছিয়াৰ আৰ্হিকে গ্ৰহণ কৰিছিল, আৰু কংগ্ৰেছৰ দ্বাৰা সেই আৰ্হি প্ৰকাৰন্তৰে গ্ৰহণ কৰাইছিল। অৱশ্যে সমাজ বিপ্লৱ অবিহনেই তেওঁলোকে পৰিকল্পিত উন্নয়নৰ অভিযান চলাব খুজিছিল।

আনহাতে অক্ষয় কুমাৰ দাসে কংগ্ৰেছৰ আন কোনো কোনো নেতাৰ দৰে উন্নয়নৰ প্ৰচলিত আৰ্হিটোৰ বিষয়ে সংশয় আৰু সন্দেহ ব্যক্ত কৰিছিল স্পষ্ট ভাষাত। ১৯৭১ চনত অসম বিজ্ঞান সমিতিৰ পঞ্চদশ অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি দাসদেৱৰ অভিভাষণত বিজ্ঞান সম্পৰ্কে যি দৃষ্টিভংগী ফুটি উঠিছে তাত গান্ধীজীৰ ভাবধাৰাৰ প্ৰতিধ্বনি শুনা যায়। বিজ্ঞানৰ প্ৰতি দাসৰ মনোভাৱ ইতিবাচক, আশাবাদী। কিন্তু বিজ্ঞানক তেখেতে চাইছে মানৱ কল্যাণৰ তথা লোক-কল্যাণৰ উপায় হিচাপে, চমকপ্ৰদ বৌদ্ধিক বা প্ৰযুক্তিগত উৎকৰ্ষৰ নিদৰ্শনৰূপে নহয়। তাহানিৰ বৰপেটাৰ কুটিৰ শিল্পৰ নৈপুণ্য আৰু স্বাস্থ্যৰ লগত সমসাময়িক বৰপেটাৰ কৰ্মবিমুখ, নিৰ্জীৱ পৰিৱেশৰ তুলনা কৰি তেখেতে আক্ষেপ কৰিছে যে আধুনিক জ্ঞান-বিজ্ঞানৰ চৰ্চা

দূৰৰ কথা, 'কুটিৰ শিল্প সম্পৰ্কীয় আৰু জনস্বাস্থ্য বিধিৰ যিটো বৈজ্ঞানিক ফাল, তাকো আমি বিদায় দিছোঁ।' তেখেতে আশা কৰিছে যে বিজ্ঞানৰ ছাত্ৰসকলেই সমাজত বিজ্ঞানৰ সুশিক্ষা প্ৰৱৰ্তন কৰি বৰপেটাৰ দুৰ্দশাগ্ৰস্ত ৰাইজৰ 'ভৱিষ্যত বজাই ৰাখিব।'

আধুনিক শিল্প-বিজ্ঞান সম্পৰ্কে এই পিনৰ পৰা তেখেতৰ মন্তব্য তাৎপৰ্যপূৰ্ণঃ

'আমি আশা ৰাখিছোঁ যে বিজ্ঞান সমিতিৰ কাৰ্যাৱলীয়ে আমাৰ মাজত শিল্প-বিজ্ঞানৰ ভাব প্ৰচাৰ কৰিব পাৰিব। শিল্প বোলোতে ডাঙৰ-ডাঙৰ মৰাপাটৰ কল, চেনিৰ কল বা কাপোৰৰ কলৰ কথা কোৱা নাই। সেইবোৰ পতাৰ ফলত আমাৰ ৰাজ্যত বস্তিৰ ঘনতা আৰু খোৱা বস্তুৰ দাম বঢ়োৱাত বাহিৰে কিমানে লাভৱান হৈছে সন্দেহ।'

আকৌ

'যদি আমি আকাশত চাংপাতি ডাঙৰ পৰিকল্পনাত মুগ্ধ হৈ থাকোঁ তেন্তে ইটো নষ্ট ততো ভ্ৰষ্ট নিশ্চিত।'

অৰ্থাৎ তেখেতৰ মনোভাব বিজ্ঞানবিৰোধী নহয়, যদি সেই বিজ্ঞানে জনসাধাৰণক সকাহ দিব পাৰে। বৃহৎ উদ্যোগ বিজ্ঞানভিত্তিক হ'লেও এই ক্ষেত্ৰত সুফলদায়ক নহয়।

এইখিনিতে এটা প্ৰশ্ন জাগে যাৰ সন্তোষজনক উত্তৰ গান্ধীজীৰ মতামতত পোৱা নাযায়। যি বিজ্ঞান জনগণৰ আৰু নিয়ন্ত্ৰণৰ উৰ্ধত, সি ক্ষতিকৰ হ'ব পাৰে। কিন্তু সেই বিজ্ঞান যদি কেতিয়াবা বোধ তথা নিয়ন্ত্ৰণৰ অধীন হয়, তেন্তে তাৰ ফল অশুভ নহ'ব। অৰ্থাৎ বিজ্ঞানৰ নিজৰ কিবা অন্তৰ্নিহিত চৰিত্ৰতকৈ তাৰ ধাৰক-বাহকসকলৰ ভূমিকা বা উদ্দেশ্যহে এই ক্ষেত্ৰত প্ৰণিধানযোগ্য। বৰ্তমান পৰ্যায়ত জনগণ আৰু বিজ্ঞানৰ ব্যৱধান সৰল জীৱন যাত্ৰাৰে হ্ৰাস কৰিবলগীয়া হ'লেও সদায়েই উন্নত আৰু জটিল বিজ্ঞান তথা প্ৰযুক্তি পৰিহাৰ কৰি থাকিব লাগিব বুলি কোনো কথা নাই। স্বয়ং গান্ধীজীয়ে বাৰে বাৰে কৈছে যে যন্ত্ৰ, ইলেক্ট্ৰিচিটি, অথবা টেলিগ্ৰাফৰ প্ৰতি তেওঁৰ কোনো বিৰাগ বা বিদ্বেষ নাই। কিন্তু যেতিয়া সেইবোৰৰ ফল মানুহৰ ওপৰত মানুহৰ শোষণ হয়, তেওঁ তেতিয়া তাক সমৰ্থন কৰিব নোৱাৰে।

(Young India, 26.1.21, 13.11.24, Harijan, 16.11.34, 16.5.36, 15.9.36.)

জীৱনযাত্ৰাৰ সৰলতাৰ অৰ্থ কি হ'ব, সেই কথা ভাবি চোৱা দৰকাৰ। মানৱ সমাজৰ বিকাশৰ আদিম স্তৰতে বৈ যোৱা নে জীৱনযাত্ৰাৰ উপাদানবোৰৰ ওপৰত সাধাৰণ মানুহৰ নিয়ন্ত্ৰণ অটুট ৰখা? মাজে সময়ে গান্ধীজীয়ে এনেদৰে কথা কয় যেন ভাৰতৰ দৰিদ্ৰ গাওঁবোৰৰ পৰ্যায়তে দেশৰ জীৱন যাত্ৰাক স্তব্ধ কৰি ৰাখিব খোজে।

কিন্তু স্বয়ংসম্পূৰ্ণ আৰু স্বয়ংশাসিত গাঁৱেই সভ্যতাৰ ভিত্তি হ'লে জ্ঞান-বিজ্ঞানৰ বিকাশ দূৰৰ কথা অৱনতি হোৱাৰে সম্ভাৱনা। গান্ধীজীৰ সময়ত ভাৰতৰ গাওঁ-ভূঁইত প্ৰবল হৈ থকা অজ্ঞানতা, অন্ধবিশ্বাস আৰু কুসংস্কাৰ এনে স্থবিৰ আৰু যোগাযোগহীন গ্ৰাম্য সমাজৰে পৰিণাম আছিল। আনহাতে আকৌ মানৱ সভ্যতাৰ সকলো বিকাশ ইতিপূৰ্বে শ্ৰেণী সমাজতে হৈছে। প্ৰাচীন ভাৰতীয় সমাজো শ্ৰেণীসমাজ। শূদ্ৰৰ ওপৰত শোষণ নিপীড়ণৰ ভিত্তিতে গঢ় লৈছিল প্ৰাচীন ভাৰতীয় সভ্যতাৰ বহু কীৰ্তি আৰু আৱিষ্কাৰ। উক্ত সমাজ ব্যৱস্থাৰ ভালখিনি ৰাখি বেয়াখিনিক বৰ্জন কৰাৰ আদৰ্শ সাধু হ'লেও সমাজ সংস্কাৰ তেনেকৈ নহয়। সমাজ বিকাশৰ নিয়ম অনুসৰিহে সমাজৰ সংস্কাৰ সম্ভৱ। পুঁজিবাদী যুগলৈকে চলা শ্ৰেণীশোষণ আৰু শ্ৰেণী সমাজৰ অৱসান সমাজবাদে ঘটাব পাৰে। কিন্তু সেইটোও কোনো বিশুদ্ধ মানসিক আদৰ্শৰ আৰ্হিত নহয়, সমাজৰ বাস্তৱ বিকাশৰ ভিত্তিতহে হ'ব। অৰ্থাৎ সমাজৰ বিকাশ কোনো এক ঐতিহাসিক পৰ্যায়ত সমাজৰে অন্তৰ্নিহিত কিবা সম্ভাৱনাৰ ভিত্তিতহে সমাজৰ যথাৰ্থ পৰিৱৰ্তন তথা সংস্কাৰ সম্ভৱ।

কাৰ্ল্ মাৰ্ক্সে ভাবিছিল যে পুঁজিবাদী সমাজৰ বিকাশে জন্ম দিয়া আৰু পুঁজিবাদৰ দ্বাৰা শোষিত আৰু নিপীড়িত হোৱা সৰ্বহাৰা শ্ৰমিক শ্ৰেণীয়েই পুঁজিবাদক কবৰ দিব আৰু সমাজবাদ প্ৰৱৰ্তন কৰিব। অৱশ্যে যিহেতু সমাজবাদী বিপ্লৱ উন্নত পুঁজিবাদী দেশত নঘটিল, সমাজবাদ প্ৰতিষ্ঠাৰ দায়িত্ব ন্যস্ত হ'ল ঘাইকৈ সাম্যবাদী বুদ্ধিজীৱী আৰু সংগঠকসকলৰ কান্ধত, চমুকৈ সাম্যবাদী দলৰ হাতত। এই সাম্যবাদীসকলে গাঁৱে-ভূঁয়ে, চহৰে-নগৰে নেতৃত্ব দি সমাজবাদী সমাজ আৰু ৰাষ্ট্ৰ গঠন কৰিলে। কিন্তু তাৰ শেষ ফল শ্ৰমজীৱী জনগণৰ আৰ্থিক অৱস্থাৰ বহু উন্নতি হ'লেও আৰু এটা স্তৰলৈ তেওঁলোকৰ মানসিক বিকাশ হ'লেও তেওঁলোক উন্নত সমাজবাদী চেতনাৰে উদ্বুদ্ধ আৰু সমাজবাদী সভ্যতাৰ আদৰ্শৰে উদ্দীপ্ত মানুহ হ'ব নোৱাৰিলে।

চমুকৈ ক'বলৈ হ'লে ৰুচ দেশত উন্নয়নৰ যিটো আৰ্হি প্ৰবৰ্তিত হ'ল, তাত এক বৃহৎ, আধুনিক বিজ্ঞানৰ ওপৰত নিৰ্ভৰশীল, যন্ত্ৰশিল্পৰ ৰূপত অৱতীৰ্ণ, উৎপাদন ব্যৱস্থা গঢ়ি তোলা কথাটোৱে প্ৰাধান্য পালে। আনকি কৃষিৰ ক্ষেত্ৰতো ট্ৰেক্টৰ, হাৰ্ভেষ্টাৰ-কম্বাইন আদি যন্ত্ৰৰ দ্বাৰা চলোৱা কাম-কাজে প্ৰাধান্য পালে। ক্ষুদ্ৰ কৃষি আৰু ক্ষুদ্ৰ শিল্পক মান্ধাতাৰ আমোলৰ অৱহেলাৰ যোগ্য অৱশেষ বুলি ধৰা হ'ল। এই নতুন উৎপাদন ব্যৱস্থাত পাৰ্টিৰ সদস্য, বিজ্ঞান আৰু প্ৰযুক্তিৰ বিশেষজ্ঞ, ওপৰৰ পৰা কৰা সংগঠনকাৰ্যত কুশলী লোকে প্ৰাধান্য আৰু প্ৰতিপত্তি অৰ্জন কৰিলে। শ্ৰমজীৱীসকল কেৱল শাৰীৰিক শ্ৰমৰ যোগনীয়াৰ হৈ ৰ'ল। অৰ্থাৎ ক্ষমতাৰ পিনৰ পৰা যেনেকৈ

শ্ৰমিকসকল নিঃকিন হ'ল, জ্ঞানৰ পিনৰ পৰাও তেওঁলোক পিছ পৰা হৈ ৰ'ল। কাৰখানা কমিটিৰ কাম হ'ল কেৱল ওপৰৰ পৰা অহা নিৰ্দেশ কাৰ্যকৰী কৰাত সহায় কৰা। সেয়ে ৰুচ শ্ৰমিকসকলৰ ভৱিষ্যত সুৰক্ষিত হ'লেও তেওঁলোক নিজে নিজৰ ভাগ্যৰ নিয়ন্ত্ৰা হ'ব নোৱাৰিলে। শ্ৰমিকসকলৰ ৰাজনৈতিক অধিকাৰো সংকুচিত হ'ল। ওপৰৰ পৰা মনোনীত প্ৰাৰ্থীক ভোট দি জয়যুক্ত কৰাই ছোভিয়েট ৰুছিয়াত নিৰ্বাচনৰ অৰ্থ হৈ পৰিল। অনুৰূপভাৱে ছোবিয়েট ৰুছিয়াত জ্ঞান-বিজ্ঞানৰ অগ্ৰগতি আৰু উৎকৰ্ষ এচাম বুদ্ধিজীৱী আৰু বিজ্ঞানীৰ মাজত আবদ্ধ হৈ পৰিল, জনগণৰ মাজত বিয়পি নপৰিল। অৰ্থনীতি সম্পৰ্কে গান্ধীজীয়ে কৈছেঃ

"According to me the economic constitution of India and, for that matter, of the world, should be such that no one under it should suffer from want of food and clothing. In other words, everybody should be able to get sufficient work to enable him to make the two ends meet.

And this ideal can be universally realized only if the means of the elementary necessaries of life remain in the control of the masses. These should be freely available to all as God's air and water are asumed to be; they should not be made a vehicle of traffic for the exploitation of others. (Young India, 15.11.28)

(মোৰ মতে ভাৰত তথা পৃথিৱীৰ অৰ্থনৈতিক সংবিধান এনে হোৱা উচিত যাতে তাৰ অধীন কোনো লোকেই অন্ন-বস্ত্ৰৰ অভাৱত কষ্ট নাপায়। আন কথাত নিজৰ প্ৰয়োজন পূৰণৰ জোখাৰে কৰ্মসংস্থান তাত সকলোৰে বাবে নিশ্চিত হ'ব।

সাৰ্বজনীনভাৱে এইআদৰ্শ লক্ষ্য তেতিয়াহে পূৰণ হ'ব যেতিয়া নিত্যপ্ৰয়োজনীয় সামগ্ৰী উৎপাদনৰ উপায়বোৰ সৰ্বসাধাৰণৰ দখলত থাকিব। ভগৱৎ প্ৰদত্ত বায়ু-পানীৰ দৰে সেইবোৰ সকলোৰে বাবে বিনামূল্যে পাব পৰা হ'ব লাগিব। সেইবোৰ উপায় আনৰ শোষণৰ হাতীয়াৰ হ'ব নালাগিব।)

যন্ত্ৰনিৰ্ভৰ বৃহৎ উদ্যোগৰ প্ৰতি গান্ধীজীৰ বিৰাগৰ কাৰণ এইটোৱেই। ভাৰতীয় গ্ৰামীণ জীৱনৰ পৰম্পৰাত যিবোৰ কাম-কাজ, শিল্প আৰু জীৱিকা সুলভ আছিল সেইবোৰ যন্ত্ৰশিল্পৰ দৰে শোষণ-দমনৰ অস্ত্ৰ নাছিল। Body labour was at the core of these occupations and industries and there was no large-

scale machinery. For when a man is content to own only so much land as he can till with his own labour, he cannot exploit others. Handicrafts exclude exploitation and industry.

Large-scale machinery concentrate wealth in the hand of one man who lord it over the rest who slave for him........ (Harijan, 1.9.40)

(এইবোৰ জীৱিকা, বৃত্তি আৰু শিল্পৰ মৰ্মত আছিল কায়িক শ্ৰম, আৰু তাত কোনো বৃহদায়তনৰ যন্ত্ৰপাতি নাছিল। কাৰণ মানুহে যেতিয়া নিজৰ পৰিশ্ৰমেৰে চহ কৰিব পৰা পৰিমাণৰ মাটি লৈয়েই সন্তুষ্ট থাকে, তেওঁ আনক শোষণ কৰিব নোৱাৰে। হস্ত শিল্প বৃহৎ উদ্যোগ আৰু শোষণৰ অনুকূল নহয়।

আনহাতে বৃহদায়তন যন্ত্ৰশিল্পই এজনৰ হাতত কেন্দ্ৰীভূত কৰে সম্পদ, যাৰ বলত তেওঁ তেওঁৰ দাসত্ব কৰা লোকৰ ওপৰত প্ৰভুত্ব কৰে।)

কিন্তু ক্ষয়িষ্ণু গ্ৰামীণ অৰ্থনীতি পুনৰুদ্ধাৰ কৰিবলৈ গান্ধীজীয়ে ভাৰসা কৰিছে যে তেওঁ আগবঢ়োৱা অৰ্থনৈতিক আদৰ্শ আৰু আৰ্হি গ্ৰহণ কৰা আৰু তাক ৰূপায়ণ কৰিবলৈ প্ৰাণোৎসৰ্গ কৰাসকলে গাঁৱৰ সমাজৰ অন্ধবিশ্বাস, কুসংস্কাৰ, অজ্ঞতা অপসাৰণ কৰি গাঁৱৰ ৰাইজক স্বনিৰ্ভৰশীল, স্বাধীনমনা আৰু নৈতিক বলেৰে বলীয়ান কৰি গঢ়ি তুলিব। অৰ্থাৎ গাঁৱৰ মাজত তেনে পুনৰুজ্জীৱনৰ সম্ভাৱনা নিহিত হৈ থকা নাই। তাকে কাৰ্যকৰী কৰিব লাগিব চহৰৰ আদৰ্শবাদী স্বেচ্ছাসেৱক গৈ।

অৰ্থাৎ বিসংগতিপূৰ্ণ কথা এইটোহে যে যি চহৰ শোষণৰ কেন্দ্ৰ আৰু সুবিধাভোগী, সেই চহৰৰে এচাম লোকৰ ত্যাগ আৰু সেৱাৰে নৈতিক পোহৰত উদ্ভাসিত গাঁৱৰ অৰ্থনীতি গঢ়ি উঠিব। ইয়াৰ তাৎপৰ্য এয়ে যে ব্ৰিটিছ ঔপনিবেশিক শোষণৰ আধাৰ বা সঁজুলি চহৰবোৰৰ যোগেৰে সাম্ৰাজ্যবাদী বা পুঁজিবাদী অৰ্থনীতিৰ বিকল্প আৰ্হি গঠিত হ'ব লাগিব। ভাৰতৰ চহৰবোৰৰ পৰা তেনে এচাম বুদ্ধিজীৱী আৰু স্বেচ্ছাসেৱক গান্ধীজীয়ে উলিয়াই আনিব পাৰিছিল। কিন্তু সমানেই নিশ্চিতভাৱে ভাৰতৰ পুঁজিবাদ প্ৰতিষ্ঠাৰ বাবেও তাৰপৰা আন এচাম উদ্যোগী ওলাই আহিছিল।

এই দ্বিতীয় চামটো অৱশেষত অধিক শক্তিশালী বুলি প্ৰমাণিত হ'ল। গান্ধীজীৰ অতুলনীয় নৈতিক মহিমা সত্বেও প্ৰথম চামটো জয়ী হ'ব নোৱাৰিলে। গান্ধীজীৰ অক্লান্ত শ্ৰমেও তাৰ সপক্ষে সমাজখনক বলাব নোৱাৰিলে। অথচ এই কামত গাঁৱে-ভূঁয়ে লাগি থকা গান্ধীজীৰ অনুগামীৰ সংখ্যাও নিচেই তাকৰ নাছিল। এই আচৰিত ঘটনাৰ অন্যতম কাৰণ এয়ে যে ইতিমধ্যে পুঁজিবাদী অৰ্থনীতিৰ সমৰ্থকসকলে ৰাষ্ট্ৰ

দখল কৰি লৈছিল, আৰু ছোভিয়েট ৰুছিয়াৰ আৰ্হিৰ কথা কৈ সংগঠিত শ্ৰমজীৱীসকলক মোহগ্ৰস্ত কৰিবলৈ সক্ষম হৈছিল।

সমাজ ব্যৱস্থা আৰু ৰাজনীতিৰ যথাযথ বিশ্লেষণত গান্ধীজী সফল নহ'ল। পুঁজিবাদী অৰ্থনীতিৰ শক্তি আৰু ৰাষ্ট্ৰৰ ভূমিকা বিশেষ বিবেচনা নকৰাকৈ তেখেতে কেৱল আদৰ্শ আৰু নৈতিকতাৰ জোৰত অৰ্থনীতিৰ নতুন গঢ় দিব পাৰিব বুলি ভাবিছিল। কিন্তু গান্ধীজীৰ বিশ্লেষণৰ এই ভুলে তেখেতৰ আদৰ্শ ভুল বুলি উদঙাই নিদিয়ে। আগতেই কৈছোঁ যে বৰ্তমান সমাজ ব্যৱস্থাৰ গুৰুতৰ ত্ৰুটি বা অমংগল গান্ধীজীৰ বিচাৰে পৰিষ্কাৰকৈ দাঙি ধৰিছে। ভৱিষ্যতে আদৰ্শ মানৱ সমাজ গঢ়িবলৈ যোৱাসকলে এই বিচাৰৰ পৰা শিকিবলগীয়া বহুত কথা আছে।

চীন দেশত ক্ৰান্তিকাৰী শ্ৰমিক যুৱকৰ নেতৃত্ব দিয়া সাম্যবাদী দলে মাও ছে তুঙৰ পৰিচালনাত এই প্ৰশ্নটো বিচাৰ-বিবেচনা নকৰাকৈ থকা নাছিল। তাৰ ফলত চীনৰ গ্ৰামাঞ্চলত স্বয়ংনিৰ্ভৰ গ্ৰামসমাজ (commune), ক্ষুদ্ৰ উদ্যোগ, কৃষিৰ প্ৰতি মনোযোগ, নৈতিক চেতনাৰ ওপৰত গুৰুত্ব আদি গান্ধীবাদত থকা কিছুমান প্ৰধান প্ৰধান উপাদান বিপ্লৱোত্তৰ চীনৰ অৰ্থনৈতিক আৰু সামাজিক উন্নয়নত সক্ৰিয় কৰা হৈছিল। পণ্ডিত সুন্দৰলালৰ দৰে বিশিষ্ট গান্ধীবাদী নেতাই ১৯৫৭ চনৰ চীন ভ্ৰমণৰ পৰা উভতি আহি কৈছিল যে চীনত তেওঁ গান্ধীজীৰ নীতিৰ সাৰ্থক ৰূপায়ণ দেখি আহিছে। কিন্তু চীন দেশত সম্পূৰ্ণ অহিংস নীতিৰে এই আদৰ্শ প্ৰতিষ্ঠা কৰা হোৱা নাছিল। বলপ্ৰয়োগ কৰি জমিদাৰ শ্ৰেণীক এইবোৰ পৰিৱৰ্তন মানিবলৈ বাধ্য কৰোৱা হৈছিল। ৰাষ্ট্ৰ সাম্যবাদীসকলৰ দখললৈ আহিছিল। দ্বিতীয়তে এনে পৰিৱৰ্তনৰ আগৰণুৱা সাম্যবাদীসকলে গ্ৰাম্যজীৱন উন্নয়নৰ এক নিৰ্দিষ্ট স্তৰতে আবদ্ধ ৰাখিব খোজা নাছিল। মাও ছে তুঙৰ ভাষাত ই আছিল 'দুখন ভৰিৰে খোজ কঢ়া'ৰ অনুশীলন - 'walking on two legs'। ক্ষুদ্ৰ আৰু বৃহৎ উদ্যোগ, কৃষি আৰু শিল্প, গাঁও আৰু চহৰ, এটাকো অৱহেলা কৰা নচলিব। এই সূত্ৰটো যে সফল হৈছিল সন্দেহ নাই। অৱশ্যে চীনৰ বৰ্তমান চৰকাৰে এই আদৰ্শ বৰ্জন কৰিছে।

যুগ যুগ জোৰা স্থবিৰতাৰ পাছত একেজাপে গাঁও-চহৰৰ বৈষম্য দূৰ কৰা, অথবা গাঁৱলীয়া ৰাইজক আধুনিক জ্ঞান-বিজ্ঞানৰ লগত তুৰন্তে পৰিচিত কৰোৱা সম্ভৱ নাছিল। অথচ 'Great leap forward' (সমুখলৈ ডাঙৰ জাঁপ) আৰু 'The Great Proletarian Cultural Revolution (সৰ্বহাৰাৰ মহান সাংস্কৃতিক বিপ্লৱ) আদি বিপুল গণআন্দোলনৰ জৰিয়তে তেওঁ এই অসাধ্য সাধন কৰিবলৈ ওলাইছিল। এই হঠকাৰিতাৰ ফল আছিল চীনৰ সমাজ আৰু অৰ্থনীতিত চূড়ান্ত অনিশ্চয়তা

আৰু বিশৃংখলা। কিন্তু মাও ছে তুঙে কিয় এই সিদ্ধান্ত লৈছিল, বুজিবলৈ টান নহয়। তেওঁ বুজিছিল যে বৃহৎ উদ্যোগ আৰু চহৰ কেন্দ্ৰিক অৰ্থনীতিৰ বিকাশৰ ফলত সমাজতান্ত্ৰিক চীনত ছোভিয়েট ৰুছিয়াৰ দৰে এচাম পাৰ্টিনেতা, আমোলা, বিশেষজ্ঞ আৰু বৈজ্ঞানিক মিলি গ্ৰামাঞ্চলৰ কৃষকজনতা আৰু চহৰৰ শ্ৰমজীৱী জনগণৰ পৰা ক্ৰমে আঁতৰি গৈ এক সুবিধাভোগী শ্ৰেণী গঠন কৰিব আৰু সমাজতন্ত্ৰক কুঠাঘাত কৰিব। তেওঁৰ তেনে ধাৰণাৰ যথেষ্ট সংগত কাৰণ আছিল, কিন্তু হঠকাৰী পথেৰে সেই বিপদৰ সমাধান কৰিবলৈ গৈ তেওঁ বিফল হ'ল।

গান্ধীজীৰ চিন্তাৰ ভ্ৰান্তি আছিল এইখিনিতে যে স্বাধীন ভাৰতত ইতিপূৰ্বে শক্তিশালী হৈ পৰা পুঁজিবাদী শ্ৰেণী আৰু গাঁওৰ বৃহৎ জমিদাৰসকলে কংগ্ৰেছৰ যোগেদি ৰাষ্ট্ৰক্ষমতা দখল কৰাৰ পিছত সেই ক্ষমতা সিহঁতে তৃণমূল স্তৰৰ জনতাৰ বাবে প্ৰত্যাৰ্পণ কৰাৰ সম্ভাৱনা নাছিল। বৰং সিহঁতে ৰাষ্ট্ৰ পৰিচালনাত বৃহৎ উদ্যোগমুখী আৰু চহৰকেন্দ্ৰিক পৰিকল্পিত অৰ্থনীতি গঢ়ি তুলিলে। গান্ধীজীয়ে স্বাধীনতাৰ পাছত কংগ্ৰেছ সংগঠনৰ বিলোপ সাধনৰ পৰামৰ্শ দিছিল। কিন্তু মাছৰ গোন্ধ পোৱা মেকুৰীক মাছ এৰুৱাৰ চেষ্টা কৰিলে সফলতাৰ আশা কম।

কেন্দ্ৰীভূত বৃহৎ উদ্যোগমুখী উন্নয়নৰ আৰ্হিয়ে ধৰি লয় যে উন্নয়নৰ ফল তললৈ বিয়পি যাব, আৰু তৃণমূলৰ জনতা তেনেকৈ উপকৃত হ'ব। কিন্তু সেই ঘটনা আশাকৰা ধৰণে নঘটে। তৃণমূলৰ জনতাৰ হাতত উন্নয়ন ব্যৱস্থাৰ বাঘজৰী থকাটো এক অতি গুৰুত্বপূৰ্ণ দাবী। কিন্তু দুখৰ বিষয় যে উন্নয়নৰ উদ্যোক্তাসকলে এই দাবীৰ প্ৰতি কেতিয়াও বিশেষ মনকাণ দিয়া নাই। তাৰ অশুভ পৰিণাম আজি বিস্ফোৰক ৰূপত প্ৰকট হৈছে। এই সময়তে গান্ধীজীৰ নৈতিক অনুভৱ আৰু উপলব্ধিয়ে কল্প-স্বৰ্গীয় ৰূপত হ'লেও সেই দাবীৰ প্ৰতি আমাৰ মনোযোগ আকৰ্ষণ কৰে অপ্ৰতিৰোধ্য শক্তিৰে।

আজি এগৰাকী নিভাঁজ আদৰ্শবান নেতা অক্ষয় কুমাৰ দাসদেৱৰ স্মৃতি উদ্‌যাপনৰ দিনাখন আমি তেখেতে আত্মোৎসৰ্গ কৰা এই আদৰ্শ তথা দৰ্শনৰ প্ৰতি মনোযোগ দিয়া সমীচীন হ'ব। কাৰণ তেখেতৰ চৰিত্ৰৰ মহৎগুণ কেৱল আনক ভীত সংকুচিত কৰা তপশ্চৰ্যাৰ ফল নাছিল, সি আছিল এক মহৎ জীৱনাদৰ্শৰ আধাৰ - মানৱসমাজৰ এক পবিত্ৰ আৰু মহান লক্ষ্য সাৰ্থক কৰিবলৈ যেনে চৰিত্ৰৰ প্ৰয়োজন।

কিছুমানে গান্ধীজীৰ সমাজবাদী ভাবধাৰাৰ মৰ্ম নুবুজি তেওঁক ব্যক্তিবাদী বুলি অভিহিত কৰে। নৈতিক চেতনাৰ পোহৰত ব্যক্তিয়ে জনগণৰ সেৱা কৰাটো উচ্চতম নৈতিক জ্ঞানৰ লক্ষণ। কিন্তু ব্যক্তিসত্তাহে এনে নৈতিক বিচাৰ বা সিদ্ধান্তৰ আধাৰ -

অৰ্থাৎ তেওঁলোকৰ মতে ব্যক্তিয়ে সমাজৰ কথা নভবাকৈও থাকিব পাৰে। কিন্তু গান্ধীজীৰ ভাবধাৰাৰ লগত নিবিড় পৰিচয় থকা লোকমাত্ৰেই জানে যে গান্ধীজীৰ মতে আদৰ্শ মানৱতা হৈছে সমাজপ্ৰাণ ব্যক্তিসত্তা।

" As soon as a man looks upon himself as a servant of society, earns for its sake, spends for its benefit, then purity enters into his earnings and there is Ahimsa in his Venture .........

Somehow or other the belief has taken possession of us that ahimsa is pre-eminently a weapon for individual and its use should, therefore, be limited to that here. In fact this is not the case. Ahimsa is definitely an attribute of society." (Harijan 25.8.40)

অক্ষয় কুমাৰ দাসৰ দৰে ব্যক্তি আছিল এনে সমাজপ্ৰাণ ব্যক্তিসত্তাৰ উজ্জ্বল নিদৰ্শন। ●

---

*১৯৯৯ চনৰ ১৬ মাৰ্চত বৰপেটাৰ তৰুণৰাম ফুকন হলত অক্ষয় কুমাৰ দাস জন্ম-শতবাৰ্ষিকী উপলক্ষ্যে আয়োজিত মুকলি সভাত প্ৰদত্ত 'অক্ষয় কুমাৰ দাস স্মাৰক বক্তৃতা'ৰ পূৰ্ণ পাঠ।- সম্পাদক*



জন্ম ১৬ মাৰ্চ/১৮৯৯ মৃত্যু ৬ জানুৱাৰী/১৯৮০



অক্ষয় কুমাৰ দাস



অক্ষয় কুমাৰ দাসৰ পত্নী গিৰিবালা দাস
জন্ম ১৯১১  মৃত্যু ১৯৪১




অক্ষয় কুমাৰ দাসৰ পুত্ৰ- কন্যা
বাওঁফালৰ পৰা উত্তৰা চৌধুৰী ব্ৰজেন্দ্ৰ কুমাৰ দাস, উষা দাস



পুত্ৰ ব্ৰজেন্দ্ৰ কুমাৰ দাস, বোৱাৰী দিপালী দাস আৰু
নাতিনী নিলাক্ষী দাসৰ সৈতে অক্ষয় কুমাৰ দাস



মহেন্দ্র ডেকা, মহেন্দ্রমোহন চৌধুৰী আদিৰ সৈতে
অক্ষয় কুমাৰ দাস



মহেন্দ্রমোহন চৌধুৰীৰ সংবৰ্ধনা সভাত অক্ষয় কুমাৰ দাস, চেঙা/১৯৭০



**১৯৩১ চনৰ মাৰ্চত গান্ধী-আৰউইন চুক্তি অনুসৰি জেলৰ পৰা মুক্তি পোৱাসকল**

| | | |
|---|---|---|
| বাওঁফালৰ পৰা | ঃ | (মাটিত বাঁহ চতুৰ্থ জনৰ পৰা ক্ৰমে) লক্ষীধৰ বৰ্মণ, ডাঃ কীৰ্তিনাথ বৰুৱা, পৰশুৰাম শৰ্মা, কালীচৰণ দাস, পদ্মচন্দ্ৰ গগৈ, দেৱ মুদৈ, পূৰ্ণচন্দ্ৰ দত্ত। |
| চকিত বহি | ঃ | ব্ৰজেন মোহন পাঠক, ৰাধিকাৰাম দাস, দেবেন্দ্ৰ চৌধুৰী, হৰেন্দ্ৰ চন্দ্ৰ চৌধুৰী (চিলেট), বিষ্ণুৰাম মেধি (প্ৰেছিডেণ্ট, এপিচিচি), অমিয় কুমাৰ দাস (ভাইচ প্ৰেছিডেণ্ট, গুৱাহাটী জিঃ কঃ কঃ), অক্ষয় কুমাৰ দাস, বেলিৰাম দাস, হেমচন্দ্ৰ বৰুৱা (প্ৰেছিডেণ্ট, গুৱাহাটী জিঃ কঃ কঃ), নৰনাৰায়ণ গোস্বামী, লক্ষীধৰ বৰা, তীৰ্থনাথ শৰ্মা। |
| থিয় হৈ | ঃ | (দ্বিতীয়জন) ৰাজেন কলিতা, উপেন দাস (চতুৰ্থজন), হৰেশ্বৰ শৰ্মা, গোবিন্দ দেৱ শৰ্মা (নৱমজন), ৰাজেন কলিতা (দশমজন) |
| শেষৰ শাৰী | ঃ | উপেন্দ্ৰ দাস, নবীন চন্দ্ৰ দত্ত, দেবেন্দ্ৰ চন্দ্ৰ ঠাকুৰীয়া, ৰমাকান্ত শৰ্মা, বিজয় চন্দ্ৰ ভাগৱতী, চন্দ্ৰ কুমাৰ সাক্সেনা. ভবানী প্ৰসাদ বৰুৱা, গোলোক চন্দ্ৰ পাঠক, সতীশ চন্দ্ৰ কাকতী, দ্বিজেন্দ্ৰ নাথ ভূঞা, কনকলাল নাথ। |



অক্ষয় কুমাৰ দাসৰ পিতৃ মনহৰি দাস



(বাওঁফালৰ পৰা) দয়াল চন্দ্ৰ পাঠক, অক্ষয় কুমাৰ দাস, মুজিবৰ ৰহমান



১৯৩৩ চনৰ এখন আলোকচিত্ৰ

বাওঁফালৰ পৰা (মাটিত) হেমলতা, উত্তৰা (অক্ষয় কুমাৰ দাসৰ কন্যা), প্ৰদীপ চৌধুৰী, জয়মতী, (চকীত বহি) বিৰজা, গিৰিবালা দাস (অক্ষয় কুমাৰ দাসৰ পত্নী), পদ্মাপ্ৰিয়া কাকতী (অক্ষয় কুমাৰ দাসৰ শাহুৱেক), প্ৰমীলা চৌধুৰী, ইলাৱতী মজুমদাৰ, (থিয় হৈ) জগদীশ চৌধুৰী, ধনঞ্জয় কাকতী।



অক্ষয় কুমাৰ দাস



অন্তিম শয়নত অক্ষয় কুমাৰ দাস

# মোৰ হাইস্কুলৰ স্মৃতি

ইং ১৯০৯ চনৰ জানুৱাৰীত বৰপেটা সাহায্য প্ৰাপ্ত হাইস্কুলৰ 9th Class ত নাম লগাওঁ প্ৰাইমাৰী স্কুলৰ বৃত্তি পৰীক্ষা পাছ কৰি। সেই সময়ৰ হাইস্কুলৰ উচ্চতম শ্ৰেণীৰ নাম আছিল 1st Class, Class X নহয়। আকৌ ১৯০৯ চনৰে ছয়-মাহিলী পৰীক্ষাৰ ফলত মই আৰু দুজন 8th Classলৈ প্ৰমোচন পাওঁ, আৰু তাৰে পাছৰ ডিচেম্বৰত হোৱা বছেৰেকীয়া পৰীক্ষাত 7th Classলৈ যাওঁ। লগে লগে শ্ৰেণীৰ নামবো পৰিবৰ্তন আহিল, আৰু ভৰ্তি হোৱা 9th Class খাৰিজ হ'ল— নিম্নতম শ্ৰেণীৰ নাম হল Class III আৰু উচ্চতম শ্ৰেণীৰ Class X।

হেড্ মাষ্টাৰ বা প্ৰধান শিক্ষক আছিল শ্ৰীকালীমোহন গুপ্ত বি.এ.। সেই সময়ত বৰপেটা হাইস্কুল বুলিলেই তিনিজন শিক্ষকৰ কথা মনত পৰে — প্ৰথম হেড্ মাষ্টৰ শ্ৰীকালীমোহন গুপ্ত, দ্বিতীয় শ্ৰীউমাকান্ত দাস আৰু তৃতীয় সংস্কৃত শিক্ষক শ্ৰীলক্ষীকান্ত স্মৃতি-ভূষণ। হেড্ মাষ্টৰ গুপ্ত ডাঙৰীয়া চেহেৰা আৰু আচৰণত কঠোৰতাৰ প্ৰতিকৃতি — চমুকৈ ক'বলৈ হ'লে বৰপেটা হাইস্কুলক প্ৰতিষ্ঠা দিওঁতা। কপালত গাঁথি থুপ খোৱা মুখ, হাতত বেত, ছয় ফুটতকৈ ওখ নিয়মিত শকত শৰীৰ — সাধাৰণ ছাত্ৰৰতো কথাই নাই, অ-ছাত্ৰিক ব্যৱহাৰত বিশেষ নাম কৰা ছাত্ৰৰো আচৰণ স্কুলত সংযত কৰি ৰাখে।

এইখিনিতে গুপ্ত ডাঙৰীয়া অহাৰ আগডোখৰৰ এটি চমু আভাস অপ্ৰাসংগিক নহ'ব। ঠিক আগতে আছিল শ্ৰীগঙ্গেশচন্দ্ৰ ঘটক হেড্মাষ্টৰ। সৰলতা আৰু জ্ঞানত সকলোৰে আদৰণীয়, কিন্তু ধৰ্ম চিন্তা আছিল বেছি। সেই বাবে ছাত্ৰৰ আদৰ্শৰ প্ৰতি মনোযোগ কম হৈ আত্মাৰ সদ্গতিৰ পিনে বেছি ঢাল খালে, সংকীৰ্ত্তনত মুগ্ধ হৈ থাকে। সেই সময়ৰ ছাত্ৰাবাসত সন্ধ্যা খোলৰ বাজনা সৈতে সংকীৰ্ত্তন সদায় শুনা গৈছিল। ফলত ছাত্ৰৰ মাজত পঢ়াৰ ক্ষতি অভিভাৱকসকলে অনুভৱ কৰিব ধৰিলে। ঘটক ডাঙৰীয়াৰো ক্ৰমাৎ ধৰ্ম-চিন্তা বাঢ়ি দিনে-ৰাতি মগ্ন হৈ থাকিব ধৰাত ঘৰৰ পৰা মানুহ আহি ইয়াৰ পৰা লৈ যায়। তাৰ আগতে আছিল এজন বঙালী খ্ৰীষ্টিয়ান হেড্মাষ্টৰ।

এই জনৰ সময়ৰ এটি ঘটনাৰ উল্লেখৰ লোভ সামৰিব নোৱাৰিলোঁ। ছাত্ৰসকলৰ মা সৰস্বতীৰ প্ৰতি ভক্তিৰ অভাৱ নাই কাৰণে বছৰি স্কুলৰ গাতে লাগি থকা ছাত্ৰাবাসত সৰস্বতী পূজা পাতে যদিও বোধহয় ভক্তিৰ প্ৰকৃত আকাৰ বিদ্যা-চৰ্চাৰ অভাৱত স্কুলৰ ফল ভাল হোৱা দেখা নাযায়। পূজাৰ 'ষোড়শোপচাৰ'ৰ অন্তৰ্গত হয়নে নহয় নাজানো — কেৱল পূজাই নহয়, ৰাতি যাত্ৰা-গান আদিৰো বন্দোবস্ত থাকে। এবাৰ তেনেকৈ কেইজনমান নামজাদা ছাত্ৰই পূজাৰ ৰাতি মণিপুৰী গানৰ দিহা কৰিলে। সেই সময়ত আৰু বহুত পাছলৈও এই অঞ্চলত মণিপুৰী গানৰ দল আহি কেবামাহো কটাই বেছ ৰোজগাৰ কৰি নিয়ে। পেটত ভাত নাথাকিলেও গান-বাজনাৰ ৰাপ বৰপেটীয়া ৰাইজৰ মাজৰ পৰা বোধহয় নুগুচিব যি পৰ্যন্ত সত্ৰত বৰ্ত্তমানলৈ চলি থকা বন্দোবস্ত মতে গীত-বাজনা আদি চলি থাকে। হেড্‌মাষ্টৰ ডাঙৰীয়াই খবৰ শুনি তৎক্ষণাত হুকুম দিলে। এই বিষয়ৰ উদ্যোগী ছাত্ৰকেজনে গৈ সংস্কৃত শিক্ষক স্মৃতিভূষণক (জনাজাত নাম 'দেউ'হে) পূজাৰ স্থায়ী পূজাৰী হিচাপে গৈ ধৰিলে ৰাতি গান চাবলৈ আহিবই লাগিব। চৌষষ্ঠি কলাৰ অধিষ্ঠাত্ৰীৰ পূজা উপলক্ষ্যে গান সিয়ো প্ৰায় পূজাৰ অংগই, বোধহয় এনে ভাবতে ৰাতি গান হ'ল, ছাত্ৰসকল আহিল আৰু 'দেউ'ও আহিল। ৰাতি আৰু হেড্‌মাষ্টৰে খবৰ নকৰিলে। পাছদিনা স্কুল বহিছে, শ্ৰেণীত শিক্ষকসকলে পঢ়াই আছে। তেনে অৱস্থাতেই হেড্‌মাষ্টৰে প্ৰত্যেক শ্ৰেণীৰ দুৱাৰ মুখতে থিয় হৈ মুখেৰে কৈ গ'ল ৰাতি গান চোৱাৰ বাবে সকলোৰে বেঞ্চিৰ ওপৰত থিয় হ'ব লাগে। সকলো ছাত্ৰই বেঞ্চিৰ ওপৰত থিয় হ'ল, আৰু যি শ্ৰেণীৰ সেই সময়ত শিক্ষক 'দেউ' আছিল, তাতে বহা চেয়াৰ খনৰ ওপৰতে 'দেউ'ও থিয় হৈ থাকিল। এফালে ছাত্ৰসকল বেঞ্চিৰ ওপৰত আৰু অইনফালে শিক্ষক 'দেউ' চেয়াৰৰ ওপৰত থিয় হৈ আছে — বাহিৰৰ মানুহৰ মনত এটা ধান্দাৰ সৃষ্টি। এনেতে আগতে উল্লেখ কৰা শ্ৰীউমাকান্ত দাস (থাৰ্ড মাষ্টৰ) ডাঙৰীয়া নিজৰ শিকাবলগীয়া শ্ৰেণীলৈ যাওতে এই দৃশ্য দেখি সুধি যেতিয়া গম পালে যে হেড্‌মাষ্টৰৰ হুকুম, তেতিয়া সেই ক্ষীণকায় পুৰুষ জনৰ চিত্তৰ আৰু চৰিত্ৰৰ দৃঢ়তা-উদ্ভূত ৰুদ্ৰমূৰ্তি ধৰি হেড্‌মাষ্টৰৰ আগত গৈ এনে বিচাৰহীন হুকুমৰ প্ৰতিবাদ কৰি ডাঠকৈ কোৱাত হেড্‌মাষ্টৰে সেই হুকুম প্ৰত্যাহাৰ কৰিলে আৰু 'দেউ'ৰ ওচৰত ক্ষমা চালে। অৱশ্যে তাৰে পাছতে এইজনা হেড্‌মাষ্টৰে বৰপেটা এৰি যাব লগা হ'ল।

তাৰ আগতে আৰু এজন বঙালী ভদ্ৰলোক হেড্‌মাষ্টৰ হিচাপে আছিল। জহৰগোবিন্দ কৰগুপ্ত। অলপ দিন থাকিয়ে লগতে অনা ভতিজাক শ্ৰীশ্যামাচৰণ কৰগুপ্তক মোক্তাৰী কৰিবলৈ এৰি থৈ গুচি যায় — লগতে অৱশ্যে কবিৰাজিও চলাইছিল,

যেহেতু ফৰিদপুৰ জিলাৰ মানুহ আছিল। অসমীয়া মানুহে বহু পলমকৈ ইংৰাজী পঢ়া আৰম্ভ কৰে; গতিকে বাহিৰৰ মানুহ শিক্ষক নহ'লে নিৰুপায়। ফলত শিক্ষক বিচাৰি কেতিয়াযে কিহৰ হাতত পৰিছিল, তাৰ সীমা নাছিল। এই সম্পৰ্কতো এটা আমোদজনক ঘটনা ঘটে। তলৰ শ্ৰেণীৰ বাবে ইংৰাজী শিক্ষক নাই। হেড্‌মাষ্টৰ গুপ্ত ডাঙৰীয়াই খবৰ পালে যে বৰপেটাৰে এজন দৰ্জীৰ কাম কৰি আছে এজন বঙালী ইংৰাজী জনা লোকে। হেড্‌মাষ্টৰ গৈ দৰ্জীৰ দোকানত উপস্থিত। দেখে যে মানুহ জন আছে আৰু ইংৰাজী হাতৰ আখৰো বেয়া নহয়। গতিকে তৎক্ষণাত শিক্ষকতাত নিযুক্তি দি পিছদিনা তলৰ শ্ৰেণীত ইংৰাজী পঢ়াব দিলে। পাঠ্য আছিল কলিকতা প্ৰেচিডেন্সি কলেজৰ অধ্যাপক Letterbridge চাহাব আৰু প্যাৰীচৰণ সৰকাৰৰ লিখা First Book of Reading। যিসকলে এই পাঠ্যপুথি পঢ়িছিল তেওঁলোকৰ মনত আছে প্ৰথমতে আখৰ জোঁটনিত কেইটামান শব্দ জোঁটোৱা Lesson। নতুন শিক্ষকজনে অতি আগ্ৰহেৰে শিকাব ধৰিলে — Could শব্দৰ উচ্চাৰণ "কাউল্ড", Should শব্দৰ উচ্চাৰণ "শাউল্ড", Would শব্দৰ উচ্চাৰণ "আউল্ড" ইত্যাদি। হেড্‌মাষ্টৰ ডাঙৰীয়াই আতুৰত পৰি আনিছিল যদিও কি কৰে কি নকৰে তাক বুজিবলৈ শিকোৱা আৰম্ভ কৰাৰ লগে লগেই মনে মনে খোটালিৰ দুৱাৰ মুখত বাহিৰে নেদেখাকৈ কাণ পাতি শুনি আছিল — উচ্চাৰণৰ ৰকম দেখি ভিতৰলৈ সোমাই গৈ শিক্ষকজনক অফিচলৈ মাতি নি ক'লে যে আৰু শিক্ষকৰ প্ৰয়োজন নাই, তেওঁ যাব পাৰে। বেচেৰা শিক্ষকে কি ভুল হ'ল তাক নুবুজাকৈয়ে স্কুলৰ পৰা গ'ল আৰু ইজ্জতৰ কথা হোৱা বাবে লগে লগে বৰপেটাকে এৰিলে। স্থানীয় শিক্ষকৰ অভাৱৰ সুবিধা লৈয়ে পূৰ্ববংগৰ এজন ডেকাই বি.এ. পাছ বুলি কৈ চাকৰিত ভৰ্তি হয়। দুদিনমানতে বিদ্যাৰ মাত্ৰা ধৰা পৰাত (উমাকান্ত দাস, থাৰ্ড মাষ্টৰৰ হাতত) সেই শিক্ষকজনে বুধিয়কৰ দৰে এখন জাল চিঠি দেখুৱাই চাকৰি এৰি গুচি যায়। কিন্তু তেওঁৰ দুৰ্ভাগ্য যে কেবা ঠাইতো এনে ব্যৱহাৰৰ বাবে ধৰা পৰাত এঠাইত তেওঁৰ ওপৰত ফৌজদাৰী ৰুজু হ'ল — সেসনস্ কোৰ্টত। তালৈ সাক্ষী দিবলৈ হেড্‌মাষ্টৰ গুপ্ত ডাঙৰীয়া, মেনেজিং কমিটিৰ সম্পাদক অভয়চৰণ উজীৰ আৰু সভ্য মনহৰি দাস ৰংপুৰ জিলা আদালতলৈ যোৱা আমাৰ মনত আছে।

মনত পৰাত হেড্‌মাষ্টৰৰ দৰমহা মাহে ৭৫.০০ টকা আছিল। মুঠ ছাত্ৰসংখ্যাৰ উৰ্ধতম ১৫০ জন, কেতিয়াবা কম হৈ ১০০ জনবো কম হ'লে মেনেজিং কমিটিৰ হাহাকাৰ লাগে — ছাত্ৰ বিচাৰিব ধৰে। কিন্তু পায় ক'ত? ১৯১০ চনৰ পিয়লত এই মহকুমাৰ জনসংখ্যা ১১০, ০০০ জন। টাউনৰ ১০ মাইলৰ ভিতৰত ১০ হেজাৰ মানুহো নাছিল — ১৮৯৭ চনৰ ভূমিকম্পত এই এলেকাটো ৬/৭ ফুট বহি দ হয় —

ফলত বাৰিষা সেই পৰিমাণে পানীয়ে ডুবাই ৰাখে — গতিকে তাৰে মন্দিয়া, জনিয়া, বাঘবৰ, আৰু গাতে লাগি থকা সুন্দৰীদিয়া, বামুণা, বাৰাদি, কেওটকুছি, পাটবাউসী, নসত্ৰ, গণককুছি, শিলা, বাতিকুৰিহা, বাৰাগাওঁ, খগুকাৰপাৰা আৰু বৰবিলৰ বাহিৰে সকলোবোৰ গাওঁভৰ্তি মানুহ দহোদিশে গুচি যায় — ফলত অৰণ্য হৈ উঠে। যদিও সকলো প্ৰকাৰ বনৰীয়া জন্তু আৰু মাছৰ সুখৰ আবাস হৈ উঠিছিল, তথাপি তাক অভয়াৰণ্য বুলি যেন নাভাবে কোনেও - মানুহে মাছ আৰু জন্তু চিকাৰত বৰ সুখ পাইছিল। তাৰে ভিতৰতে কিন্তু দক্ষিণৰ চাচৰা গাওঁ বাঘৰ উপদ্ৰৱতে পিছত ভাঙিল। মহকুমাৰ ভিতৰত এৰেকেখন হাইস্কুল — তেও পঢ়োঁতা নাই। নিজে ঘৰ বান্ধি ল'ৰা হোৱাৰ সংগতি থকা পৰিয়ালৰ দুই-এটাইহে তেনেকৈ ল'ৰা ৰাখি পঢ়াইছিল — বাকী সকলোবিলাক ঘৰত ভাত খাই খোজ কাঢ়ি আহি স্কুল কৰা ছাত্ৰ — Bus তো কল্পনাৰো বাহিৰ, Bycycle ও। এই অসুবিধা বুজিয়ে ভুক্তভোগী শ্ৰদ্ধেয় শ্ৰীকামেশ্বৰ দাসে পাছত বজালীৰ জনমত গঠন কৰি পাঠশালাত হাইস্কুল স্থাপন কৰে — আৰু সেয়ে আজি ডাল-পাত মেলি এটি বৃহৎ অনুষ্ঠানত পৰিণত হৈ শেষত বজালী কলেজৰো জন্মদাতা হৈ গুটিতকৈ গছ ডাঙৰ কথা প্ৰমাণ কৰিছে।

দ্বিতীয়জন শিক্ষক স্বৰ্গীয় উমাকান্ত দাস। অংক, ইংৰাজী, অসমীয়া সকলো বিষয়তে গভীৰ জ্ঞান। সংস্কৃততো ভাল ব্যুৎপত্তি। সেইবাবে পুৰণি অংকীয়া নাটৰ চৰ্চা নিজ বংশৰ পুৰুষানুক্ৰমিতাৰ সুবিধা লৈ ভালকৈ কৰি আৰু সংস্কৃত নাটকৰো আৰ্হি বজাই ৰাখি গীতাভিনয় শ্ৰেণীৰ বহু নাট ৰচনা কৰে। সেয়ে বৰপেটা সত্ৰৰ দৌল-দোমাহিৰ সময়ত পৰম আনন্দৰ যোগান ধৰিছিল। অংকৰ প্ৰতি মনোযোগ ইমান আছিল যে কেতিয়াবা কেতিয়াবা আমাৰ শ্ৰেণীলৈ আহোঁতেও হাতত অংকৰ কিতাপ আৰু লিখা চক্ ডোখৰ (বিশেষকৈ Algebra) লৈ আহি চকীত বহিয়ে টেবিলতে অংক কৰাত লাগি যায় — ল'ৰাই হাই-গোলমাল কৰি কৰি যেতিয়া উচ্চস্তৰ পায়, তেতিয়া মাথোঁ এবাৰ খংকৈ থিয় হৈ এটা ডাবি মাৰি "Monkeys are chattering" "বান্দৰবোৰৰ বৰ আনন্দ হৈছে" আদি গালি পাৰে।

এইজনা শিক্ষকেই আমাক কোৱা মনত আছে যে ১৮৬৫ চনত প্ৰথমে হাইস্কুল স্থাপন হয়, কিন্তু অলপ দিন চলিয়েই ছাত্ৰৰ অভাৱত পুনৰ মাইনৰ স্কুল হয়। আৰু ২/১ বছৰ পাচতেই দ্বিতীয় বাৰত স্থায়ী হাইস্কুল হয়। এইজনা শিক্ষকৰ অংকৰ জ্ঞানৰ আৰু এটা কথা আমাৰ মনত আছে। তেতিয়া D.P.I. নাছিল Inspector of Schools হে আছিল। আৰু Mr. Booth নামে এখন amputated ঠেঙে সৈতে এজন অংকত বিদগ্ধ পণ্ডিত Inspector বৰপেটা স্কুল পৰিদৰ্শনলৈ আহে।

স্বৰ্গীয় উমাকান্ত দাসৰ শ্ৰেণীত সোমাই দেখে যে এটা অংক কৰি তেওঁ ঠিক শেষ কৰিছেহে — সুধিলে যে সেই method টো ক'ত পাইছে? শিক্ষকজনাই উত্তৰ দিলে, "ক'তো পোৱা নাই; নিজে ভাবি উলিওৱা।" তেতিয়া Mr. Booth এ বোৰ্ডৰ অংকটো মচি পেলাই এটা অংক লিখি দি শিক্ষকজনক অংকটো কৰিবলৈ ক'লে। অংকটো টান আৰু নতুন ধৰণৰ বাবে কৰোঁতে সময় লাগিল; কিন্তু কৰিলে ইবাৰো method নতুন। বুথ চাহাবে সোধাত ইয়াৰো জবাব দিলে যে method পোৱা নহয় — নিজে উলিওৱা। উমাকান্ত দাস ডাঙৰীয়াক বখানি ধন্যবাদ দি Inspector চাহাব ওলাই গ'ল। সকলো কথা বিবেচনা কৰিয়ে মেনেজিং কমিটিয়ে হেড মাষ্টৰতকৈ এইজন শিক্ষকৰ পৰামৰ্শত বেছি গুৰুত্ব দিছিল।

সেই সময়ত হাইস্কুল চলোৱা আৰু আজি চলোৱা — স্বৰ্গ-মৰ্ত্য তফাৎ। আজি ৰাইজ আৰু চৰকাৰে অকাতৰে স্কুল-কলেজ পতাত পইচা খৰচ কৰে। তেতিয়া স্কুলৰ বাবে দান-সংগ্ৰহৰ খাটনি এতিয়াও আমাৰ চকুৰ আগত ভাঁহি আছে। স্বৰ্গীয় লক্ষ্মীনাথ নবীশ আৰু অভয়চৰণ উজ্জীৰ দুয়োজনে বহুসময়ত দুই-আঢ়ৈ হাত বেৰৰ শাল কাঠৰ নাওখনৰ গুৰাত বহি এজন কচিৎ দুজন নাওবোৱা মানুহৰ সহায়ত পুৱাই ৰাওনা হয় দূৰৰ গাওঁবোৰলৈ দান সংগ্ৰহৰ বাবে। বাৰিষা বৰপেটাৰ ভিতৰতো আৰু চাৰিওপিনৰ পথাৰবোৰত ৬/৭ হাত দ পানী — হঠাৎ পছোৱা আহিলে খৰ-খেদাকৈ তল নোহোৱাকৈ থকা নল-খাগৰিৰ জোপাৰ ভিতৰত নাও সোমাই প্ৰাণ ৰক্ষা কৰিলে ভাল - নহ'লে বিপদ। এনেকৈ ওৰে দিনটো ঘূৰি যদি গধূলি কুৰিটি টকা হাতত আনিব পাৰে তেন্তে সংগ্ৰাহকসকলে নিজকে ধন্য মানিছিল।

শিক্ষকসকলৰ খাটনিৰো এটা উদাহৰণ নিদি নোৱাৰিলোঁ। আজিৰ দৰে তেতিয়া স্কুলত কেৰাণী নাছিল। আমি যেতিয়া Class IV পাওঁ তেতিয়া leisure hour সৃষ্টি হয় — ইয়াৰ আগতো এটা আৰু পিচতো এটা বিষয়ৰ অধ্যাপনা। Class IV আমাৰ এই মুঠ ৬ Period ৰ ৫ Period শিক্ষা ˚দেবেন্দ্ৰনাথ দেৱ মিশ্ৰৰ হাতত (জনাজাত 'দেবী বাপু' বুলি), বাকী Period টো 'দেউ'ৰ। হাতৰ আখৰৰ ঠগৰ আৰু ভাল ইংৰাজী লিখাৰ গুণতে হেড্‌মাষ্টৰ গুপ্ত ডাঙৰীয়াই অফিচৰ সকলো কাম 'দেবী বাপু'ক জাপি দিছিল। কেতিয়াবা হয়তো শ্ৰেণীত পঢ়াই থাকোঁতে এটা বাক্যৰ আধাহে পঢ়া হৈছে — ওচৰৰ খিৰিকীৰ মুখত আহি হেড্‌মাষ্টৰে দিলে 'দেবী বাব' বুলি মাত। তৎক্ষণাত 'দেবী বাপু' Class ৰ পৰা ওলাই গৈ অফিচ কামত সোমাল। এনেকৈ ৪৫ মিনিটৰ Period টো গড়ে আধাঘণ্টাও শিকোৱা নহয়। কিন্তু পাঠ্য-তালিকা শেষ নহওঁতেই পৰীক্ষা আহি পোৱা কথা আমাৰ সময়ত নাছিল। শিশুৰ

নিচিনা সৰল আছিল এই 'দেবী বাপু'।

তৃতীয় জন শিক্ষক ˚লক্ষ্মীকান্ত স্মৃতি-ভূষণ সংস্কৃত শিক্ষক। ইংৰাজীৰ লগত পৰিচয় নাই, বৰ সৰল প্ৰকৃতিৰ। তলৰ শ্ৰেণীৰ অসমীয়াও শিকাইছিল। সাধুকথা শুনিবৰ মন গ'লে ৪/৫ জন ছাত্ৰ গৈ ওচৰত সেৱা-কাবৌ কৈ ধৰে — 'দেউ'ও তৎক্ষণাত সন্মত, কিন্তু সদায় এটা চৰ্ত — ছাত্ৰসকলে পাঠ্যপুথিৰ কোনো বিশেষ এটা পৃষ্ঠা উলিয়াই হাতত লৈ থাকিব, আৰু 'দেউ'ই যেতিয়াই 'দে বাছা কৌ' বুলি কোনো প্ৰশ্ন সোধে, তেতিয়া যি কোনোজনেই তাৰ জবাব দিব লাগিব। এই চৰ্ত আৰোপিত হৈছিল হেড্‌মাষ্টৰৰ ভয়ত। ফলত জোতাৰ শব্দ বাহিৰত শুনিলেই হেড্‌মাষ্টৰ অহা বুলি কেতিয়াবা অইন শিক্ষক আহিলেও তেনে প্ৰশ্ন কৰিছিল আৰু এইটো প্ৰমাণ হ'লে সাধু কথাতকৈ বেছি নহ'লেও সমান ৰসৰ সৃষ্টি হৈছিল। সদায় সাধু কথাকে নকৈছিল, কেতিয়াবা 'হংসদা' সংস্কৃত টোলৰ জীৱনৰ বাস্তৱ ঘটনাৰ সংস্কৃত সাহিত্যৰ ৰসৰ সহায়ত বৰ সৰসকৈ কৈছিল। ফলত ছাত্ৰৰ হাঁহিত পেটৰ নাড়ী ছিঙে। ছাত্ৰৰ প্ৰতি মৰমৰ এটা নমুনা দিছিল। ডঃ বাণীকান্ত কাকতি তেতিয়া Class IX পঢ়ে। সংস্কৃতত বছৰেকীয়া পৰীক্ষাৰ কাকত 'দেউ'ই চাই ইমান সুখ পাইছে যে প্ৰত্যেক প্ৰশ্নৰ নম্বৰ দিওঁতে দিওঁতে শেষত মুঠ নম্বৰতকৈ বেছি দি থৈছে। হেড্‌মাষ্টৰে পাই অৱস্থাটো বুজিছে, কাৰণ ডঃ কাকতিৰ সকলোকেইটা বিষয়তে মুখাফুটা জ্ঞান। তথাপি ৰং কৰি হেড্‌মাষ্টৰে সোধাত 'দেউ'ই ক'লে 'বাপ, লিখাত ইমান ভাল হৈছে যে অলপ বেছি নিদি নোৱাৰিলোঁ'। বোধহয় সংস্কৃতত প্ৰতিভা দেখিয়েই ডঃ কাকতি বি.এ. পঢ়িবলৈ কলিকতাৰ Presidency কলেজত নাম লগোৱাত ইংৰাজীৰ পৰি ৱৰ্তে সংস্কৃতত অনাৰ্চ পঢ়িবলৈ তাৰে অধ্যাপক আৰু সেই সময়ত প্ৰখ্যাত-পণ্ডিত আশুতোষ শাস্ত্ৰীয়ে বৰকৈ কৈছিল।

বহুদিনলৈ স্কুলৰ পৰীক্ষাৰ ফল সন্তোষজনক নহয় — ল'ৰাই প্ৰথম বিভাগ নাপায়েই। শিক্ষকৰ অভাৱ এটি ডাঙৰ কাৰণ। শেষত অনুমান ১৯০৩ চনত শ্ৰীভৰত চন্দ্ৰ দাসে প্ৰথমে প্ৰথম বিভাগত এট্ৰেন্স পৰীক্ষাত পাছ কৰে, প্ৰতিযোগিতামূলক বৃত্তি সহ এটি সোণৰ মেডেলো লাভ কৰে। সেই বছৰত হেনো অসমত মুঠতে তিনি জনে প্ৰথম বিভাগ পাইছিল। শিক্ষা বিভাগৰ ছাব-ইন্সপেক্টৰ হৈ থাকোঁতে ঘোঁৰাত উঠি স্কুল পৰিদৰ্শনলৈ যাওঁতে হঠাৎ ঘোঁৰাৰ ভৰিৰ খোজ পৰি এখন ঠেং দুডোখৰ হৈ ভাগি প্ৰায় এবছৰকাল ভুগি পিছত স্থানীয় হাইস্কুলতে শিক্ষক হিচাপে নিযুক্ত হয় সেই সময়ৰ ডিৰেক্টৰেট চাহাবৰ মৰমত। বিভাগীয় quinquennial Report তো এখেতৰ নাম গৌৰব কৰিব পৰাকৈ উঠে। শেষত ১৯২১ চনত যেতিয়া মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ ঢৌ গাত লাগিল, তেতিয়া সহপাঠীসকলৰ ভিতৰত ˚জগন্নাথ প্ৰসাদ দাস

উকীলে ওকালতি বৰ্জন কৰি সংগঠনৰ কামত লাগে। সেই কামতে গাঁৱে-ভূঁয়ে ফুৰি থাকোঁতে হঠাৎ সন্নিপাত জ্বৰত আক্ৰান্ত হৈ তেতিয়াৰ সুচিকিৎসাৰ অভাৱত অজ্ঞান অৱস্থাতো মহাত্মা গান্ধীৰ নাম লৈ প্ৰাণ ত্যাগ কৰে। আৰু এজন সহপাঠী কন্দৰ্প কুমাৰ বৰুৱাই শিক্ষকতা কাম ইস্তফা দি কংগ্ৰেছৰ কামত যোগ দি ১৯২১ চনতে তিনিমাহ ফাটেক খাটে। এই স্কুলৰ প্ৰাক্তন ছাত্ৰসকলৰ ভিতৰত সেই সময়ত আন্দোলনত যোগ দি কাৰাবৰণ কৰা চকুত পৰা সকল হৈছে ঁধনীৰাম তালুকদাৰ আৰু শ্ৰীদেবেন্দ্ৰ নাথ উজীৰ। শ্ৰীপ্ৰভাত চন্দ্ৰ দাস আছিল মৌলিক চিন্তাৰ মানুহ। আড়ম্বৰবিহীন জীৱন আৰু নিজৰ ভাত নিজে মোকোলোৱা নীতিত বিশ্বাসী হৈ হালৰ মুঠিত ধৰি হাল বাই খেতি কৰে আৰু নিজে নেঠী-ধুনি পাঁজি কৰি সূতা কাটি নিজে কাপোৰ বই লয়। প্ৰথম অৱস্থাত তৈয়াৰী কাপোৰ দেখিলে ভয়লগা — যেন চট কাপোৰহে। কিন্তু নিৰ্বিকাৰভাৱে তাকেহে ব্যৱহাৰ কৰিছে। অইন বৈশিষ্ট্যপূৰ্ণ কাম হৈছে চাবোন, বিস্কুট, পাউৰুটি আৰু মিৰিজিন আমাৰ ইয়াত প্ৰথম তৈয়াৰ কৰা। আজিৰ নাম কৰা চাবোনৰ অনুষ্ঠান 'ভাস্কৰ কেমিকেল ৱাৰ্কছ'ও শ্ৰীভৰত চন্দ্ৰ দাস ডাঙৰীয়াৰে দিহা আৰু শিক্ষাপ্ৰসূত। ঈশ্বৰবিশ্বাসী আৰু ধৰ্মপৰায়ণ দাস ডাঙৰীয়াই লিখা অসমীয়া বৈষ্ণৱ ধৰ্মৰ আলোচনামূলক কেইখনমান পুথি ছপাৰ বাবে তৈয়াৰ হৈ আছে। এই দৃঢ় চিত্ত নীৰৱ কৰ্মী জনা এতিয়া গুৱাহাটীত থাকে।

আগতে স্কুলৰ উত্তৰ-সীমাৰ আলিটো দ আছিল। ফলত বাৰিষা ছাত্ৰৰ কানি-কাপোৰ ভিজা, সোঁতত হাতৰ কিতাপ-বহী ভাঁহি যোৱা দৃশ্য সঘনে দেখা গৈছিল। কিন্তু প্ৰত্যেকজন ছাত্ৰই সাতোঁৰত পটু আছিল বাবে ঈশ্বৰৰ অনুগ্ৰহত প্ৰাণ-হানি নহৈছিল। স্কুলৰ সতে লাগি থকা খেল-পথাৰখনতে তেতিয়াৰ ছাত্ৰসকলে তিনিভাগ হৈ ক্ৰিকেট খেলা পাতিছিল। আধুনিক round hand bowling তেতিয়াও আমাৰ ইয়াত অহা নাই, প্ৰথম Bowler হৰিনাথ ডাক্টৰ। ১৯১৫ চনত নিম্ন আসাম খেল প্ৰতিযোগিতাত গুৱাহাটীত আমি উক্ত দাসৰ আৰু অন্যান্য খেলুৱৈসকলৰ পটুতাৰ গুণত জয়ী বঁটা লাভ কৰোঁ। ফুটবলৰ মান বৰ আমোদজনক আছিল। দুজন বলিষ্ঠ খেলুৱৈ যদি বল গৈ মুখামুখি হয়, তেন্তে বল আঁতৰত পৰি থাকিব দুয়োজনে একোখন হাত কাষত বান্ধি লৈ সেই দুজনৰ এনে খুন্দাখুন্দি লাগে যে এসময়ত বলৰ পৰা বহু আঁতৰত পায়গৈ — মাথোঁ হাতখন কাষত বন্ধা থাকিব লাগে। Hand ball সূত্ৰও বেলেগ আছিল। হাত আৰু বলৰ সহযোগ ঘটাত যদি খেলুৱৈজনে 'not willingly' বুলি কয় তেন্তে Hand ball নহয়।

অৱশেষত সেই সময়তে স্কুলৰ হাউলিক গাম্ভীৰ্য ৰূপ দিয়াৰ বৰ বৰ জাম

আৰু কেন্দু গছ কেইজোপাৰ উল্লেখ নকৰিলে অকৃতজ্ঞ হ'ম। এই জামকেইডালে কেৰাজনৰো ওপৰৰ পৰা পেলাই হাত ভৰি ভাঙে আৰু নভঙাবিলাকৰ ভিতৰত বহুতৰে গুপ্ত হেড্‌মাষ্টৰৰ বেতৰ কোবত গাৰ ছাল ফাটে। হেড্‌মাষ্টৰৰ বাহিৰে বাকী শিক্ষকসকলক অস্ত্ৰ যোগাইছিল কেন্দু গছকেডালে। কেন্দুৰ ঠাৰিৰে যেতিয়া কোব ধৰে তেতিয়া জানিবা শিক্ষকজন সাক্ষাৎ ৰুদ্ৰৰ অৱতাৰ! কিন্তু আমাৰ এজন সহপাঠীয়ে (তেওঁ আজিও জীৱিত) এই কেন্দুৰ ঠাৰিৰ কোবক অভিনৱ উপায়ে পৰাস্ত কৰিছিল — এটি ডাঠ-কাপোৰৰ কোট চোলা প্ৰায় পিন্ধি আহে, শিক্ষকে কোব খোৱাৰ যোগ্য দেখি কোবাব আৰম্ভ কৰে আৰু সহপাঠী জনে লগে লগে কোটচোলাটোৰ পিছৰ ফাল্লৰ তলমূৰটো টানি ধৰি গাৰ পৰা আঁতৰ কৰি ৰাখে — ফলত শব্দ হয় কিন্তু সহপাঠী নিৰ্বিকাৰ। তেতিয়া 'দেউ'ই কয় — 'উঃ বাছা, ই মাইৰ চালোই' (অৰ্থাৎ মন্ত্ৰেৰে কোবৰ দুখ অইন ঠাইত আৰোপ কৰে)।

মুঠতে হাইস্কুলৰ নিয়মানৱৰ্তিতাত শিক্ষকসকলৰ যি বৰঙণি আছিল, কেন্দু গছকেডালে পাৰিলে তাৰ সমভাগীয়ে হ'ব খোজে। বৰ্তমান স্কুলঘৰ আৰু খেল-পথাৰৰ সীমাত থিয় হৈ থকা কেন্দুডালেও সদায় যেন সীমা ৰক্ষক হিচাপেহে কাম কৰি আছে — 'মোৰ পশ্চিমেহে খেল-ধেমালি পূবে কিন্তু লেখা পঢ়াহে।' কিন্তু Lord Tennyson ৰ 'Fist made and latest life of all knight' দৰে এই শেষ গছ ডালৰো মানসিক অৱস্থা বুজা টান।

আমাৰ হাইস্কুল স্থাপনৰ ১০০ বছৰ হৈ গ'ল — আমি কিছুমানে ৩/৪ পুৰুষ ধৰি এই স্কুলত পঢ়াৰ সুবিধাও পালোঁ — কিন্তু কিমানে এই যুক্তিকৰ প্ৰকৃত ব্যৱহাৰ কৰিছোঁ, তাক যদি চিন্তা কৰি চাই বুজা ত্ৰুটিবোৰ সাধ্যানুযায়ী গুচাবলৈ আজিৰ তৰপে চেষ্টা কৰে তেন্তে প্ৰতিষ্ঠাতাসকল কৃতকৃত্য হ'ব, পূৰ্ববৰ্তীসকলে ধন্য মানিব আৰু পৰৱৰ্তীসকলে শলাগ মানি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাব। ●

---

*বৰপেটা চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ (১৯৭১)ত প্ৰকাশিত। উক্ত বিদ্যালয়ৰ সৌজন্যত পোৱা গৈছে।*

# অসম বিজ্ঞান সমিতিৰ
# বৰপেটা (পঞ্চদশ) অধিৱেশন
## অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ
ইং ১৯৭১, ১৪ ফেব্ৰুৱাৰী।

শ্ৰদ্ধেয় সভাপতি মহোদয়, বিশিষ্ট অতিথিসকল আৰু প্ৰতিনিধিবৰ্গ —

জ্ঞান চৰ্চা আৰু বিস্তাৰৰ পবিত্ৰ মাধ্যম এই অধিৱেশনলৈ বৰপেটা ৰাইজৰ হৃকে আমাৰ সাদৰ অভিনন্দন গ্ৰহণ কৰক। মহাপুৰুষসকলৰ বেদোপনিষদ চৰ্চা আৰু পবিত্ৰ ভাগৱতী ধৰ্মৰ সম্প্ৰসাৰণৰ প্ৰধান কেন্দ্ৰ এই পবিত্ৰ ধামলৈ আপোনাসকলৰ শুভাগমনত বৰপেটাৰ ৰাইজ পৰম আনন্দিত — মাথোন একেটা চিন্তা উপযুক্ত সেৱা-শুশ্ৰূষা হয় নে নহয়। কিন্তু জ্ঞান-বিজ্ঞানৰ পথ অনুগামীসকল আশুতোষ বুলি জানি আমি একপ্ৰকাৰ নিশ্চিন্ত।

অসম বিজ্ঞান সমিতিৰ বৰপেটা শাখা ১৯৬৭ চনত স্থাপিত হয় — বৰপেটা চহৰৰ কলেজ আৰু স্কুলৰ বিজ্ঞান শিক্ষক আৰু ছাত্ৰসকলৰ উদ্যোগত। বৰ্তমান এই শাখাৰ যি কাৰ্য-নিৰ্বাহক কমিটি সি তৃতীয় বাৰ গঠিত। ইয়াৰ বৰ্তমান সাধাৰণ সভ্যৰ সংখ্যা ৪৫ জন আৰু ছাত্ৰ সভ্য ১৫০ জন। বৰপেটাৰ হাৱা-বতাহত বিজ্ঞান-বিষয়ৰ আলোচনা পতা সম্ভৱ কৰি তোলা বাবে বৰপেটা শাখাৰ সভ্যসকলকো ৰাইজে ধন্যবাদ জ্ঞাপন কৰিছে।

বৰপেটা অঞ্চল পিছ পৰা নাছিল — অৱশ্যে আমি বৰ্তমান তৰপ অধিবাসীয়ে আমাৰ আলস্য, নিৰ্জীৱতা আৰু কিছু ঠেকমনা ভাৱৰ সমবায় তৈয়াৰ কৰি এই অঞ্চলটো অইন প্ৰায় অঞ্চলতকৈ পিছুৱাই ৰখাত সফল হৈছে। বৰপেটাৰ বণিয়াৰ সোণা-ৰূপাৰ কাম, মিস্ত্ৰীৰ কাঠৰ কাম, কঁহাৰৰ কাঁহৰ কাম, কমাৰ আৰু কুমাৰৰ নিজা নিজা কাম আৰু বৰপেটাৰ তিৰোতাসকলৰ তাঁতৰ নিপুণতা অতি প্ৰশংসনীয় আছিল; কিন্তু আজি সেইবোৰ শিল্পৰ অস্তিত্বও বিলুপ্তপ্ৰায়। ইয়াৰ কাৰণ প্ৰধানতঃ আমাৰ শ্ৰমবিমুখতা।

আজি আমি বাহ্যিক আড়ম্বৰত বেছি আকৃষ্ট। পশ্চিমৰ মোহততো পৰিলোঁৱেই, আনকি ভাৰতৰ ভিতৰত অতি পিছপৰা ৰাজ্য বিশেষৰ অতি গৰীব শ্ৰেণীৰ নকল কৰি তেওঁলোকৰ ব্যৱহাৰ কৰা "চুখা" ওৰফে "চুৰ্ত্তি"ৰ আমাৰ মাজত বিচুৰ্তি খাব লগা ব্যৱহাৰ আৰু খ্ৰীষ্টীয় নৱম শতিকাতে মনুস্মৃতিত আলি-বাটত থু-খেকাৰ পেলোৱা নিষিদ্ধ কৰা জনস্বাস্থ্য সম্পৰ্কীয় নীতিৰ আমাৰ স্কুলবোৰৰ তলখাপৰে পৰা স্বাস্থ্য-নীতিৰ পাঠ্য কিতাপ পঢ়ি উঠি ডাঙৰ হৈ বাটে-ঘাটে থুই পেলাই আলিবাট কুদৃশ্য আৰু অস্বাস্থ্যকৰ কৰি তোলা কঠোৰ বাস্তৱৰ চিন্তা কৰি চালে বিজ্ঞানৰ ব্যৱহাৰ কৰিব আমি নাৰাজ যেনহে লাগে। আগেয়ে কৈছোঁ বৰ্তমান সকলে একমত হৈ অঞ্চলটো পিছুৱাই ৰাখিছোঁ। গতিকে ইয়াত পদাৰ্থ-বিজ্ঞান, ৰাসায়ন শাস্ত্ৰ বা অংক শাস্ত্ৰত গৱেষণা সম্ভৱ নহয়। কিন্তু কুটিৰ শিল্প সম্পৰ্কীয় আৰু জনস্বাস্থ্য বিধিৰ যিটো বৈজ্ঞানিক ফাল তাকো আমি বিদায় দিছোঁ।

আমাৰ শেষ আশা বিজ্ঞান বিষয়ৰ ছাত্ৰসকল। তেওঁলোকে যদি জ্ঞান লাভ কৰি তাক কামত খটায় তেন্তে আমাৰ সমাজ ৰক্ষা পৰিব, নহ'লে সমূলে নিৰ্মূল। আপোনাসকল কেৱল বিজ্ঞান বিষয়ৰ শিক্ষা লাভ কৰাই নহয় বহুতেই তাৰ অধ্যাপনাৰ কামো কৰে। আমাৰ সমাজৰ জীৱনত যদি এতিয়াও বিজ্ঞানৰ সুশিক্ষাৰ প্ৰৱৰ্তন কৰা বিষয়ত ছাত্ৰসকলক ব্ৰতী কৰে তেহে আমাৰ ভবিষ্যৎ বজাই থাকিব — নহ'লে আমাৰ ধ্বংস অনিবাৰ্য। বিজ্ঞান সমিতিৰ কৰ্মপন্থাত জনসাধাৰণৰ মাজত বৈজ্ঞানিক নীতিৰ প্ৰচাৰো অন্তৰ্ভুক্ত দেখি আমি আশ্বস্ত।

যদিও আমি খেতিৰ কথাতে হ'ক বা গাৰ্হস্থ্য জীৱনৰ অইন কথাতে হ'ক এই চহৰৰ পৰা ছয় মাইল দক্ষিণে থকা লেহি গাঁৱত জন্ম গ্ৰহণ কৰা ডাক পুৰুষৰ বচন মাতিয়ে সিদ্ধান্তত উপনীত হৈ আছো। আধুনিক উদ্ভিদ বিজ্ঞান আৰু জীৱতত্ত্বৰ কথাই আমাক এতিয়াও বিশেষ আমনি দিব পৰা নাই। আমি পুৰণিকো হেৰুৱাইছোঁ, নতুনৰ ভালকো ধৰিব খোজা নাই। চিকিৎসা বিষয়ত আমাৰ এই অঞ্চলত আগতে আয়ুৰ্ব্বেদৰ বিশেষ সমাদৰ আছিল। কিন্তু বৰ্তমানে ডাক্তৰী বিদ্যাৰ আবিৰ্ভাৱৰ লগে লগে আয়ুৰ্ব্বেদৰ প্ৰায় অন্তৰ্ধান সাধন হৈছে। হ'ক কথা নাছিল, যদি আমি একাগ্ৰতীয়াভাৱে আধুনিক ডাক্তৰী বিদ্যাৰ উৎকৰ্ষ সাধনত ব্ৰতী হলোঁহেঁতেন। কিন্তু আমি হৈছোঁ জানোঁ?

চলি থকা মানুহ-পিয়লৰ হিচাপত কি ওলায় কব নোৱাৰোঁ, যোৱা পিয়লৰ মতে বৰপেটা মহকুমাখন বস্তি হিচাপে অসমত দ্বিতীয় ঠাই অধিকাৰ কৰিছে — বৰ্গমাইলত প্ৰায় ৫০০ জন। ইপিনে ইয়াত শিল্পৰ নাম গোন্ধেই নাই — পুৰণি যি আছিল তাকো এৰিছে। আমি আশা ৰাখিছোঁ যে বিজ্ঞান সমিতিৰ কাৰ্যাৱলীয়ে আমাৰ

মাজত শিল্প-বিজ্ঞানৰ ভাব প্ৰচাৰ কৰিব পাৰিব — শিল্প বোলোঁতে ডাঙৰ ডাঙৰ মৰাপাটৰ কল, চেনিৰ কল বা কাপোৰৰ কলৰ কথা কোৱা নাই — সেইবোৰ পতাৰ ফলত আমাৰ ৰাজ্যত বস্তিৰ ঘনতা আৰু খোৱা বস্তুৰ দাম বঢ়োৱাত বাহিৰে কিমানে লাভৱান হৈছে সন্দেহ। যদি আমি খাপে খাপে উন্নতিৰ পথ লওঁ তেন্তে আমাৰ সুতি-সন্ততিৰ বাবে পৃথি ৰীত মূৰটো ৰাখিবৰ ঠাই এডোখৰ থাকিব। যদি আমি আকাশত চাং পাতি ডাঙৰ পৰিকল্পনাত মুগ্ধ হৈ থাকো তেন্তে ইতো নষ্ট অতো ভ্ৰষ্ট নিশ্চিত — শিল্পৰ ভাগতো নাপামেই, থকা ঠাই ডোখৰো পৰৰ হাতত যাব, আৰু যোৱাৰ মূৰ বহিছেই।

অভ্যাগতৰ আগত গৃহস্থৰ দুখ বৰ্ণনা বিধি সংগত নহয় -- কিন্তু আপোনাসকল কেৱল অতিথিয়েই নহয়, উপদেষ্টাও। আশাকৰো আমাৰ দুখ বৰ্ণনাত অসন্তুষ্ট নহ'ব।

ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা অসম বিজ্ঞান সমিতিৰ উদ্দেশ্য সফল হ'ক, অসমৰ জনসাধাৰণ নতুন যুগৰ সু-নাগৰিক হিচাপে মুখেদি পৰিচয় দিয়াতকৈ কামেৰে দেশত পৰিচিত হ'ক। ওঁ শান্তি।

শ্ৰীঅক্ষয় কুমাৰ দাস
সভাপতি, অভ্যৰ্থনা সমিতি
অসম বিজ্ঞান সমিতি
বৰপেটা (পঞ্চদশ) অধিৱেশন।

# বৰপেটাত অসম সাহিত্য সভাৰ তৃতীয় অধিৱেশন

আজি অৰ্ধ শতাব্দীৰ আগৰ কথা। ১৯১৯ চনৰ কলেজৰ পূজাৰ বন্ধ — ঘৰলৈ আহিছোঁ। এদিন পূজনীয় ঁৰামপ্ৰসাদ দাস বি.এল. আৰু সোদৰপ্ৰতিম ঁযাদব চন্দ্ৰ দাস উকীলে মাতি নি ক'লে — সেই চনতে ডিচেম্বৰৰ বৰদিনৰ বন্ধত সেই সময়ৰ একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান 'আসাম এচোচিয়েচন' আৰু 'অসম সাহিত্য সভা'ৰ অধিৱেশন বৰপেটাতে বহিবলৈ মতা হৈছে — আমি কলেজৰ ছাত্ৰসকলে আহি দুদিনমান আগতে অভ্যৰ্থনা সমিতিক কামত সহায় কৰিব লাগে। সেই সময়ৰ কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ অৰ্থাৎ বি.এ. মহলাৰ প্ৰথম বাৰ্ষিক শ্ৰেণীৰ যি খ্যাতি সেইমতেই বাহিৰা কামৰ নামতেই আমাৰ আটাইকেইজনৰে গা নাচি উঠিল। তেতিয়ালৈ আমাৰ ভাগ্যত কোনো ডাঙৰ আয়োজনৰে ভাগ লোৱা নাছিল। গতিকে এই অপৰিচিত কৰ্তব্যই মন বেছি উতলাহে কৰিলে। প্ৰথম আৰু তৃতীয় বাৰ্ষিকৰ আটাইকেইজন আহি অধিৱেশনৰ চাৰি দিনৰ আগতে উপস্থিত হৈ নিজক নিজক অভ্যৰ্থনা সমিতিক সোধাই দিলোঁ।

নখান্দা নদীৰ পাৰত — বৰ্তমানে গান্ধী ময়দান নামপোৱা ঠাইখিনিয়েই অধিৱেশনৰ ঠাই। প্ৰতিনিধি আৰু দৰ্শকসকলৰ বাবে হাবি কাটি সুন্দৰ বাহৰ সজোৱা হৈছে। অধিৱেশনৰ মণ্ডপৰ বাবে প্ৰখ্যাত চন্দ্ৰতাপ তৈয়াৰ কৰা শিল্পীসকলৰ হাতৰ তৈয়াৰী চন্দ্ৰতাপ। আসাম এচোচিয়েচনৰ সভাপতি নিৰ্বাচিত হৈছিল ঁপদ্মনাথ গোহাঞি বৰুৱা আৰু অসম সাহিত্য সভাৰ কাৰণে ঁকালীৰাম মেধি ডাঙৰীয়া। সেই সময়ৰ বৰপেটা চহৰৰ (১৯১০ চনৰ পিয়ল মতে) অধিবাসীৰ সংখ্যা মুঠ দহ হাজাৰ। আজিৰ যি বৰপেটাৰ পুলিচ থানাৰ এলেকাত প্ৰায় দুই লাখ মানুহ, তেতিয়া তাত মুঠতে চল্লিশ হাজাৰৰ বেছি নহ'ব। সমগ্ৰ মহকুমাৰ জনসংখ্যা ১,১০,০০০ আৰু আজি সাত

লাখৰো ওপৰ। কিন্তু সেই সময়ৰ অধিবাসী আছিল ভাষাই-কৃষ্টিয়ে নিৰ্ভাঁজ অসমীয়া।

বৰপেটাৰ মানুহ উৎসাহত মতলীয়া। যেয়ে যিহেৰে পাৰে সহায় কৰিছে। মাছ-গাখীৰৰ ভৰাঁল সেই সময়ৰ বৰপেটাত অনুৰোধ জনোৱা মাত্ৰেই প্ৰত্যেক বস্তুৰে ব্যৱসায়ীসকলে ভালৰো ভাল বস্তু বাছি বাছি আনি দিনে পুৱাই বাহৰৰ ৰান্ধনি শালৰ সম্মুখত দমাই দিয়ে। অভ্যাগতসকলেও স্বজনৰ ভাবতে আৰু যেনে ৰুচি তেনে আহাৰ যোগাবলৈ দিহা দিয়ে। সেই মতে কামো হয়। কোনো পক্ষৰে মনত অকণো পৰ-ভাব নাই।

সেইকালত যদিও মধ্যপন্থী ৰাজনীতিৰহে আলোচনা হৈছিল তথাপি তাৰে অনুষ্ঠান 'আসাম এচোচিয়েচনত' যোগ দিবলৈও মানুহে সাহ কম কৰিছিল -- চৰকাৰী চাকৰিয়ালৰটো কথাই নাই। ইপিনে Montague Chamsford reforms ৰ বাবে আসামৰ কথা পেশ্ কৰিবলৈ তেজপুৰৰ ˚চন্দ্ৰনাথ শৰ্মাৰ উদ্যোগত যি আয়োজন কৰি স্বৰ্গীয় নবীন চন্দ্ৰ বৰদলৈ আৰু ডিব্ৰুগড়ৰ প্ৰসন্ন কুমাৰ বৰুৱাক বিলাতলৈ পঠোৱা হৈছিল, সেই আয়োজনৰ অৱস্থাতেই বৰপেটাত 'আসাম এচোচিয়েচন' আৰু 'অসম সাহিত্য সভা' বহে। ৰাজনৈতিক অৱস্থাই আসামৰ বুজন তৰপৰ অলপ উদ্বেগৰ সৃষ্টি কৰিছিল। সেই কাৰণে এই দুয়োটা অনুষ্ঠানৰ অধিৱেশনৰ আলম লৈ আসামৰ সকলো ঠাইৰে মানুহ ইয়ালৈ আহে। সকলোৱে এই অধিৱেশনত গুৰুত্ব দিছিল -- এই ৰাজনৈতিক অৱস্থাৰ বাবে।

হেৰ, সিদিনা পৰ্যন্ত চলি অহা আমাৰ মানুহৰ উদ্যম সামূহিক ভাবৰ প্ৰাধান্যৰ বাবেই বৰপেটাৰ বেলেগ বেলেগ হাটীৰ মানুহে বেলেগ বেলেগ কাম অতি আনন্দতে আৰু সৰহতে কৰি দিছিল। ˚অম্বিকাগিৰী ৰায়চৌধুৰী ৰচিত 'জয়দ্ৰথ বধ' অসমীয়া নাটক অভিনীত কৰাত সমগ্ৰ ৰাইজে মুগ্ধ হৈ চাইছিল। তেতিয়ালৈকে বাংলা বা বাংলাৰ পৰা অনুদিত নাটকহে মানুহে দেখিবলৈ পাইছিল। গতিকে অভিনয়ৰ সাফল্যৰ বাহিৰেও ইয়ো এটা আকৰ্ষণৰ কাৰণ। শ্ৰদ্ধেয় ˚ৰামপ্ৰসাদ দাস বি.এল. ডাঙৰীয়াৰ অভিভাষণত ধ্ৰুৱ উপাখ্যানৰ মূল সংস্কৃত শ্লোক উদ্ধৃত কৰি ব্যাখ্যা আৰু চৰিত্ৰ বিশ্লেষণেই প্ৰাধান্য পোৱাটো। এসময়ৰ ধৰ্মপ্ৰচাৰৰ এই কেন্দ্ৰৰ জলবায়ুত অতি স্বাভাৱিক। প্ৰাচীন কালত ইয়াৰ পৰাই অলপ দূৰত প্ৰসিদ্ধ ডাক পুৰুষৰ জন্ম হয়। ভূমিষ্ঠ হৈয়েই হেনো 'দীঘলকৈ মাৰিবা ফুক, তেহে

দেখিবা জুইৰ মুখ' বুলি কথা কৈছিল বাবেই ডাক — অৰ্থাৎ ফুটাই টানকৈ কথা কোৱা নাম হয়। তাৰপাছত পঞ্চদশ শতাব্দীৰ প্ৰসিদ্ধ ধৰ্মগুৰুসকলে অসমীয়া জাতিক পূৰ্ণজাতীয়তা দানৰ বাবে যি সাহিত্য ৰচনা কৰি গ'ল সি আমাৰ জাতিৰ প্ৰতি ঈশ্বৰৰ আশীৰ্বাদ স্বৰূপ। কিন্তু তাৰে পাছত আৰু এই অঞ্চলত সাহিত্যৰ আলোচনা প্ৰায়ে বন্ধ। ইয়াৰ কিছুমান প্ৰাকৃতিক কাৰণো আছে। বহু আগতে বৰপেটা চহৰৰ দক্ষিণৰ পৰা ব্ৰহ্মপুত্ৰলৈ এই বিস্তীৰ্ণ ঠাইডোখৰ বহু জনাকীৰ্ণ গাৱেঁ ভৰি আছিল। কিন্তু কালৰ সোঁতত সেই গাওঁবোৰ নিচিহ্ন হৈ যায়। তাৰে মানুহ ভাঙি গৈ কামৰূপৰ দক্ষিণ পাৰত আৰু গোৱালপাৰা জিলাৰ বিভিন্ন ঠাইত বসতি কৰে। প্ৰায় ১৯২০ চন পৰ্যন্ত এই ঠাইবোৰ অটব্য হাবিৰে ভৰি থাকে। শেষত ১৮৯৭ চনৰ ভূমিকম্পত হাজোৰপৰা যোগীঘোপালৈ আৰু বৰপেটা চহৰৰ প্ৰায় সাতমাইল উত্তৰৰ পৰা ব্ৰহ্মপুত্ৰ নৈলৈ এই প্ৰায় ৬০০ বৰ্গমাইল ঠাই ১০ ফুটমান দহৈ বহি যায়। ফলত হেৰ, সিদিনা পৰ্যন্ত এই অঞ্চলটো বছৰৰ ৮ মাহ মানে পানীত ডুবি থকা হয়। পেটৰ ভাত মোকলাবৰ বাবেই মানুহে চাৰিওফালে ঘূৰিবলৈ বাধ্য হৈ পৰে। এনে অৱস্থাত সাহিত্য বা অন্য কামৰ চৰ্চা লোপ পোৱা অস্বাভাৱিক নহয়। কিন্তু তথাপি ভাৰতৰ অইন অঞ্চলৰ ভাবধাৰা আৰু জীৱন-যাপনৰ মানে আহি আমাৰ মানুহক নিভাঁজ অসমীয়া কৃষ্টিৰ বৰ্তমানৰ প্ৰায় বিলুপ্ত অৱস্থালৈ নিয়াৰ আগলৈকে লেহিৰ তিৰী পঞ্চৰাগ যে বুজিছিল ই সত্য কথা আৰু আমাৰ জীৱনৰ অভিজ্ঞতাৰ কথা।

কিন্তু বৰ্তমানে আহি বহিৰাগতৰ টৌৱে আমাক অস্থিৰ কৰি তুলিলে। সৌভাগ্যবশতঃ এই বহিৰাগতসকলৰে এটা ডাঙৰ অংশই অসমীয়া কৃষ্টিৰ প্ৰতি আগ্ৰহশীল হোৱাত আজিও অসমীয়া জাতীয়তাৰ অন্ততঃ ক্ষীণ স্ফুৰণ সমাজত দেখা যায়। অইন বহিৰাগতসকলৰ অসমীয়া কৃষ্টিৰ প্ৰতি অমনোয়োগীতা আৰু এটি বৃজন সংখ্যকৰ অৱজ্ঞাৰ দৃষ্টি আৰু বিৰোধ আচৰণে অসমীয়া কৃষ্টিৰ অস্তিত্ব সন্দেহজনক কৰি তুলিছে।

১৯১৯ চনৰ পৰা কিন্তু সুদীৰ্ঘ কালৰ ভিতৰত আমি সাহিত্য চৰ্চাত কিমান মনোযোগ দিলো তাক ভাবি চালে মনত শংকা জন্মে যে আমাৰ অসমীয়া ভাষাৰ লগতে কিজানি সম্বন্ধ গুচে। লিখা-পঢ়া শিকা মানুহৰ সংখ্যা এই কালডোখৰত বহুত বাঢ়িছে। সমস্ত মহকুমাখনৰ ভিতৰতে অৱস্থিত একেখন হাইস্কুল (বৰ্তমান চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়)।

তাত্মে ছাত্ৰৰ সংখ্যা ১৫০ ৰ ওপৰলৈ প্ৰায় নুঠে। আজি ইয়াৰ ঠাইত অন্ততঃ কুৰিগুণ স্কুল বাঢ়িছে। কলেজো কেবাখনো হ'ল আৰু হ'ব। কিন্তু এই শিক্ষিত সকলে সাহিত্য চৰ্চাত কি অবদান যোগালে তাক ভাবিবৰ সময় অলপহে আছে, প্ৰায় শেষ। যদি সাহিত্য বাদ দি বিজ্ঞান চৰ্চাত মনোযোগী হ'লহেঁতেন তেওঁ আমাৰ আশা আছিল। কাৰণ বিজ্ঞান বিষয়ো সাহিত্যৰ দৰে জাতীয় জীৱনৰ এটা অংগ। কিন্তু আমাৰ কোনোফালেই প্ৰায় নাই। আজি ডক্টৰ বাণীকান্ত কাকতি বা অম্বিকাগিৰী ৰায়চৌধুৰীৰ বাহিৰে এক -আধ্ ডজনহে উল্লেখযোগ্য। একে মাটিতে বেছি দিন খেতি কৰিলে মাটিৰ সাৰ নোহোৱা হৈ উৎপাদন শক্তি লোপ পায়। তেনেকৈয়ে আমাৰ অঞ্চলেও সাহিত্যৰ ক্ষেত্ৰত শক্তিহীন হ'ল নেকি?

'আসাম এচোচিয়েচন' আৰু 'অসম সাহিত্য সভা'ৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ঁৰামপ্ৰসাদ দাস বি.এল. আৰু ঁযাদব চন্দ্ৰ দাস উকীল আগৰজন বয়স আৰু স্বভাৱৰ হেতু ধীৰ, কামত বেছি উদ্যম নেদেখুৱায়, পিছৰজন ডেকা বয়সৰ, অতি উদ্যোগী আৰু সেই সময়ত বৰপেটাত অতি জনপ্ৰিয়। নামতহে অভ্যৰ্থনা সমিতি দুখন আছিল কিন্তু টকাশিকি আয়োজন আদিত এক। সাধাৰণ সম্পাদক আছিল স্বৰ্গীয় জগন্নাথ প্ৰসাদ দাস উকীল। কামত আৰু বয়সতো ডেকা; মুখত সদায় হাঁহি। সহকাৰী সম্পাদক আছিল স্বৰ্গীয় গণেশলাল চৌধুৰী। বয়স তেতিয়া অনুমান ২২/২৩ বছৰ। কবিতাত হাত ফুৰাবলৈ আৰম্ভ কৰিছিল। সেই সময়তে ৰচিত তেওঁৰ 'ফুটাই আকৌ আগ্নেয়গিৰি লুপ্ত গৌৰৱ'ৰ আদি গীতত তেওঁৰ কবি পৰিচয় পোৱা হৈছিল। কিন্তু দুৰ্ভাগ্যবশতঃ অতি কম বয়সতে ঢুকাল।

বৰপেটাৰ মানুহৰ স্বাস্থ্য তেতিয়া বলিষ্ঠ আছিল, তেনেকৈ বলিষ্ঠ চৰিত্ৰও গঢ়ি উঠিছিল। সেই কাৰণে মনত সাহৰ অভাৱ নাছিল। বোধহয় সেই গুণেই জাতীয়তাবাদী আৰু স্বাধীনতামূলক গীতৰ চৰ্চা আমাৰ মানুহৰ বেছি নহ'লেও অইন কাতোকৈ কম নহয়। ইয়াত বাহিৰেও পঞ্চদশ শতাব্দীৰ পৰাই ধাৰাবাহিকভাৱে ইয়াত বৰগীত, অংকীয়া গীত-নাট আদিৰ যি প্ৰচলন আজি সেই বোৰৰ উৎসও যেন শুকাই যাব ওলাইছে। সমাজৰ গ্লানি আৰু হানি অনা ভাৱ-চিন্তাৰ প্ৰভাৱ ক্ৰমাৎ বৃদ্ধি পাইছে। আমি যেন সকলোৱে নিষ্ক্ৰিয়, উপায়হীনভাৱে চকু মেলি চাই আছোঁ। আৰ্থিক সংকটৰ দোহাই উঠিব পাৰে, মিছাও নহয়। কিন্তু আগতে উল্লেখ কৰা প্ৰবল ভূমিকম্পৰ

পাহতো আমাৰ পিতৃ-পুৰুষসকলে অলেখ সংকটৰ লগত যুঁজি যেনেকৈ বীৰৰ দৰে পৰিশ্ৰম কৰি ৰৰপেটাৰ স্থিতি ৰক্ষা কৰিছিল, তেনে বীৰৰ দৰে পৰিশ্ৰমতহে আমাৰ আৰ্থিক সংকটো দূৰ হ'ব। কেৱল বুদ্ধি-তৰ্কই দি অৱস্থাৰ উন্নতি ক'তো কেতিয়াও হোৱা নাই আৰু নহ'বও।

আমাৰ মাজত আজি গভীৰ চিন্তাৰ দৰকাৰ। সমাজৰ কল্যাণ হয় কিহত -- সেই বিষয়ে চিন্তা লাগে। এই চিন্তা জগাবলৈ উপযুক্ত সাহিত্যৰ বিশেষ দৰকাৰ। সাহিত্যৰ সঞ্জীৱনী শক্তি আমাৰ গাত আহি পৰিবনে? ●

---

*শ্ৰীগোকুল পাঠকৰ সম্পাদনাত 'আমাৰ দেশ' সাপ্তাহিকত প্ৰকাশিত (৭/২/৬৯)।*

# স্বাধীনতা যুঁজত বৰপেটা

বঙ্গভঙ্গৰ স্বদেশী আন্দোলনৰ কোব বৰপেটায়ো পাইছিল। ঔমূৰা গাওঁৰ বৰদা কান্ত মেধিয়ে নেতৃত্ব লৈ অতি কম সংখ্যক হাইস্কুলৰ ছাত্ৰৰ মাজত ইংৰাজী বিদ্বেষ লগতে স্বদেশীৰ প্ৰতি সমাদৰৰ কথা কৈছিল। অনুমান ১৯০৮ চনৰ চেপ্তেম্বৰ মাহত পূৰ্ববঙ্গ অসমৰ দুৱলীয়া লাট বৰপেটা ভ্ৰমণলৈ আহোঁতে আজিৰ সেই সময়ত চৰকাৰী যন্ত্ৰচালিত নাও Kestrel আৰু সোণামুখী লৈ আহোঁতে আজিৰ Circuit Houseৰ বিপৰীত ফালৰ নামি যোৱা ঠাইডোখৰত এখন সৰু বাঁহৰ জেটিৰ নিচিনা তৈয়াৰ কৰিছিল যাতে উক্ত নাওৰ পৰা সেই জেটিত ভৰি দি উঠি আহিব পাৰে। জোতাত ধূলি বোকা যাতে একো নালাগে তাৰ বাবে আগৰ চাৰ্কিট হাউচ (বৰ্তমান ষ্টেটবেঙ্কৰ সম্মুখ) লৈ 'টুল' কাপোৰ পাৰি দিয়া হৈছিল। লাট চাহাব আহিল, গ'ল কিন্তু বাঁহৰ জেটিখন বহুদিনলৈ নঙলাত আছিল। সন্ধ্যাৰ আগে আগে কেইজনমান স্কুলীয়া ছাত্ৰ সেইফালে ফুৰিব আহোঁতে সেই জেটিত বহে আৰু উক্ত মেধিয়ে নিজৰ ভাষণ আৰম্ভ কৰে। অৱশ্যে সৰুকৈ। আমি যদিও একেবাৰে কম বয়সৰ, তথাপি সামান্য পৰিমাণে বুজি পাওঁ। অৰ্থ নুবুজোঁ, কিন্তু বন্দেমাতৰম্ শব্দটো সকলোৱে উচ্চাৰণ কৰিব লাগে। এয়ে আন্দোলনৰ চিন। কাছাৰী আৰু মহকুমাধিপতিৰ বঙলাৰ নিচেই ওচৰত হোৱা বাবে দুজনমানে খয়েৰ খাই গৈ মহকুমাধিপতিক লগায় আৰু তৎক্ষণাত সেই জেটি ৰ ব্যৱহাৰ বন্ধ কৰি দিলে। তাৰ পাছত কীৰ্ত্তনঘৰৰ পূবৰ চাংঘৰত বহি আলোচনা কৰাৰ দিহা হ'ল। কিন্তু তাৰে পৰা এদিন এজন ছাত্ৰক কাছাৰীত কেৰাণী কাম কৰা এজন খুৰাকে নানা ভৎৰ্সনা কৰি লৈ আহি সত্ৰৰ সেই সময়ৰ মুৰব্বীসকলৰ হতুৱাই তাত বহাও বন্ধ কৰিলে। স্বদেশী আন্দোলন দেখিছিলোঁ। কিছুমানে আৰু নিজেও স্কুললৈ ঘৰত বোৱা কাপোৰহে পিন্ধি গৈছিলোঁ। ঘৰতো বোৱা কাপোৰৰ বাহিৰে আন কাপোৰ পিন্ধা প্ৰশ্নই নাছিল। বজাৰত বানাৰসী চেনি নামে ৰঙা এবিধ প্ৰখ্যাত চেনি ওলাইছিল। কলত তৈয়াৰী জাভাৰ চেনি নাখাই তাকে খাইছিল। দুই একে গৰুৰ হাড়ৰ যোগে চাফা

কৰা বুলি উলিওৱাত লোণ খোৱাও বন্ধ কৰি কৰ্কশ লোণ খাইছিল।

খবৰৰ কাকতৰ ভিতৰত যিজন এচ ডি অ থাকে, তেওঁ আৰু কেতিয়াবা স্বৰ্গীয় উমেশ ব্ৰহ্মচাৰীয়ে ষ্টেট্‌চমেন কাকত ৰাখিছিল। বাকীসকলে বঙালী হিতবাদী, বসুমতী আৰু সঞ্জীৱনী পঢ়িছিল। সিও অতি কম সংখ্যকেহে পঢ়িছিল। সুৰেন্দ্ৰ বানাৰ্জীৰ কাকত বুলিয়েই 'Bengalee' দেখা পোৱাই টান আছিল। গতিকে দেশৰ ৰাজনৈতিক আবহাৱাৰ খবৰ পোৱাৰ সুবিধা নাছিল। কিন্তু তাৰে মাজেদিয়ে ১৯১৯ চনত জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ কাহিনী সেই সময়ৰ কলেজীয়া ছাত্ৰৰ জৰিয়তে অলপ অচৰপ আহিছিল ? ইয়াৰ পাছত যেতিয়া গান্ধীজীয়ে এই হত্যাকাণ্ডৰ প্ৰতিবাদ কৰ্মে কাৰ্যপন্থা হাতত লৈ এপ্ৰিলৰ ৬ তাৰিখৰ পৰা ১৩ তাৰিখলৈ এই সময়খিনি জাতীয় সপ্তাহ হিচাপে পালন কৰিবলৈ কয় আৰু দেশ জুৰি বহুতে কৰিছিলো তেতিয়া পাঠক খুড়াই কৈছিল 'বাৰু দেখা যাওক ক'ৰ টৌ আনি ক'ত পেলাব খুজিছে'। অৰ্থাৎ পাঞ্জাবৰ কথা আনি কিয় অসমত নাইবা বৰপেটাত গোলমাল লগাব। পাঞ্জাবৰ এইটো সুস্পষ্ট ৰাজনৈতিক আন্দোলনে জাতীয় ভেটিত গঢ় দি ভাৰত স্বাধীন কৰিলে। ১৯২১ চনৰ ডিচেম্বৰ মাহ। হাইস্কুলৰ ছাত্ৰসকল ভিতৰে ভিতৰে অস্থিৰ অৱস্থাত। সেই সময়ত কলিকতাৰ কাকত চাৰভেণ্ট (Servant) আৰু অমৃত বাজাৰ পত্ৰিকাত নিৰৱচ্চিন্ন বৃটিচ শাসনক আক্ৰমণ কৰাত বৰপেটায়ো এই শাসনৰ প্ৰতি দ্ৰোহৰ ভাব লয়। সেই সময়ত কটন কলেজত ধৰ্মঘট হয়। জানুৱাৰীত ছাত্ৰসকল ঘৰাঘৰি আহিছিল। ১৯২১ চনৰ জানুৱাৰীত আমিও আহি ঘৰ পাইছোঁহে হাইস্কুলৰ ছাত্ৰসকল কাষতে লগা খেল পথাৰলৈ ওলাই আহিল আৰু আন্দোলন আৰম্ভ হ'ল। যিমান দূৰ মনত পৰে স্বৰ্গীয় গোলক পাঠক, শ্ৰীপ্ৰসাদ চন্দ্ৰ দাস আৰু দুই চাৰিজনে আহি আমাক সুধিলে কলেজত ধৰ্মঘট হৈছেনে, হোষ্টেলত কিমান ছাত্ৰ আছে ইত্যাদি। সকলো কোৱাৰ পাছত ছাত্ৰসকলে স্কুল ভাঙি ওলাই গ'ল। আহমদাবাদৰ কংগ্ৰেছৰ বিশেষ অধিৱেশনৰ সিদ্ধান্ত মতে গান্ধীজীয়ে জাৰি কৰিলে - আদালত আৰু শিক্ষানুষ্ঠান বন্ধ, বিদেশী বৰ্জন, খদ্দৰ ব্যৱহাৰ, অস্পৃশ্যতা বৰ্জন আৰু সাম্প্ৰদায়িক সম্প্ৰীতি আৰু লগতে উকীলসকলক আন্দোলনৰ গুৰি ধৰাত বিশেষ প্ৰয়োজন বুলি স্বৰ্গীয় যমুনালাল বাজাজৰ প্ৰখ্যাত বাজাজ ফাণ্ডৰ টকাৰ পৰা আমাৰ উকীলৰ দুই এজনেও সহায় লৈ ওকালতি বৰ্জন কৰিলে। প্ৰথম আছিল স্বৰ্গীয় জগন্নাথ প্ৰসাদ দাস। সেই সময়ত স্বৰ্গীয় উমেশ ব্ৰহ্মচাৰী, স্বৰ্গীয় ধনীৰাম তালুকদাৰ, "গণেশলাল চৌধুৰী লেখত ল'ব লগীয়া কংগ্ৰেছ পৰিচালক।" জগন্নাথ দাসৰ গাঁৱত কাম কৰি ফুৰোঁতেই সান্নিপাত জ্বৰত মৃত্যু হয়। স্কুল কলেজ বৰ্জন কৰি ১৯২১ চনত আন্দোলনত যোগ দিয়া আৰু ইহ জগতত

নোহোৱাসকলৰ ভিতৰত ˚বিশ্বনাথ দাস, ˚গিৰিশ শৰ্মা, ˚জগন্নাথ প্ৰসাদ দাস, কৰ্ণৰাম দাস, ˚ভবেন্দ্ৰ নাথ দাসৰ নাম উল্লেখযোগ্য।

১৯২১ চনৰ আন্দোলনত দেশ সংগঠনৰ কাম বৰপেটাত সুপৰিচালিত হিচাপে হৈছিল। ধনীৰাম তালুকদাৰৰ শাৰীৰিক আৰু মানসিক শক্তি, গণেশলাল চৌধুৰীৰ অন্তৰস্পৰ্শী তেজস্বী বক্তৃতা আৰু ছাত্ৰসকলৰ কিছুমানৰ আন্তৰিকতাই বৰপেটা মহকুমাৰ সমস্ত গাওঁকে পঞ্চায়তভুক্ত কৰি তাৰ সভ্যসকলৰ পৰা কংগ্ৰেছৰ চাঁদা হিচাপে চাৰি অনাকৈ আৰু তিলক স্বৰাজ্য পুঁজিলৈ বৰঙণি হিচাপে এটকাকৈ আদায় কৰা সম্ভৱ হৈছিল। এই কামত এটি অঞ্চলত উমেশ ব্ৰহ্মচাৰী ( আগতে দাস আছিল)ৰ অৱদান বিশেষ উল্লেখযোগ্য; ভৱানীপুৰৰ স্বৰ্গীয় গোপীনাথ চৌধুৰী, ˚সনাৰাম চৌধুৰীৰ বৰঙণি কম নাছিল। বজালীত ˚পীতাম্বৰ তালুকদাৰ আৰু ˚কীৰ্তিনাথ শৰ্মা কবিৰাজ, জালাহৰ শুখনাৰাম মণ্ডল, ৰিহাবাৰীৰ ˚ঘনশ্যাম চৌধুৰীৰ নাম স্মৰণীয়। আজি যিসকল জীৱিত তেওঁলোকৰ নাম ওল্লেখ কৰা ন'হল। ইয়াত বাহিৰে স্বৰ্গীয় অম্বিকাগিৰিৰ নাম বিশেষ উল্লেখযোগ্য। আজিৰ ফাটেমাবাদ চাহ বাগানৰ ১৯২১ চনত মাত্ৰ আৰম্ভহে - এটি বৃটিছ কোম্পানীৰ দ্বাৰা। শাসক মেনেজাৰ বেবাঘাই অতি কষ্টে যোগাৰ কৰা শ্ৰমিক কেইজন গণেশলাল চৌধুৰী আৰু তেওঁৰ সহকৰ্মীসকলৰ বক্তৃতাত মোহ গৈ বাগানৰ পৰা ওলাই আহিল আৰু লগে লগে বাগানো বন্ধ হ'ল।

এই আন্দোলনত পুলিচ আৰু শাসক কৰ্তৃপক্ষৰ আতিশয্য বেচ আছিল। শ্ৰীমোহনলাল চৌধুৰীৰ জেলৰ হুকুম হোৱাত তেওঁৰ শাৰীৰিক অসুবিধাৰ কাৰণে নিজা খৰচত গৰু গাড়ীয়েদি সৰুপেটা ৰেলষ্টেচনলৈ যাব দিয়াত লগতে একে লগে দণ্ড হোৱা স্বৰ্গীয় অম্বিকাগিৰি ৰায়চৌধুৰীও যোৱা কথা ওপৰ মহলত জনোৱাত অসমীয়া মহকুমাধিপতিজনক বদলি কৰি I.C.S. চাহাব এজনক আনি দিলে। লগত পুলিচ চাহাব এজনো বৰপেটাত দিলে। মাঘৰ বিহুত নাম গাই হাঁটীয়ে হাঁটীয়ে মানুহ ওলাই দুয়োফালৰ দুখন নৈলৈ গা ধুবলৈ যোৱা দেখি অতি বিস্তৃতভাৱে শোভাযাত্ৰা হ'ব বুলি মানুহবিলাকক বাধা দি Assam Riflesৰ কামলৈ Mr. Calverte চাহাব Route March ত ওলাই সুন্দৰীদিয়া পালে। তাতে কলীয়াৰ কীৰ্ত্তন ঘৰৰ সমুখৰ প্ৰাঙ্গণত সোমাই বেৰ নথকা বাবে প্ৰস্ৰাব কৰাত ওচৰতে থকা কেইজনমান ল'ৰাই সত্ৰৰ ˚হেমকান্ত মেধিক জনোৱাত তেওঁ আহি আমাক কোৱাত তৎক্ষণাত সেই সময়ৰ Young Indiaলৈ তাঁৰ যোগে বাতৰি পঠোৱাত চুটি টিপ্পনীৰ সৈতে সেই কাকতত প্ৰকাশ পায়। সেই সময়ত 'অসমীয়া কাকত'ত বাতৰিটো ছপা হোৱাত Calverte চাহাবে গুৱাহাটীৰ জিলা হাকিম বেণ্টিঙ্ক চাহাবৰ আদালতত 'অসমীয়া'ৰ মুদ্ৰক আৰু

প্ৰকাশকৰ ওপৰত মানহানিৰ গোচৰ তৰে। গুৱাহাটীৰ অসমীয়া উকীলসকলে আদালত বৰ্জন কৰাত মথোঁ স্বৰ্গীয় যোগেন্দ্ৰ বৰুৱাহে উকীল হ'ল আৰু প্ৰয়োজন বোধ কৰি বৰ্তমান বাংলাদেশৰ কুমিল্লাৰ প্ৰখ্যাত উকীল অখিল দত্তক নিযুক্ত কৰা হ'ল। চৰকাৰ পক্ষেও অসমীয়া বিধান দিবলৈ চৰকাৰৰ উকীল ঁকালীচৰণ সেনৰ সহায়ক হিচাপে আৱন্ত কৰা উকীল ঁসদানন্দ দাসক নিয়ে যদিও সেই সময়ৰ গুৱাহাটীত কেবাজনো প্ৰখ্যাত উকীলআছিল। ৰায় হ'ল ; প্ৰকাশক আৰু মুদ্ৰকক এহেজাৰ টকা জৰিমনা কৰিলে। মোকৰ্দমাৰ গুৰি ধৰিছিল ধীৰেন্দ্ৰ নাথ আগৰৱালাই। আমিও বৰপেটাৰ পৰা গৈ স্থানীয় ঘটনা হিচাপে যি বুজাব পাৰোঁ সহায় কৰিছিলোঁ। তাৰ পাছতে Calverte চাহাব বৰপেটা এৰি যায়।

আমাৰ মহকুমাৰ প্ৰথম কয়দী আৰু দণ্ড পোৱাজন হ'ল বৃন্দাবনহাটীৰ শ্ৰীবাসুদেৱ দাস। নাওশালি ঘাট ৰ দোকানত গান্ধী টুপি পিন্ধি বহি থকাৰ বাবেই Pawsy চাহাবে গৈ গ্ৰেপ্তাৰ কৰাই লগে লগে বিচাৰ কৰি তিনিমাহৰ ফাটেক দি বৰপেটালৈ চালান দিয়ে। এই আন্দোলনত বৰপেটাত ঁধাতুৰাম নাথ বুলি স্বেচ্ছাসেৱকক আৰব আলী নামৰ পুলিচ S.I এজনে ১৪৪ ধাৰা অৱমাননা কৰি ৰাস্তাই ৰাস্তাই খদ্দৰ বেচি ফুৰা অপৰাধত বেটেৰে কোবাই কোবাই মাটিত বগৰাই গাটো ক্ষতবিক্ষত কৰে। খদ্দৰ ব্যৱহাৰত বৰপেটায়ো বেচ উদ্দীপনা দেখুৱাইছিল। প্ৰত্যেকৰে আবু আৰু আইৰ বয়সৰসকলৰ সূতা কটা জনা আছিল কাৰণে প্ৰচলনত বৰ টান হোৱা নাছিল। কেৱল কঁপাহৰ যোগাৰ আৰু ধুনা কামহে অলপ টান আছিল। এই সম্পৰ্কত স্থনীয় চৰকাৰী হাইস্কুলৰ শিক্ষক শ্ৰীভাৰত চন্দ্ৰ দাসে সহানুভূতি জনাই চৰকাৰী চাকৰি ইস্তফা দি খদ্দৰ তৈয়াৰ কামত লাগে আৰু গান্ধীবাদী জীৱনৰ আদৰ্শ দাণ্ডি ধৰি আজিলৈ অজ্ঞাতবাসৰ দৰেই আছে, খবৰৰ কাকতত যাৰ কোনোদিনে নামটোৱেই নোলাব। এই আন্দোলনৰ এটি অঙ্গ আছিল খিলাফত আন্দোলন। প্ৰথম মহাযুদ্ধৰ শেষত বিজেতাসকলে তুৰ্কীৰ খলিফা পদ খৰ্ব কৰি সেই সাম্ৰাজ্যও খণ্ড বিখণ্ড কৰি দিলে। ইয়াত ভাৰতীয় মুছলমানসকল বৰ ক্ষুণ্ন হোৱাত এইবিলাকৰ আন্দোলন কংগ্ৰেছে হাতত লয়। আমাৰ এই কামত সহায় কৰিছিল মাথোন অভয়াপুৰীৰ জনৈক হবিবৰ ৰহমান আৰু ডেকাৰ বৰিত মেহেৰ দালাল আদি কেইজনমানে। এই আন্দোলনৰ পাছতে গান্ধীজী ১৯২২ চনৰ পোন প্ৰথম বাৰৰ বাবে অসমলৈ আহে আৰু সৰভোগ ষ্টেচনত ক্ষন্তেক পদাৰ্পণ কৰি সমবেত ৰাইজক সম্বোধন জনায়।

১৯৩০ চনত আন্দোলন হয় কংগ্ৰেছৰ পূৰ্ণ স্বাধীনতাৰ। গান্ধীজীৰ আহ্বানক্ৰমে বৰপেটায়ো আগবাঢ়ি আহিল। মদৰ দোকান, গাজাৰ দোকান আৰু বিলাতী কাপোৰৰ

দোকানত পিকেটিং আৰম্ভ হ'ল। সেই সময়ত কানিংহাম চাহাবে জাৰি কৰিলে কানিংহাম চাৰ্কুলাৰ। এই জাননীমতে স্কুলৰ ছাত্ৰসকলে কোনো ৰাজনৈতিক আন্দোলনত যোগ দিলে নাম কাটি উলিয়াই দিয়া হ'ব আৰু অভিভাৱকসকল প্ৰতিশ্ৰুত হ'ব লাগিব। এই জাননীয়ে শিক্ষামহলত হুলস্থুলৰ সৃষ্টি কৰিলে। চৰকাৰী হাইস্কুলৰ ছাত্ৰসকল ধৰ্মঘট কৰি ওলাই আহিল আৰু পিকেটিং আৰম্ভ হ'ল। এই পিকেটিঙৰ প্ৰত্যাহ্বান কৰি ২/৪ জন অভিভাৱকে নিজৰ ছাত্ৰক লৈ স্কুলৰ ভিতৰত সোমাল। পুলিচ আহি পিকেটাৰসকলক গ্ৰেপ্তাৰ কৰে। মুঠ ১২৬ জন ছাত্ৰই ফাটেক খালে ২ৰ পৰা ৩ মাহলৈ। ইপিনে মদ, ভাং আৰু বিদেশী কাপোৰৰ দোকানত পিকেটিং কৰাত কিছুমান ডেকা ফাটেকত সোমাব লগা হ'ল।

১৯২২ চনতে S.D.C. ৰ চাকৰি ইস্তাফা দি কংগ্ৰেছৰ কামত লগাত হৰিপ্ৰসাদ দাসৰ (পাছত ব্ৰহ্মাচাৰী) তিনি মাহ ফাটেক হয়। তাৰ পাছতে আকৌ ১৯৩০ চনত আহি বৰপেটাত কংগ্ৰেছৰ কামত লাগে আৰু জিলা কংগ্ৰেছৰ সভাপতি হয়। ঁধনীৰাম তালুকদাৰে পূৰ্ণ স্বাধীনতা প্ৰস্তাৱৰ লগে লগে কংগ্ৰেছৰ সভ্য-পদ ইস্তাফা দিয়ে। ইফালে কানিংহাম চাৰ্কুলাৰ অৱমাননা কৰা ছাত্ৰসকলৰ অভিভাৱকসকলৰ চিন্তা হ'ল ছাত্ৰসকলৰ ভৱিষ্যত শিক্ষাৰ প্ৰশ্ন। সেই সময়ৰ বঙ্গদেশৰ নেচনেল স্কুলৰ আৰ্হিতে মৈটুৰাকুছিৰ এটি ঘৰত আৰম্ভ কৰা হ'ল এখন হাইস্কুল। তাৰপাছত ঁপদ্মনাথ মিস্ত্ৰীৰ ঘৰত আৰু শেষত বৰ্তমান বৰপেটা 'বিদ্যাপীঠ' হিচাপে স্থাপন কৰা হ'ল। এই অনুষ্ঠানৰ গুৰি ধৰিছিল স্বৰ্গীয় যাদব চন্দ্ৰ দাস উকিলে।

১৯২১ চনৰ সময়তকৈ ১৯৩০ চনৰ সময়ত বৰপেটাত সাধাৰণ কয়দীৰ সংখ্যা বহু বেছি হোৱাত Judicial Lock-up ত থকা কয়দীয়ে যি নৰক যন্ত্ৰণা ভুগিছিল তাক বৰ্ণোৱা অসম্ভৱ। যাতে ৰাজনৈতিক কয়দীসকলক হাতকেৰায়া নলগোৱাকৈ ৰাখে তাৰ বাবে সেই সময়ৰ D.C.Frill I.C.S. চাহাবে স্বয়ং লক-আপৰ দুৱাৰ দেখা পোৱা ঠাইত নজৰ দি থাকিল। আমি অৱশ্যে হাতকেৰায়া লগোৱাত কিমান অপমান তাক একো ভবাই নাছিলোঁ। এই আন্দোলন চলি থাকোঁতে 'গান্ধী আৰ্‌উইন চুক্তি' হয় আৰু সেইমতে থাকি ১৯৩১ চনৰ ৭ মাৰ্চ তাৰিখে গুৱাহাটী জেইলৰ পৰা মুক্তি লাভ কৰোঁ। বিলাতত বহা ৰাউণ্ড্‌টেবল কন্‌ফাৰেন্স (ঘূৰণীয়া মেজমেল) নিষ্ফল হোৱাত গান্ধীজী ঘূৰি আহিল। ১৯৩২ চনত আকৌ আন্দোলন আৰম্ভ হ'ল আৰু শ্লোগান হ'ল - চেনি এৰি গুড় খাওক। এই নীতি প্ৰচলন কৰিবলৈ গৈ শ্ৰীনৰনাৰায়ণ গোস্বামীৰ ২ বছৰ কাৰাদণ্ড হ'ল ; লগত আৰু দুজনমানৰ বিচাৰ বৰপেটাৰ থানাৰ অফিচত হৈছিল। ইয়াৰ পাছতে হোৱা দ্বিতীয় মহাসমৰৰ শেষত আইন অমান্য আন্দোলন

আৰম্ভ হ'ল। বৃটিছক ধন আৰু জনেৰে সহায় কৰা অন্যায়। বৰপেটাত ১৯৪১ চনৰ সত্যাগ্ৰহ আৰম্ভ হয় আৰু তাৰ পাছত ১৯৪২ চনৰ প্ৰখ্যাত ভাৰত-ত্যাগ (Quit India) আন্দোলনৰ প্ৰস্তাৱ জাৰি কৰিবলৈ নৌপাওঁতেই কংগ্ৰেছ কাৰ্যকৰী কমিটিৰ গান্ধীজীৰে সৈতে কেইজনমান সভ্যক গ্ৰেপ্তাৰ কৰিলে। ২৫ আগষ্ট তাৰিখে বৰপেটাত এটা শোভাযাত্ৰা উলিওৱা হয় আৰু শোভাযাত্ৰা কীৰ্ত্তন ঘৰৰ সমুখত মিলিত হৈ এক বিৰাট ৰাজহুৱা সভা হয়। তাত বোম্বাইৰ Quit India প্ৰস্তাৱৰ অসমীয়া অনুবাদ পঢ়ি শুনাব লাগে কিন্তু লাউড স্পীকাৰৰ ব্যৱস্থা নথকাত আৰু সভাত অভূতপূৰ্ব জনতাৰ সমাগম হোৱাত প্ৰস্তাৱ পঢ়ি দিয়াত নুশুনা কাৰণে মোতকৈ ডাঙৰকৈ শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে এবাৰ চেষ্টা কৰি এৰিলে। প্ৰস্তাৱটো অৱশ্যে সভাত প্ৰচাৰ হ'ল।

২৫ তাৰিখ গ'ল। ২৬ তাৰিখৰ ৰাতি পুৱাও পুৱাও হওঁতে আমাৰ পিতা বাহিৰলৈ ওলোৱাত দেখে যে ৪ জন ল'ৰা গোলক পাঠকে পঠিয়াইছে খবৰ দিবলৈ যে বেঁকীৰ পাৰৰ বিমানঘাটি জ্বলাই দিয়া হৈছে। তাৰপাছত ভুৱনেশ্বৰ বৰুৱা আৰু ঁহৰেশ্বৰ গোস্বামী দুয়ো মহেন্দ্ৰমোহন চৌধুৰীৰ বাহৰত আলহী আছিল। তেওঁলোকৰ লগত আলোচনা হ'লোঁ। মই ঘটনাস্থলীলৈ ওলালোঁ। হাউলীৰ পৰা বেকীৰ পাৰলৈ মাজতে ৪/৫ খন বাহৰ দলং পুৰি ধূলিসাৎ। পাৰ হোৱাত দেখিলোঁ এখনো নাও নাই। সকলোবিলাক উটুৱাই দিয়া হৈছে। সিপাৰ হ'বৰ উপায় নাই। ঘাটৰ মানুহ সকলো পলাইছে। এনেকৈ থাকোঁতে সেই সময়ৰ মহকুমাধিপতি শ্ৰীৰবীন্দ্ৰ খাউণ্ড গৈ উপস্থিত। মোক দেখিয়ে খংমুৱাকৈ ক'লে - 'অক্ষয় বাবু, মেজাজ বেয়া ; পাৰ হ'লে কিন্তু কি কৰোঁ ঠিক নাই, নাযাব।' আচৰিত কথা, সেই খাউণ্ড ডাঙৰীয়াই তেওঁৰ নাৱেৰে মোকো পাৰ কৰি লৈ গ'ল। ইতিমধ্যে ডাঃ বৰুৱা আৰু চৌধুৰী উপস্থিত হ'ল লগত গোস্বামীও। মই চৌধুৰীক ধৰা নিদিবলৈ ক'লোঁ আৰু ঘূৰি যাবলৈ ক'লোঁ। পাৰ হৈ শ্ৰীনন্দ মজুমদাৰৰ ঘৰলৈ গ'লোঁ আৰু তেখেতকো গ্ৰেপ্তাৰৰ বাবে সাজু হ'বলৈ দি সোণাৰাম নাথ প্ৰভৃতি কৰ্মীসকলক লগ ধৰিবলৈ চেষ্টা কৰিলোঁ। কিন্তু ২/৪ জনহে পালোঁ। বেছিভাগৰ ঘৰৰ কোনো নাই সকলো পলাইছে। সন্ধ্যাৰ আগে আগে চাইকেলেৰে আহি বৰপেটা পালোঁ। ভাবিলোঁ পুলিচে দেখা দিয়েহে। গতিকে ৰাতিয়ে সকলো লেঠা মাৰি যাব লাগিব। ঘৰ পালোঁ ৮ টামান বজাত। ঘৰ সোমোৱাৰ লগে লগে ঁদাদাই ক'লে -'প্ৰায় ৫০ জনমান armed force ৰ চিপাহী আৰু স্থানীয় পুলিচ ইন্সপেক্টৰে তোক বিচাৰি আহিছিল। নাপাই কৈ গৈছে ৰাতিপুৱাই আহিব। তেতিয়া ঁকামেশ্বৰ দাসে মোক লুকাই থাকিবলৈ কয়। কিন্তু মই লুকাই থাকিব নোৱাৰিম বুলি কৈ মোৰ মাতৃহীন সন্তান তিনিটাক সিহঁতৰ মোমায়েকৰ ঘৰত থৈ মাত দি আহি বাটতে ২/৪ জন কৰ্মীৰ

লগত আলোচনা হৈ শুই থাকোঁ। পুৱাই উঠি দেখোঁ পুলিচ হাজিৰ আৰু তেওঁলোকৰ অনুগ্ৰহক্ৰমে চাহটুপি খাই থানাত হাজিৰ হ'লোঁ আৰু হাজোতৰ পৰা গুৱাহাটীলৈ নিবলৈ উলিয়াই অনাত দেখিলোঁ এখন গাড়ীত চৌধুৰী প্ৰমুখ্যে কেইজনমানে মাত দিলে। সৰুপেটাৰ পৰা ৰেলৰ আলিয়েদি আমাক পাঠশালালৈ খোজকঢ়াই নিলে। পাঠশালাত ডাঃ জিনাৰাম দাস প্ৰভৃতি স্থানীয় কৰ্মীসকল ওলাল। স্বাভাৱিক সৌহাৰ্দ্যৰ গুণত তেওঁলোকে ডাব নাৰিকল যোগান দিলে। আমি তৃপ্তি পলুৱাই খালোঁ। এনেতে ৰেলগাড়ী চলিবলৈ আৰম্ভ হোৱাত আমাক উঠালে। প্ৰত্যেক বেঞ্চত একোজনকৈ সংগীন লগোৱা চিপাহী। পাঠশালা এৰাৰ পাছত ৰেলখন য'ত থামে তাতেই চাৰিজন বন্দুকধাৰী চিপাহী কোঠাটোৰ দুৱাৰমুখত থিয় হয়। চৌধুৰীয়ে এজন চিপাহীক সুধিলে -'তোমালোকক হুকুম দিলে আমাক গুলিয়াই মাৰিব পাৰিবানে?' চিপাহীজনে ক'লে -'কিয় নোৱাৰিম, পাৰিম', চৌধুৰীয়ে পুনৰ সুধিলে -'মনত বেয়া নালাগিবনে?' চিপাহীয়ে পুনৰ ক'লে -'কিয় লাগিব ; সৰুতে কিমান পখী মাৰিলোঁ।' যি হ'ক কোনো নিৰ্জীৱ পদাৰ্থৰ লগত তুলনা নকৰি পখীৰ দৰে পবিত্ৰ প্ৰাণীৰ লগত তুলনা কৰিছিল। তাৰ বাবে আমাৰো সেই চিপাহীজনৰ প্ৰতি ধন্যবাদৰ বাহিৰে অকণো আক্ষেপ নাই। আমি গৈ গুৱাহাটী জেলত সোমালোঁ। তাত দেখিলোঁ ˚গোপীনাথ বৰদলৈ, ˚গৌৰীকান্ত তালুকদাৰ কেইজনমানে বহি আছে B. Divisionৰ কোঠাত আমাক আদৰণি জনালে। আমি গাতে গা লগা কোঠাৰ ঠাই ললোঁ। তাৰপাছত সৰভোগৰ বিমানঘাটি পোৰাৰ কাহিনী আৰম্ভ হ'ল। সকলোৱে মৌ পিয়াদি শুনিবলৈ ধৰিলে।

২৬ আগষ্ট তাৰিখে বচা বচা কৰ্মীসকলে আগতে ঘাটিত থকা টেলিফোনৰ তাঁৰ কটাৰ সিদ্ধান্ত লৈছিল। তাৰ পাছত ঘাটি আৰু সৰভোগ থানা জ্বলাই দি ভস্মীভূত কৰে। মাটিত কাম কৰা ঠিকাদাৰ আৰু ঠিকাদাৰৰ মানুহবিলাকে নদীত জাঁপ দি প্ৰাণ ৰক্ষা কৰে। থানাৰ পুলিচবিলাকেও ভয়তে মানুহৰ ঘৰত আশ্ৰয় লয়। এই ঘটনাই চৰকাৰ আৰু তাত থকা আমেৰিকান সৈনিক কৰ্মচাৰীসকলৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। স্বভাৱতে সেই ঠাইতে এক বিশেষ সম্প্ৰদায়ৰ মানুহক বাচি বাচি বাদ দি বাকী সকলোৰে ওপৰত ১২,০০০ টকা পাইকাৰী জৰিমনা লগাই আদায় কৰা হৈছিল। কোৱা বাহুল্য যে কংগ্ৰেছৰ চকুত আৰু কৰ্মীসকলৰ জৰিমনা আদায় কৰাত ৪/৫ গুণ বেচি দামৰ বস্তুও লৈ গৈছিল। যধেমধে মানুহ গ্ৰেপ্তাৰ হ'ল আৰু তাতে সন্তুষ্ট নহৈ কিছুমান মানুহক এটা সীমা ধৰি সেই ঠাইৰ পৰা দখল উচ্ছেদ কৰিলে।

অসহযোগ আন্দোলনৰ পৰা বৃটিছৰ 'ভাৰত ত্যাগ' আন্দোলনলৈ বৰনগৰ ৰাইজে অতি উল্লেখযোগ্য সহযোগ আগবঢ়াইছিল। তাৰ বাবে আজিৰ সমাজ

তেওঁলোকৰ প্ৰতি কৃতজ্ঞ হোৱা উচিত। ১৯২৬,১৯৩৭,১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত বজালীৰ এটি অঞ্চলৰ বাহিৰে বাকী সকলোৱে কংগ্ৰেছক সম্পূৰ্ণ সমৰ্থন দিছিল। ১৯৪২ চনৰ আন্দোলনত ধানৰ ভৰাঁল বজালীৰ পৰা যাতে ধান আনিবলৈ সেই ঠাইলৈ যাব নোৱাৰে স্থানীয় শিক্ষিত লোকসকলে ডাঃ জিনাৰাম দাস আৰু সূৰ্যকুমাৰ চৌধুৰীৰ নেতৃত্বত কঢ়া নিয়ন্ত্ৰণ চলাইছিল।

তাৰ ফলত বহুতো ডেকা ল'ৰাই গ্ৰেপ্তাৰ হৈ জেল ভুগিব লগা হৈছিল। এই আন্দোলনৰ সংগঠন বখানিব লগীয়া। বজালীতে ৪২ ৰ শ্বহীদ মদন আৰু ৰাউতাৰ পুলিচৰ গুলিত প্ৰাণ যায়। দুয়োৰো স্মৃতিত আজি আমি তৰ্পণ জনাওঁ।

এই আন্দোলনেই ভাৰতৰ শেষ ৰাজনৈতিক আন্দোলন হৈ দেশ স্বাধীন কৰিলে। বেচেৰা পাঠক খুৰা থকা হ'লে দেখিলেহেঁতেন ক'ৰ ঢৌ আহি ক'ত মৰিল। ●

---

*প্ৰবন্ধটো ৰমেশ দাস সম্পাদিত 'স্বাধীনতা ৰূপালী জয়ন্তী স্মৃতিগ্ৰন্থ'ত প্ৰকাশিত হৈছিল। ইয়াত উল্লেখ কৰা ষ্টেট বেংকটো বৰ্তমানৰ বৰপেটা কোষাগাৰৰ কাৰ্যালয় থকা স্থানত আছিল।- সম্পাদক।*

# A Forgotten Freedom Fighter

Jitendra Nath Das

The road to freedom is long and and hard. All those who joined the non-co-operation movement of 1920 knew this well and were prepared to make any sacrifice without any hope of returns within their life-time. In fact, thousands died without seeing the light of freedom, and thousands who saw did not enjoy the fruits of freedom. Many of them are on their way to oblivion. In Barpeta area the names like Hariprasad Brahmachary, Nandamohan Majumdar, Dr. Jinaram Das and Akshay Kumar Das easily come to the mind.

The last named one, Akshay Kumar Das born in 1899 in the moderately affluent family of Barpeta, had a brilliant academic career in school and college and graduated in 1921 with honours in English. He was studying M.A. and Law in Calcutta when the call for non-co-operation came and he lefts his study and re-turned home to join the fray. I remember, as a child, that he together with my brother Biswanath Das, who had also left the college at the same time, used a room of our house to publish a secret, cyclostyled forthnightly paper called Congress, and they asked me

to stand guard at the door to watch for police. Akshay Das was at that time made the secretary of the Town Congress and in that capacity organised volunteer corps, preached boycott of foreign goods, and burnt tons of foreign clothes. As everybody knows, Gandhiji suddenly called off the Non-co-operation movement after the Chauri-Chaura violence, and Akshay Das resumed the study of Law at the then Earle Law College.

He started practice at the Barpeta bar, was recognised as an unsurpassable draftman, and would have certainly risen to the top, had not mother India called him back to the thick of the fray in 1930. He was soon arrested and convicted for 18 months rigorous imprisonment. After the failure of the round table conference, he devoted himself to constructive programme of Mahatma Gandhi, till 1940, when the call for Individual Satyagraha came. Akshay Das was the first to responed and was again imprisoned. Soon thereafter, his wife, who had been ailing for a long time, passed away and he was set free. But then the 1942 Quit India Movement came and he was again at the forefront, vigorously leading the struggle throughout the sub-division. At this time, Mahendra Mohan Chowdhury joined him as his junior and Akshay Das gave him every opportunity to handle responsible tasks. In fact, having notice his great potentialities, Akshay Das deliberately nursed him to the rank of a state-level leader.

In November 1942, Akshay Das was again sentenced to two years rigorous imprisonment but released in October, 1943. At this time all other leaders were

behind the bar and there was no central leadership. Akshay Das, in conjunction with Mahendra Chowdhury, filled up the gap, and moved like whirl-wind from one end of Assam to the other, agitating, organising, revitalising and directing in the movement.

Akshay Das was a selfless man, and, when freedom came he was content with its coming itself and did not run after fruits of freedom. On the otherhand he helped others who wanted power and prestige. Even as early as 1937, he had made way for Kaviraj Ghanashyam Das to contest the Barpeta seat in Legislative Assembly. In 1948, he was urged by his co-workers to became the president of APCC, but he stepped aside in difference to Sri Debeswar Sarma for whom he cherished profound respect. In 1958, he practically forced Mahendra Mohan Chowdhury to became president of APCC, though it was his name that was suggested by others. Only under pressure did he become MLA in 1952 and 1962, but he never aspired for a berth in the Cabinate or for the chair for the Speaker or for any other post of power.

His entire life was dedicated to the service of the country. His family, the education of his children, and even his ailing wife receded to background, when the freedom fight was on. I remember that, when I was studing in Calcutta (1931-36), he once took his wife to Calcutta Medical College Hospital for treatment. She was admitted but require to stay their for a long period. Akshay Das called not wait so long even for the sake of his wife's struggle for life, when the struggle for

